চৈয়দ আব্দুল মালিক

# ৰাতিৰ কবিতা




ষ্টুডেণ্টচ্ ষ্টৰচ্
কলেজ হোষ্টেল ৰোড
গুৱাহাটী-৭৮১০০১-অসম

প্ৰকাশক :
শ্ৰীনবেন্দ্ৰ চন্দ্ৰ দত্ত
ষ্টুডেন্টচ্ ষ্ট'ৰচ্
বৰুৱা বামুণ গাঁও
৭৮৫৬১৮ ।

বেটুপাত : পূৰ্ণেন্দু পত্ৰী

প্ৰথম প্ৰকাশ :
জুন, ১৯৮৬

মূল্য : পঁয়ত্ৰিশ টকা মাথোন ।

মুদ্ৰক :
লক্ষ্মীজনাৰ্দন প্ৰেছ
কলিকতা-৬
লক্ষ্মী প্ৰিণ্টাৰ্ছ
কলিকতা-৯

মোৰ বৰ-মাজু জীয়াৰী ফর্জিনা জাহান মছীহাৰ হাতত দিলো—ৰাতিৰ কবিতা।

—আব্বা

## 'ৰাতিৰ কবিতা'ৰ ৰচনা সম্পৰ্কত

'ৰাতিৰ কবিতা' মোৰ অন্য কোনো কোনো উপন্যাসৰ দৰে একেবাৰতে লিখি শেষ কৰা উপন্যাস নহয়। লিখিবলৈ আৰম্ভ কৰিছিলো ১৯৫০ চনত। কিন্তু আধাতকৈ সৰহভাগ লিখি শেষ কৰাৰ পিছত, নানা কাৰণত, বাকীখিনি লিখি শেষ কৰোঁতে কিছু সময় লাগিল। 'আৱাহন'ত এই উপন্যাসখন ধাৰাবাহিকভাবে ওলাইছিল। আৱাহনৰ প্ৰকাশ বন্ধ হৈ যোৱাৰ কাৰণে 'ৰাতিৰ কবিতা'ৰ প্ৰকাশো আধৰুৱা হৈ ৰৈ গ'ল। আৱাহনৰ যি কেইসংখ্যাত যিখিনি প্ৰকাশ হৈছিল, তাৰো আটাইবোৰ সংখ্যা বিচাৰি পোৱা নগ'ল। মোৰ হাতত্তো পাণ্ডুলিপিৰ দ্বিতীয় কপি নাছিল। সাধাৰণতে কোনো লিখাৰে কপি মোৰ নেথাকে, যিহকে যেনেকৈয়ে লিখো তেনেকৈয়ে প্ৰকাশৰ কাৰণে পঠিয়াই দিও।

এই উপন্যাসখনৰ মাজত ৰচনাকালৰ ব্যৱধান থকাৰ কাৰণে কাহিনীৰ ক্ৰম কিছু ব্যাহত আৰু ক্ষুণ্ণ হৈছে যেন লাগে। তথাপি ইয়াক তেনেকৈয়ে থাকিবলৈ দিলো।

১৯৪২ চনৰ স্বাধীনতাৰ শেষ সংগ্ৰামত অংশ গ্ৰহণ কৰা এজন অনুভূতিপ্ৰৱণ আদৰ্শবাদী যুৱকে, পৰিস্থিতিৰ লগত সম্পূৰ্ণ খাপ খাব নোৱাৰি আৰু তাৰ বিৰুদ্ধে সক্ৰিয়ভাবে যুঁজিবও নোৱাৰি, ব্যক্তিগত জীৱনত শেষলৈ স্বপ্ন আৰু বাস্তৱৰ ধামখুমীয়াত পৰি নিজৰ লগতে অসহায় ভাবে যুঁজি আত্মউপলব্ধিৰ কাৰণে কৰা সংগ্ৰামৰ কাহিনীয়েই 'ৰাতিৰ কবিতা'ৰ কাহিনী। ৩৫।৩৬ বছৰৰ আগতে লিখা এই উপন্যাসত তেতিয়াৰ বাতাবৰণ আৰু মানসিক পৰিমণ্ডলৰ ছাপ ৰৈ যোৱাটো অস্বাভাবিক নহয়। আজিৰ পাঠকৰ কাৰণে, এই কথাষাৰ জনাই থোৱাটো দৰকাৰী হ'ব যেন লাগিল।

মোৰ কেইবাখনো কিতাপৰ প্ৰকাশক বিজয় দত্তই কিতাপখনৰ পাণ্ডুলিপি যুগুতোৱা আৰু বিচাৰি খোঁচাৰি বেহা লগোৱাত বহু কষ্ট স্বীকাৰ কৰিলে। তাৰ বাবে তেওঁ ধন্যবাদৰ পাত্ৰ। এই বিষয়ত যত্ন লৈ কৰা শ্ৰমৰ কথাও [illegible] সোঁৱৰিছো। কিন্তু মোৰ পাঠকসকলেই মোৰ প্ৰেৰণাৰ মূল— তেওঁলোকৰ চেনেহৰ পৰা মই কোনোদিন বঞ্চিত হোৱা নাই।

যোৰহাট
১৫ মাৰ্চ, ১৯৮৬ চন।

—চৈয়দ আব্দুল মালিক

॥ এক ॥

জাহাজখন আহি ঘাট পোৱাৰ পিছতো বৰষুণ দি আছিল, কিন্তু আগতকৈ কিছু পাতল, সিপাৰে আঁতৰত লাইটবোৰ জ্বলি আছিল যদিও বৰষুণজাকে পোহৰবোৰ নিষ্প্ৰভ কৰি তুলিছিল। তেতিয়া ৰাতি আঠ বাজিছে।

সৰু চুটকেছটো আৰু বিচনাৰ সৰু মুঠাটো নিজৰ হাতত লৈ অন্যান্য যাত্ৰীৰ লগতে আলোক লাহে লাহে জাহাজৰ পৰা নামি গ'ল। তেজপুৰ ঘাটত নমা যাত্ৰীৰ সংখ্যা বৰ বেছি নহয়। হাইউকমি থাকিলেও ঠেলা-হেঁচা কম আছিল। তদুপৰি ৰাতি আৰু বৰষুণজাকে সকলোৰে মনলৈ এটা ক্লান্তি আৰু অৱসাদৰ ভাৱ আনিছিল।

আজি আঠ বছৰৰ আগতে আলোক আৰু এবাৰ তেজপুৰলৈ আহিছিল— এবাৰ মাত্ৰ, অৱশ্যে নগৰখনৰ বিশেষ ওলট-পালট পৰিবৰ্তন হোৱা নাই। গতিকে বাট চিনোতে আলোকৰ বিশেষ অসুবিধা নহ'ল। মানুহবোৰ নতুন হৈছে, আলিবাটবোৰ পুৰণি।

কিনকিনিয়া বৰষুণত তিতাৰ কথাটো মনত নৰখাকৈয়ে আলোক আগবাঢ়িল। সি অন্য যাত্ৰীৰ দৰে খৰকৈ খোজ দিয়াৰ কোনো বিশেষ দৰকাৰ অনুভৱ নকৰিলে। তাৰ কাৰণে কোনোৱে দুৱাৰমুখত বৈ বাট চাই থকা নাই।

নিশাহঁতৰ ঘৰ জাহাজঘাটৰ পৰা প্ৰায় এমাইল দূৰ— আলোকৰ মনত আছে। বাট-পথবোৰ চিনাকি যদিও বৰষুণ জিমা সন্ধিয়াৰ অস্পষ্ট পোহৰত সিহঁতক যেন এনেয়ে অলপ অচিনাকি যেন লাগে। তদুপৰি জীৱনৰ পুৰণি পৰিচয় সলনি কৰি যেতিয়া নতুন পৰিচয় লৈ আমি আহোঁ তেতিয়া আমাৰ নিজকেই অলপ আচহুৱা যেন লাগে।

সৰু চোতালখনত পাতলীয়া বৰষুণত তিতা বাঁহবোৰ কোমল। নিশাহঁতৰ পদূলিমুখতে বেঁকা হৈ থকা পুৰণি শেৱালীজোপা এতিয়াও আছে। আগৰ পুৰণি টিনৰ ঘৰটোৱেই আছে যদিও তাক অলপ ভাল কৰা হৈছে। বেৰবোৰত

বোধকৰো অলপ দিনৰ আগতে চূণ দিছিল—আন্ধাৰতো বেৰৰ বগাবোৰ জিলিকি আছে।

দুৱাৰমুখত বৈ আলোকে মাতিলে—"ঘৰত কোন আছে?"

"কোন?"

হাতত লেম এটা লৈ এজনী ছোৱালী ওলাই আহিল আৰু দুৱাৰখন মেলি আলোকৰ সমুখত থিয় দিলে।

তেতিয়াও পাতল বৰষুণ জাকৰ ধাৰা শেষ হোৱা নাই।

"ভিতৰলৈ আহক।"

আলোক সোমাই গ'ল। ছোৱালীজনী অলপসময় তাৰ মুখৰফালে চাই থাকি হঠাৎ অলপ ব্যস্ত হৈ পৰিল আৰু এখন চকী আগবঢ়াই দি আলোকক বহিবলৈ অনুৰোধ কৰিলে। আলোকৰ কাপোৰবোৰ তিতিছিল, গতিকে চকীত বহাটো অসুবিধাৰ কথা, সি অলপ ইতস্ততঃ কৰিলে।

ছোৱালীজনীয়ে হয়তো পৰিস্থিতিটো বুজিলে। তাই চিনাকি মানুহক কোৱাৰ দৰে সহজভাবেই ক'লে—"অ' আপুনি অলপ তিতিছে। মই পানী আনি দিও, আপুনি হাত-ভৰি ধুই কাপোৰ-কানিবোৰ সলাওক।"

কৈয়ে ছোৱালীজনীয়ে হাতৰ লেমটো কোঠাৰ একাষে থৈ ভিতৰলৈ যাব খুজিলে।

"ৰবাচোন"—ছোৱালীজনী কমবয়সীয়া দেখিয়ে আলোকে এই সম্বোধন কৰিলে, "এইটো মহেন্দ্ৰ কেৱেঁণীৰ ঘৰ হয়নে নহয়?"

"হয়, দেউতা এতিয়া নাই, ওলাই গৈছে, আপুনি বহক। দেউতা অলপতে পাবহি।"

কাপোৰ-কানি সলাই খোৱাৰ লগে লগে ঘৰৰ প্ৰায় সকলো খিনিয়েই আহি আলোকক বেঢ়ি ধৰি চিনাকি হৈ পৰিল। ঘৰত দুজনী ছোৱালী—নিশা আৰু যামিনি, এটি ল'ৰা—প্ৰদ্যুৎ, আৰু সিঁহতৰ মাক। অলপপৰৰ পিছতে নিশাৰ দেউতাক মহেন্দ্ৰ কেৱেঁণী আহি পালেহি।

"তোমাৰ চিঠি পাইছিলো। মই সিঁহতক কৈ থৈ গৈছিলো যে দুই এদিনতে তুমি আহি ওলাবা। ভাল নহয় সকলোৰে?"

আলোকে ঘৰৰ বিষয়ে আৱশ্যকীয় খবৰখিনি দিলে। চাহ খোৱাৰ পিছত অলপ সংকোচেৰে সুধিলে—"ইয়াত বাৰু অলপ সস্তাত ভাড়াঘৰ পোৱা যাবনে?"

"ভাড়াঘৰ? কাৰ কাৰণে?"

"মোৰ কাৰণে। কিছুদিন ইয়াতে থাকিব লাগিব নহয়।"

মহেন্দ্ৰ কেবেণীয়ে বিস্ময় প্ৰকাশ কৰি ক'লে—"আমাৰ ঘৰ থাকোতে আকৌ তুমি ভাড়াঘৰত থাকিবা কিয় ? আমি যিদৰে খাওঁ থাকো তাত কিবা অসুবিধা পালে জনাবা আৰু আজিকালি তাকৰীয়া দৰমহাৰ চাকৰি কৰি ভাড়াঘৰত থাকিবলৈ হ'লে মাহ চলোৱাই টান হ'ব।"

আলোকে কথাটো বুজি পাইছিল। তথাপি অকাৰণত এঘৰ মানুহৰ বোজাটো আমনি দিয়া আলোকৰ উদ্দেশ্য নাছিল। আলোকে প্ৰায় পোনপটীয়া তাবেই ক'লে—"কিন্তু মোৰতো ইয়াত এবছৰ বা তাতকৈ বেছিও থাকিব লগা হ'ব পাৰে। আপোনালোকৰ অসুবিধা নহ'ব জানো ?"

"একো অসুবিধা নহয়। তুমিহে হয়তো কিছু অসুবিধা পাবা, মোৰ আৰ্জননো কিমান তুমি জানাই। আজিকালি বস্তু বাহানিৰ জুই চাই দাম। কোনোমতে চলিছো। পিচে এটা ঘৰলৈ, বান্ধনি লওৱা ৰাখিবলৈ হ'লে বহুত পইচাৰ দৰকাৰ হ'ব। নহয়, নহয়, তুমি অন্য কথা নাভাবিবা, ইয়াতে থাকা, ইহঁত, নিশাহঁত আছে, এমুঠি বান্ধি যেলি দিব।"

আলোকে আৰু একো নক'লে। তেজপুৰ হাইস্কুলৰ কোনোবা এজন শিক্ষকে ট্ৰেইনিং পঢ়িবলৈ যোৱাত এবছৰৰ কাৰণে এটা অস্থায়ী চাকৰিলৈ আলোক আহিছে। দৰমহা সৰহ নহয়। তাৰেই কোনোমতে সি ঘৰলৈকো যি পাৰে পঠাব লাগিব। গোটেই ঘৰখনে তালৈ হাঁ কৰি মুখমেলি চাই আছে।

এবা, ভাড়াঘৰ লৈ, বান্ধনি লৈ, স্কুল মাষ্টৰৰ ধন ঘটা নহ'ব। দুখে-কষ্টে ইয়াতে থাকিব লাগিব। অন্যক লোকৰ ওপৰত বোজা জাপি দিয়া অন্যায়, অবাঞ্ছনীয়, কিজানি বেয়া কথাও। কিন্তু উপায়তো নাই। মনে মনে আলোকে ঠিক কৰিলে—সৰহ নোৱাৰিলেও মাহে মাহে কিছু টকা আলোকে কেবেণীৰ ঘৰত দিব, নিদিয়াটো অন্যায় হ'ব, কিন্তু তেওঁলোকে লব জানো ?

কেবেণী গুৱলৈ যোৱাৰ পিছত নিশাই আহি আলোকৰ কাৰণে বিচনা এখন ঠিক কৰি দিলে। পূবফালৰ সৰু কোঠাটোৱেই হ'ব আলোকৰ কোঠা। বাহিৰত খিৰিকীখনৰ কাষতে এজোপা পুৰণি শেৱালী ফুলৰ গছ। এতিয়া ফুল নাই।

নিশা আৰু মামনিয়ে কোঠাটোৰ সামান্য বস্তুবাহানিখিনি ঠিক কৰি যোৱাৰ পিছত নিশাই আলোকক মাতি নিলেহি আৰু ক'লে—"আপুনি ইয়াতে জুহ, পানী দিছো, আৰু কিবা লাগিব নেকি ?"

আলোকে নিশাৰ মুখলৈ অলপপৰ চাই থাকিল। অনুজ্জ্বল লেমটোৰ পোহৰত আলোকে দেখিলে এজনী বাৰ তেৰ বছৰীয়া ছোৱালীৰ এখন শান্ত, উজ্জ্বল, ধুনীয়া মুখ, চকুদুটা কোমল আৰু সৰল, চকুৰ চেলাউৰিযোৰ ধুনীয়া।

আলোকে একো উত্তৰ নিদিয়া দেখি ছোৱালীজনীয়ে তাৰ মুখলৈ চালে আৰু সি তাইৰ মুখলৈ চাই থকা দেখি লাজ পালে।

আলোকে বিশেষ একো চঞ্চলতা নেদেখুৱাই ক'লে— "তোমাৰ নাম নিশা, নহয় ?"

"হয়।"

"তুমি পঢ়ি আছা নহয় ?"

"হয়, এতিয়া ক্লাচ এইটত পঢ়িছো। পিছে দেউতাই আৰু নপঢ়াব। এই বছৰেই একৰাই দিছিল। মই কন্দা-কটা কৰিলতহে পঢ়িবলৈ দিছে।"

"কিয় নপঢ়ায় ?"

"টকাপইচাবো দিগদাৰি, ভাইটিহঁতেও পঢ়িব লাগে, ইপিনে ঘৰৰ সকলো কাম কৰিব লাগে।"

নিশাৰ সৰল কথাবোৰ আলোকে ভাল পালে। আলোকে কথা কবলৈ বিচাৰি নাপালে।

অলপপৰ মনে মনে থাকি নিশাই সুধিলে—"কালিলৈ আপুনি স্কুললৈ যাব লাগিব নহয় ?"

"ওঁ, লাগিব যাব।"

"কিমান সময়ত যাব ?"

"দহমান বজাতে যাব লাগিব। এঘাৰ বজাৰ পৰা স্কুল বহে নহয়।"

"অ' ভাল বাৰু।" অলপপৰ এনেয়ে থিয়দি থাকি নিশা লাহে লাহে আলোকৰ কোঠাৰ পৰা ওলাই গ'ল। আলোকৰ ভাগৰ লাগিছিল। অন্য বিশেষ চিন্তা নকৰি আলোক বিচনাত পৰিল। ৰাতি তেতিয়া বেছি হোৱা নাই; কিন্তু আলোকৰ অংগ-প্ৰত্যংগত এটা অনুভৱ কৰিব পৰা ভাগৰ। আলোক টোপনি গ'ল·········

পুৰুষৰ জীৱনৰ বাইশ বছৰত বহুত মাদকতা, বহুত সপোন থাকে। পৃথিৱী-খনক হেপাহ পলুৱাই নিজৰ কৰি লোৱাৰ এটা অবুজ, উদগ্ৰ আকাংখা হিয়াভৰি স্পষ্ট হৈ উঠে। জগতজুৰি কেৱল বিশাল বিস্ময়, গছে গছে, পাতে পাতে প্ৰাণ চঞ্চল সজীৱতা। পৃথিৱীখন ইমান ধুনীয়া।

কোনো যেন দূৰণিৰ পৰা বিজিয়াই মাতে, কোনো যেন চকুৰ আঁৰত লুকাই কিবা গীত গায়। চিনাকি মানুহবোৰ সকলো অচিনাকি। এই পৃথিৱীলৈ মই প্ৰথম আহিছো। ইয়াৰ আগতে পৃথিৱীত কোনো নাছিল, কোনো নাই।

নতুনক চিনি পোৱাৰ কি ব্যাকুল আগ্ৰহ, চৌদিশে গীত আৰু সুৰৰ উৎসৱ। আকাশৰ তৰাবোৰে গীত গায়, জোনাকে কান্দে।

খিৰিকীখনৰ কাষত বহি আলোকে কিতাপৰ পাত লুটিয়ায়। কিতাপৰ পাতৰ ওপৰেদি অশৰীৰি মানুহবোৰে নানা বৰণীয়া কাপোৰ পিন্ধি ক'ৰবাৰ দূৰ দেশৰ পৰা ক'ৰবাৰ অন্য দূৰ দেশলৈ শোভাযাত্ৰা কৰে। আলোকে শুনে সিহঁতৰ শব্দ—হীন পদধ্বনি।

তাৰ উগুল-থুগুল লাগে। স্কুলমাষ্টৰ হোৱাতকৈ যেন কিতাপৰ পাতৰ সেই অশান্ত যাত্ৰী হোৱা বহুত ভাল। সি কবিতা লিখিবলৈ বহে।

কবিতা সি বহুতদিনৰ পৰা লিখিছে, ডেকা বয়সতে সাহিত্যিক বুলি সি কিছু খ্যাতিও ইতিমধ্যে আৰ্জন কৰিছে। তাৰ নিজৰ জীৱনৰ বেদনা দি সি পৃথিৱীৰ সৌন্দৰ্য্যক ছন্দত বান্ধি ৰাখিবৰ চেষ্টা কৰিছে।

জীৱনৰ প্ৰথম ভাগৰ কবিতা। অনুভূতিয়েই তাৰ প্ৰধান বস্তু। যুক্তিও হয়তো নোহোৱা নহয়। কিন্তু সেই যুক্তি দগা-পাল্লাৰে জোখা জাগতিক যুক্তি নহয়। হৃদজগতৰ অনুভূতিৰ নিজৰ যুক্তি, তাৰ ভাষা বেলেগ, অভিব্যক্তি বেলেগ, ভাব-অনুভাব, ব্যঞ্জনা, বিবৃতি সকলো বেলেগ। প্ৰথম জীৱনৰ কবি কেৱল গতানুগতিক ছন্দৰ উপাসকেই নহয়, কবি স্ৰষ্টা—ৰূপজগতৰ খনিকৰ।

স্কুলীয়া ল'ৰাৰ হ'মৱৰ্কৰ বহী চোৱা শেষ কৰি আগদিনাৰ বাতৰি কাকতখনৰ পঢ়িবলৈ বাকী থকা বাতৰি পঢ়ি শেষ কৰি, নিশাই মাজে মাজে আহি সুধি-যোৱা প্ৰশ্নবোৰৰ উত্তৰ দি শেষ কৰি, সক সক অৱসৰ উলিয়াই আলোকে কবিতা লিখে, কবিতাবোৰ এনেয়ে ধুনীয়া হয়।

জীৱনৰ স্বপ্ন দেৱতাই সাৰ পাইছে। আকাশত হেজাৰ সপোন। নৈখনে কথা কয়। কঁহুৱাৰ বগা ফুলত উদাস প্ৰাণৰ হুমুনীয়াহ, মন উৰে, জীৱনৰ দুয়ো বাহুত অদৃশ্য জীয়া পাখিৰ কঁপনি। জীৱন উৰে, মনৰ মাজৰ ভাববোৰ বুঢ়ী আইৰ সাধুকথা হয়। সৌন্দৰ্য্যবোৰ ইমান বেদনাভৰা। পৃথিৱীৰ যিজন আদিম মানুহে এদিন কবিতাৰ জন্ম দিছিল, তেওঁতকৈ ডাঙৰ স্ৰষ্টা কোনো নাই। পোহৰবোৰৰ বুকুত অমৰ মানবাত্মাৰ নিৰৱ অভিসাৰ। মানুহ ধুনীয়া। লিখি আলোকৰ ভাল লাগে, ভাবি ভাল লাগে, ভাল লগা কথাবোৰ ভাল লাগিছে বুলি অনুভৱ কৰি ভাল লাগে। ছন্দবোৰ আপুনি মিলে। কথাবোৰ আপুনি কবিতা হয়। এটা নৈসৰ্গিক আনন্দেৰে তাৰ হিয়াখন ভৰি পৰে। ৰূপ, ৰস, গন্ধৰ অপূৰ্ব্ব পৃথিৱীখন তাৰ একেবাৰে বুকুৰ আপোন

যেন লাগে। পৃথিৱী ধুনীয়া, জীৱন সুৱদী, জোনাক আৰু নিয়ৰত আছে স্নেহৰ অজস্র আশীর্বাদ।

কিন্তু কবিতাৰ লগত তাৰ জীৱনৰ সংঘর্ষ লাগে। জীৱনত সকলো অমিল, ছন্দহীন, খাপছাড়া। এটা যুক্তিহীন অসংগতিয়ে তাক পংগু কৰে। জীৱনৰ ওচৰত যেন সি অপৰাধী।

নিশাই গম পায় যে সি কবিতা লিখে। ভালেমান ৰাতিলৈকে যেতিয়া লেম লগাই বহি থাকি আলোকে কবিতা লিখে, কেতিয়াবা নিশাই মনে মনে বেৰৰ ফুটাইদি তালৈ চাই থাকে, তাৰ তন্ময় চকুজোৰৰ আগৰ অদেহী সপোনবোৰ যেন তায়ো দেখা পায়। তালৈ তাইৰ শ্রদ্ধা হয়। মৰম লাগে।

আবেলি সি ফুৰিবলৈ যায়। স্কুলমাষ্টৰ মানুহ, লগত নিশাক ফুৰিবলৈ লৈ যাবৰ মন গলেও নিনিয়ে। তাইয়ো হয়তো অন্যৰকমে ভাবিব পাৰে, তাত তাৰ ক্ষতি নাই; কিন্তু নিশাৰ ক্ষতি নহ'ব জানো? সি কাৰো ক্ষতিৰ কাৰণ হবলৈ বাঞ্ছা নকৰে।

কবিতাৰ লগত তাৰ জীৱনৰ সংঘৰ্ষ লাগে। তাৰ কবিতাই স্বপ্নময়ী নায়িকাৰ ৰূপছবি আঁকে। তিলোত্তমাৰ সৌন্দর্য্যবোৰ ধ্বংস আৰু মৃত্যুৰ ভয়ত অস্থিৰ, কিন্তু আলোকৰ প্রিয়তমা নায়িকা তিলোত্তমা নহয়। প্রেমোত্তমা, অমৰ প্রেমৰ অমৰ নায়িকা। কবিতাময়ী নায়িকা, কল্পনা কৰি সি আনন্দ পায়।

বাস্তবৰ জীৱনত সেই নায়িকা জনীৰ নামেই জানো নিশা? কবিতাৰ নাম নিশা? নিশাৰ নাম কবিতা?

তাৰ সন্দেহ হয়। তাৰ কবিতাৰ সকলো কথাই জানো বাস্তৱৰ লগত সম্পর্ক-হীন অর্থশূন্য কল্পনা মাথোন? তেন্তে তাৰ জীৱনত সশৰীৰি নিশাৰ ঠাই কোন খিনিত? তাৰ কবিতাত সি জানো নিশাৰেই ৰূপ-ছবি জীয়াই ৰখাৰ সাধনা কৰিছে? বুজিবৰ চেষ্টা কৰি সি ব্যর্থ হয়। নিশা নহয়, কোনোবা অনাগতা, কোনোবা অপৰিচিতা, কোনোবা অনামী !!

* * * *

মৰমৰ আলোক,

কেইবাদিনো তোমাৰ চিঠি পোৱা নাই। এইবাৰ টকা অলপ সোনকালে পঠাবা। মই গা ভাল পোৱা নাই। বৌটিৰো কাহ হৈছে। মইনাইত ভালে আছে। দোকানত ভালেমানখিনি ধাৰ লাগিছে। আশাকৰো ভালে আছা।...

কন্যায়েক ৰমাৰ চিঠি আহে। ৰমা বেমাৰী। আঠ বছৰ আগতে গছৰ

পৰা পৰিছিল। তাৰপৰা, সময়মতে ভাল চিকিৎসা নোহোৱা গতিকে বাত বেমাৰ হ'ল। এতিয়া ব'দ দিলে ইটো-সিটো কৰিব পাৰে। বতৰ সেমেকা বা তাৰবীয়া হ'লে চাৰি-পাটিতে পৰি থকা অৱস্থা। ভবিষ্যত নাই। ঘৰখনৰ এটা পেলাই দিব নোৱাৰা বোজা।

আলোকৰ কবিতাৰ লগত জীৱনৰ সংঘৰ্ষ লাগে। দাবিদ্ৰ্যত পোত গৈ থকা এটা অসহায় পৰিয়াল। সিয়ে সিহঁতৰ ভাগ্য বিধাতা, কিন্তু সিও অসমৰ্থ।

"মামা"—নিশাই সাধাৰণভাৱে মাতিলে। আহি পোৱাৰ কেইদিনমান পিছৰে পৰা আলোক নিশাৰ 'মামা' হৈ পৰিছে।

"কি নিশা ?"

"ঘৰৰ চিঠি পাইছিল নেকি ?"

"এৰা।"

"ভালনে সকলোৰে ?"

"সকলোৰে ভাল নহয়, বৌটিৰ অসুখ।"

"কি হৈছেনো ?"

আলোকে ঘৰখনৰ কথা নিশাক বুজাই ক'লে। সাতোটা প্ৰাণীৰ এখন সৰু সংসাৰ। আলোকৰ দেউতাক পাঠশালা স্কুলৰ পণ্ডিত, হালকোৰ বায়, খেতিও কৰে, স্কুলত কাম কৰে, নহ'লে ঘৰ নচলে। মাটিবাৰী অলপ আছিল, কিন্তু এতিয়া সৰহভাগ বন্ধকত আছে। তাক কলেজত পঢ়াওতেই বন্ধকত দিবলগীয়া হ'ল। ককায়েক বমা বাতবেমাৰী, ভাঙৰ ভনীয়েকজনী বিয়া দিলে—অন্ত এখন গাঁৱৰ এজন পাঠশালাৰ পণ্ডিতলৈ। সৰু ভায়েক-ভনীয়েক হালে পঢ়ে। ঘৰখনত বৰ নাটনি। অভাৱৰ মাজেদি সিহঁত ডাঙৰ হৈছে। এতিয়াও অভাৱৰ মাজতে পৰি আছে।

নিশাই কাণপাতি শুনিলে। নিশাইও অভাৱ চিনি পায়, কিন্তু অভাৱ আঁতৰাবৰ কাৰণে এতিয়াও নিজে চেষ্টা কৰিবৰ হোৱা নাই। মহেন্দ্ৰ কেদেৰীয়ে ঘৰখনৰ সকলো বোজা নিজৰ কান্ধৰ ওপৰত এতিয়াও লৈ আছে। তথাপি আলোকৰ কাৰণে নিশাৰ বেয়া লাগে।

ৰাতি বহি বহি আলোকে ঘৰৰ কথাকে ভাবেনেকি ?

"কথা এৰাৰ ক'লে বাৰু আপুনি বেয়া পাব নেকি ?"

"কেলেই বেয়া পাম ! কোৱা।"

আলোকে নিশাৰ মুখলৈ চালে। সেণচুকি বত্তা-চিন্তা পৰি নিশাই ভগা ভগা

মাস্তেবে ক'লে—“আপুনি আমাৰ ঘৰত কিয় পইচা দিয়ে ?” সহজ ভাবে আলোকে ক'লে—“ইয়াত খাইছো, আছো কাৰণে।”

“আপোনাৰ পইচা লবলৈ আমাৰ খুউব বেয়া লাগে।”

আলোকে সৰুকৈ হাঁহিলে।

“হাঁহিলে কিয় ?”

“তুমি সৰু ছোৱালী, ঘৰখন চলাবৰ কাৰণে কিমান কি কৰিব লাগে তুমি নেজানা, দেউতাৰাইহে বুজে।”

তাৰ কথা শেষ কৰিবলৈ নিদি নিশাই ক'লে –“ময়ো বুজো, পিছে আপোনাৰ ঘৰত যেতিয়া টকাৰ ইমান দৰকাৰ—”

“পইচাৰ দৰকাৰ সকলোৰে ঘৰত আছে। এটা বাহিৰা মানুহে বিনা পইচাত খাই থকাটো জানো অন্যায় নহয় ?”

নিশাই মুখখন ওন্দোলাই পেলালে।

“আপুনি যদি তেনেকৈ ভাবে আমি কি কৰিম ? আমি কিন্তু আপোনাক বাহিৰা মানুহ বুলি নেভাবো। আমাৰ ঘৰৰে এজন বুলি ভাবো।”

নিশাৰ মৰমৰ কথাখিনিত আলোকে তৃপ্তি পালে।

হাঁহি সি ক'লে—“ত্ৰৈৰাশিক অংক জানা ?”

নিশাই তাৰ মুখৰ হাঁহি দেখি সাহস পালে আৰু ক'লে,—“বাৰু অন্য কথা ক'ব নালাগে। এইমাহত আপুনি আমাৰ ঘৰত টকা নিদিব। আমাক দিয়া টকাখিনি ঘৰলৈ পঠাই দিব।”

“অ' এইদৰে হ'লে তুমি দেউতাৰাক চহকী কৰিবা !”

এমোকোৰা হাঁহিৰে নিশাৰ ধুনীয়া মুখখন উজ্জ্বল হৈ উঠিল।

দুখৰ দিনৰ চিনাকি অসময়ৰ আত্মীয়তা, হয়তো ছোৱালীবোৰ তেনেকুৱাই— আলোকে ভাবিলে।

আলোকে নিশাহঁতৰ ঘৰত পঁচিশ টকা দিয়ে। হয়তো তাৰ ভাত-চাহৰ দাম তাবেই হয়। কিন্তু পৰিয়ালৰ পৰিচৰ্য্যা আৰু মৰমৰ দাম জানো পঁচিশ টকা মাত্ৰ ? তাৰ কাৰণে সি একো দিব পৰা নাই। মহেন্দ্ৰ কেৰেণী আৰু নিশাৰ মাকক সি ভক্তি শ্ৰদ্ধা কৰে, নিশা আৰু প্ৰদ্যোতকো মৰম কৰে, কিন্তু তথাপি তেওঁলোকৰ মৰম-চেনেহৰ তুলনাত তাৰ অৱদান অতি দৰিদ্ৰ। নিশাহঁতৰ গোটেই ঘৰখনে তাক মৰম কৰে। সি যেন আলহী নহয়, ঘৰখনৰে এজন।

আলোকে কবিতা লিখিবলৈ প্ৰেৰণা পায়। এই জঞ্জালভৰা জগতখনক মানুহৰ মৰম চেনেহেই স্বৰ্গ কৰি ৰাখিছে। কিমান উদাৰ, কিমান মধুৰ মানুহৰ

এই সক হিয়াখন। সিনো কিমান দিব পাবে? অথচ দিয়াৰ যেন শেষ নাই। নিজক সর্ব্বস্বান্ত কৰি দিও যেন মানুহৰ হেপাহ নপলায়।

মানুহৰ স্বাৰ্থ আছে, টকা অনা, দিয়া-পোৱাৰ হিচাব আছে। স্বাৰ্থৰ ভিত্তিত মানুহৰ সম্পৰ্ক গঢ়ি উঠে। সঁচা জানো? সেয়েই যদি সঁচা; মানুহৰ বিশেষত্ব ক'ত? মানুহৰ মানৱত্ব, মানুহৰ দেৱত্ব জানো ধনেৰে নিৰ্দ্ধাৰণ কৰিব পাৰি?

*　　*　　*　　*

দেওবাৰ। দিনৰ নমান বাজিছিল। আলোকৰ স্কুলৰ তিনিজন ছাত্ৰ আহি ওলালহি।

আলোক বাহিৰতে বহি আছিল। দেখাত ল'ৰাকেইটা শান্ত। সিহঁত বহিলত আলোকে কিয় আহিছে সুধিলে।

"ছাৰ দেওবাৰে দেওবাৰে আমাৰ এখন সভা হয়।"

"কি সভা?"

"আমাৰ কেইজনমান ল'ৰা আৰু কেইজনমান ভদ্ৰলোকৰ।"

"কিহৰ সভা?"

ল'ৰাজনে বাকী দুজন ল'ৰাৰ মুখলৈ চালে। দ্বিতীয় ল'ৰাজনে লাহে লাহে ক'লে—

"ৰাজনৈতিক আলোচনা সভা।"

আলোকে যেন অলপ নতুন কথা শুনিলে। তেওঁৰ ছাত্ৰই ৰাজনৈতিক আলোচনা সভা কৰে।

"কিহৰ ৰাজনৈতিক আলোচনা?"

"সাধাৰণ আৰু সৰু আলোচনাহে হয়। ডাঙৰ কথাবোৰ আমি বুজিব নোৱাৰো।"

"অ' পিছে—?"

"আপুনিও আমাৰ সভালৈ যাব লাগে।"

পাতলকৈ হাঁহি আলোকে ক'লে—"মইতো ৰাজনীতি নকৰো। চৰকাৰী চাকৰি কৰো। চৰকাৰে ৰাজনীতি কৰা গম পালে চাকৰিও যাব। ৰাজনীতিও যাব।"

"নহয় ছাৰ, কোনেও গম নেপায়। আৰু আমি সাধাৰণ কথাহে আলোচনা কৰো।"

"মই কি কৰিম গৈ ? মইতো ৰাজনীতি নেজানোৱেই ।"

"আপুনি সাহিত্য আৰু কবিতা সম্পৰ্কে কব। সেই বিষয়ে আমি বেছি একো নেজানো।"

ল'ৰাকেইটা কমবয়সীয়া যদিও সাহসী। ৰাজনীতিত থকা সকলোৱেই সাহসী হয়। আলোকে যাবলৈ চেষ্টা কৰিব বুলি ক'লে। কিন্তু সদায় আৰু সকলো সময়তে তালৈ যোৱাটো সম্ভৱ নহবও পাৰে, নানা কাৰণত।

আলোকৰ সন্মতি পাই ল'ৰাকেইটাই ভাল পালে।

সিহঁতে ক'লে—"ৰঘুনাথ উকীলৰ ঘৰতে আমাৰ সভা হয়। তেখেতৰ ঘৰ কিজানি আপুনি চিনি পায়েই।"

"ওঁ পাওঁ চিনি। তেখেতৰ ঘৰতে হয় নেকি ? ইয়াৰ পৰাতো ভালেমান দূৰ যাব লাগে ?"

"বৰ বেছি দূৰ নহয়। আপুনি কিন্তু যাব ছাৰ।"

"যাঁবলৈ চেষ্টা কৰিম। যাব নোৱাৰিলে বেয়া নাপাবা। মোৰ অন্যান্য কামো থাকে নহয়।"

ল'ৰাকেইটা গ'লগৈ। আলোকে সিহঁতৰ ফালে ৰহস্য আৰু কৌতূহলেৰে চাই থাকিল। সক ল'ৰা আটাইকেইটা।

"কোন আহিছিল মামা ?" নিশাই আহি সুধিলে।

"আমাৰ স্কুলৰ ল'ৰা।"

"আজিযে আপোনাক আমাৰ ইয়ালৈকে বিচাৰি আহিল ?"

"এৰা—"

"কিয়নো ?"

আলোকে নিশাৰ মুখলৈ চালে।

"অন্য এদিন কম দেই, বেয়া নাপাবা।"

সামান্য বিমৰ্ষ হৈ নিশাই ক'লে—"বেয়া নাপাওঁ। মই জানিবলগীয়া কথা নহয় যদি মোক নকব।"

আলোকে অন্য কথা উলিয়ালে। স্কুলত এজন মাষ্টৰ বদলি হৈছে। ব্ৰহ্মপুত্ৰত নাও বুৰি কেইটামান মানুহ মৰিছে। ইউৰোপত জাৰ্মানী আৰু ৰাচীয়াৰ মাজত যুদ্ধ লাগিছে। আৰু সেই যুদ্ধ ক্ৰমে পৃথিৱী বিয়পি পৰিবৰ আশংকা হৈছে। পূৰ্বকালে জাপানেও যুদ্ধ ঘোষণা কৰিছে। সেই যুদ্ধ আমাৰ ভাৰততো লাগিব পাৰে কাৰণ বৃটিছো যুদ্ধত নামিছে। ইত্যাদি ·· ··"

"আমাৰ ইয়াত যুদ্ধ লাগিলে পিছে আপুনি কি কৰিব ?"

"চৰকাৰে কি কৰিবলৈ কয় কৰতো নোৱাৰি। বিদেশী চৰকাৰ। আমাৰ দেশৰ ৰাজনৈতিক নেতাসকলে আৰু দেশৰ বাইৰে যি কৰিবলৈ কয় তাকে কৰিব লাগিব।"

"আমাৰ ৰৰবাইদেৱে কৈছে মহাত্মা গান্ধীয়ে আৰু কংগ্ৰেছে হেনো কৈছে এই যুদ্ধত ভাৰতে সহায় কৰিব নালাগে।"

"তুমি ক'ত শুনিলা ?"

"সকলোৱে কোৱাকুই কৰিছে।"

"আমি আমাৰ দেশৰ নেতাৰ কথামতেহে চলিম। বিদেশী চৰকাৰৰ কথা কোনে শুনিব ?"

"যুদ্ধ কেনেকুৱা বাৰু ? মোৰ হলে বৰ ভয় লাগে। আমাৰ ইয়াত নেলাগিলেই হয়। নহয়নে মামা ? যুদ্ধ লাগিলে বাৰু আপুনি আমাৰ ঘৰৰ পৰা গুচি যাবনেকি ?" কিছুবৈ নিশাই সুধিলে।

"মোৰ ইয়াত চাকৰি এবছৰীয়া। যুদ্ধ নেলাগিলেও তো এবছৰৰ মূৰত মই ইয়াৰ পৰা যাব লাগিব।"

নিশাই আলোকৰ মুখলৈ চালে, সঁচাকৈয়ে আলোকে ধেমালি কৰা নাই। ভালকৈয়ে কৈছে। এটা অকাৰণ বেজাৰত নিশা নিৰব হৈ গ'ল। মানুহবোৰ আহি চিনাকি হৈ দুদিনমান থাকি গুচি যায় কিয় ?

মানুহবোৰ ?

মানুহবোৰতো নহয়, আলোক।

অন্য কোনোৱেতো আলোকৰ নিচিনাকৈ আহি সিহঁতৰ ঘৰত থকা আলহি হৈ থকাহি নাই।

আলোক গলেগৈ নিশাৰ নিশ্চয় বেয়া লাগিব।

"বাৰু বাৰু, দিয়া। আমাৰ ইয়াততো এতিয়াও যুদ্ধ লগা নাই। লাগিলেও মই স্কুলমাষ্টৰ মানুহে যুদ্ধত কি কৰিমগৈ।"—আলোকে ক'লে।

নিশাৰ ভাল লাগিল। নিশাই হাঁহিলে।

॥ দুই ॥

গঢ়িত, স্বাস্থ্যবান, ধুনীয়া ডেকাজন। মুখত সদায় এটা প্ৰসন্ন হাঁহি। দেখাই-মেলাই, ওখই-পাখই ডেকাজন চকুতলগা। নাম শ্ৰীকণ্ঠ তুৰবা।

শ্ৰীকণ্ঠই কলিকতা মেডিকেল কলেজৰ পৰা এম. বি. বি. এচ্ পাছ কৰি আহিছে। দেউতাক নীলকণ্ঠ তুৰবা বিখ্যাত উকীল। শ্ৰীকণ্ঠ সৰুতে থাকোতেই মাক ঢুকাইছিল। শ্ৰীকণ্ঠ চোকা আৰু মেধাৱী ছাত্ৰ আছিল। অসমত তেতিয়া মেডিকেল কলেজ নথকাৰ কাৰণে শ্ৰীকণ্ঠই কলিকতাত ডাক্তৰি পঢ়িছিল। ভালকৈ পাছ কৰিছিল।

শ্ৰীকণ্ঠৰ বায়েক তিনিজনীৰ বিয়া হৈ গৈছে। ঘৰত আছে এজনী বিধৱা পেহীয়েক। বাপেকে ওকালতি কৰে। পেহীয়েকেই ঘৰখনৰ গৃহিণী, ৰখীয়া আৰু কৰ্ত্ৰী হিচাবে সকলো কৰে। স্বচ্ছল, শান্ত এটা পৰিয়াল। শ্ৰীকণ্ঠইহে যি অলপ হৈ চৈ কৰি থাকে।

তুৰবা উকীলৰ বয়স ৫৫ বছৰ পাৰ হৈছে। পত্নীৰ মৃত্যুৰ পিছৰ পৰা উকীলৰ মন ভাগি পৰিল। তেওঁ বৰ নিৰাসক্ত আৰু উদাসীন হৈ পৰিল। বহুত টকা খৰচ কৰি ছোৱালী কেইজনী বিয়া দিলে। খৰচ কৰিব লগা হৈছিল কেৱল নিজৰ কাৰণে আৰু শ্ৰীকণ্ঠৰ কাৰণে। এতিয়া শ্ৰীকণ্ঠয়ো নিজে আৰ্জন কৰিব পৰা হ'ল।

শ্ৰীকণ্ঠ স্বাধীনমনা। বাপেকৰ টকা আছে বা নাই, কৰো বুলিলে ডাক্তৰ শ্ৰীকণ্ঠই চৰকাৰী চাকৰি কৰিব পাৰে, নাইবা কোনো উদ্যোগত বা চাহবাগিচাত ডাক্তৰ সোমাব পাৰে।

কিন্তু শ্ৰীকণ্ঠৰ ইচ্ছা যে তুবছৰমান চৰকাৰী বে-চৰকাৰী কোনো ঠাইত চাকৰি কৰি ডাক্তৰী কৰাৰ অভিজ্ঞতা অৰ্জন কৰিব আৰু তাৰপিছত ইউৰোপ বা আমেৰিকাত বিশেষ অধ্যয়নৰ কাৰণে যাব। দিনে দিনে আমাৰ দেশত মানুহৰ হাৰ্টৰ অসুখ বাঢ়িছে, সেই দেখি শ্ৰীকণ্ঠৰ হাৰ্ট'ৰ চিকিৎসাৰ উচ্চতৰ শিক্ষা লাভ কৰি স্পেচীয়েলিষ্ট হোৱাৰ ইচ্ছা। এই ইচ্ছা পূৰণৰ কাৰণেই শ্ৰীকণ্ঠই বৰ মনোযোগেৰে অধ্যয়ন কৰিছিল আৰু কৃতিত্বৰে পাছো কৰিছিল।

শ্ৰীকণ্ঠহঁতৰ ঘৰ নিশাহঁতৰ ঘৰৰ পৰা বেছি দূৰত নহয়। নিশাৰ দেউতাক মহেন্দ্ৰ কেৱেৰী আৰু শ্ৰীকণ্ঠৰ দেউতাক নীলকণ্ঠ তুৰবা ল'ৰাকালৰে বন্ধু। তেওঁলোকৰ মাজত ব্যৱসায়গত পাৰ্থক্য আছে যদিও সি তেওঁলোকৰ বন্ধুত্বৰ

কোনো ক্ষতি কৰা নাই। দুয়ো নিজৰ নিজৰ ভাগে সন্তুষ্ট। দুৰবাৰ পত্নী মৰি, ছোৱালী বিয়া দি পৰিয়ালটো সৰু হ'ল। তেওঁ ওকালতীত মনপুতি লাগিল। মহেন্দ্ৰ বৰুৱাৰ সীমিত অৰ্জনে জীৱনলৈ কঠিনতা আনিলেও হতাশ কৰিব নোৱাৰিলে। চিন্তা আৰু শ্ৰমে অৱশ্যে দেহাৰ ওপৰত সাঁচ ৰাখি নোযোৱাকৈ নাথাকিল।

দুৰবা আৰু বৰুৱা এতিয়াও কিন্তু ভাল বন্ধু।

ঘৰ ওচৰতে যদিও, শ্ৰীকণ্ঠই আগেয়ে নিশাহঁতৰ ঘৰলৈ অহাযোৱা কৰাৰ সুবিধা নেপাইছিল। পঢ়া-শুনাতে সময় কটাইছিল। তেতিয়া নিশাও আছিল সৰু। খুড়ীদেৱেকৰ লগত সদায় পাতিবৰ কাৰণে শ্ৰীকণ্ঠই কথাও বিচাৰি নেপাইছিল। কিন্তু আজিকালি, বিশেষকৈ ডাক্তৰী পাছ কৰি অহাৰ পিছৰ পৰা শ্ৰীকণ্ঠই আজৰি পালেই নিশাহঁতৰ ঘৰলৈ গৈ হাঁহি-ধেমালি কৰি, হৈ চৈ কৰি সময়বোৰ কটাবলৈ বেয়া নেপায়। আগৰে পৰা আত্মীয়তা থকা এটা উচৰিয়া পৰিয়ালৰ লগত নতুনকৈ আত্মীয়তা গঢ়ি তুলিবলৈ শ্ৰীকণ্ঠই কোনো কষ্ট কৰিবলগীয়া নহৈছিল।

বিশেষকৈ নিশাৰ লগত।

নিশা ডাঙৰ হৈছে।

আলোক আহি নিশাহঁতৰ ঘৰত থাকিবলৈ লৈছে। শ্ৰীকণ্ঠবো নিশাহঁতৰ ঘৰলৈ আহি নিশা আৰু আলোক দুয়োৰে লগত ধেমালি কৰি সময় কটাবলৈ সুবিধা হৈছে। যদিও শ্ৰীকণ্ঠৰ সময়ৰ অভাৱ।

এজন ডেকা ডাক্তৰ।

আনজন ডেকা কবি।

এজনী ন গাভৰু।

এখন সপোনৰ জগত।

'কিন্তু ভিন ভিন সপোন।

শ্ৰীকণ্ঠই সপোন দেখে খ্যাতি আৰু প্ৰতিষ্ঠাৰ, প্ৰাচুৰ্য্য আৰু সাফল্যৰ, সুখ-সমৃদ্ধিৰে ভৰা এটা ৰঙীন ভৱিষ্যতৰ।

আলোকেও সপোন দেখে। সৰু সপোন।

দেশ স্বাধীন হ'ব। ভাৰতৰ শোষণক্লিষ্ট মানুহ দাৰিদ্ৰ্যমুক্ত হ'ব, আৰু তাৰ লগতে তাৰ দাৰিদ্ৰ্যগ্ৰস্ত সৰু পৰিয়ালটোও অভাৱ-অনাটনৰ পৰা মুক্ত হ'ব। সি কবিতা লেখিব আৰু জনগণৰ বেদনাক ভাষা দিব। সিও সুনাম অৰ্জন কৰিব—কবিতাৰে।

নিশায়ো সপোন দেখে, কিন্তু সেই সপোনৰ তাই নাম দিব নেজানে, বাৰহংগীয়া সপোনে তাইকো মাজে মাজে উন্মনা কৰে।

ডাক্তৰ শ্ৰীকণ্ঠ আৰু আলোক দুয়ো কিছু ভাবপ্ৰৱণ, কিছু কল্পনাপ্ৰিয়। শ্ৰীকণ্ঠ কিছু আত্মকেন্দ্ৰিক কিন্তু আলোক ব্যস্ত অন্য মানুহৰ মন আৰু হৃদয়ৰ সমস্যা লৈ। নিশাইঁতে মাজে মাজে খেলিমেলি লগাই দিয়ে।

শ্ৰীকণ্ঠৰ আলোকক ভাল লাগে। ডাক্তৰ খোলা মনৰ মানুহ। ডাক্তৰৰ কৃত্ৰিম হোৱাৰ দৰকাৰ নাই। ব্যৱসায়গত ভাবে ডাক্তৰৰ সম্পৰ্ক ৰোগী, দুৰ্ব্বল, পৰৰ ওপৰত জীৱনৰ কাৰণে নিৰ্ভৰশীল মানুহৰ লগত। স্বাস্থ্যবান মানুহৰ লগত ডাক্তৰৰ সম্পৰ্ক কম।

ডাক্তৰে খেলে। মাজে মাজে বন্দুক লৈ ব্ৰহ্মপুত্ৰ নাইবা বিলত হাঁহ আদি চিকাৰ কৰিবলৈ যায়। তেওঁ ভাল চিকাৰী।

বাঁহী ফুলনি পাতে।

গান গায়। মাতটো ভাল ; কিন্তু সৰতে কতো গান শিকা নহ'ল। তথাপি এনেয়ে গায়।

শ্ৰীকণ্ঠ আৰু নিশাৰ মাজৰ সৌহাৰ্দ্যখিনি স্বাভাৱিক। বয়সে সেই আকৰ্ষণৰ প্ৰকৃতি কিছু সলনি কৰিছে, যদিও কথাটো স্বীকাৰ কৰিবলৈ এতিয়াও প্ৰস্তুত নহয়। ইয়াৰ মাজত আহি পৰিছে আলোক। আলোকৰ সাক্ষাতত নিশাই ডাক্তৰৰ লগত বৰ বেছি মুক্তভাৱে হলিগলি কৰিবলৈ সংকোচ বোধ কৰে। কোনো কোনো মুহূৰ্তত আলোকো কিবা কাৰণত কুণ্ঠিত আৰু সংকুচিত হৈ পৰে। নিজৰ ভিতৰত এটা দুৰ্ব্বলতা অনুভৱ কৰে। কিন্তু আলোকে এই দুৰ্ব্বলতা জয় কৰিবলৈ যত্ন কৰে।

ডাক্তৰ আৰু নিশা ল'ৰালি কালৰে বন্ধু যদিও শ্ৰীকণ্ঠ নিশাতকৈ আঠ-দহ বছৰৰ ডাঙৰ। বয়সত ডাক্তৰ আলোকতকৈয়ো দুই-তিনি বছৰৰ ডাঙৰ।

আলোক আলহী, উৰণীয়া পখী। ম্যাদ শেষ হ'লে গুচি যাব লাগিব। নিশাৰ লগত তাৰ পৰিচয় হয়তো এটা সোঁৱৰণি হ'ব। জীৱনটোক জটিল কৰি তোলাৰ কোনো প্ৰয়োজন আলোকে নেদেখে।

"বুজিছে ফুকন, মই যেতিয়া মেডিকেল পঢ়িবলৈ কলিকতালৈ প্ৰথম যাওঁ, তেতিয়া নিশা ইমানটি, অকণমান, খীনোৱা আছিল। নাকটোও কিজানি চুটিহে আছিল—এই ইমান দীঘল, এতিয়া কিন্তু শ্ৰীমতী নিশা ভব্য-গব্য এগৰাকী ভদ্ৰমহিলা"—কৈ কৈ শ্ৰীকণ্ঠই হাঁহিলে আৰু বাহুদুটাত ধৰি নিশাক জোকাৰি দিলে।

"তেতিয়া আপুনিওচোন ইমানটি, অকণমানটি আছিল। নাকটো অহঙ্কে এতিয়াতকৈ দীঘল আছিল। এতিয়া ভব্য-গব্য ডাঙৰজন হৈ আহিল নহয়—সাজচাজ নাই নাকটো চুটি," নিশাই ক'লে।

"এওঁৰ জানিবা মোক ইমানটি দেখা মনত আছেহে। কবিৰ লগত পৰি বেচ কল্পনা কৰিবলৈ শিকিছা।"

"ভব্য-গব্যৰ পিছত বাক কি হয় মামা"—নিশাই আলোকক সুধিলে।

হাঁহি আলোকে ক'লে "ছন্দ মিলালে ভব-গব্যৰ পিছত ৰব্য হয়। নহ'লে নব্য হয়। অটব্যও হ'ব পাৰে।"

"হাবিহে অটব্য হয়। মানুহৰ কি হয় জানে?"

শ্ৰীকণ্ঠই কৈ উঠিল, "ৰাইট, ৰাইট, ভব্য-গব্যৰ পিছত মানুহ নব্য হয়, মানে নতুন হয়। প্ৰমান—এই মিচ্ নিশা—"

"নব্য নহয়, ৰব্য হয়"—নিশাই ক'লে।

"ৰব্য? সেইটো কোন ভাষাৰ শব্দ?"

"অসমীয়া ভাষাৰ, ভব্য-গব্যৰ পাছত ৰব্য হয়, মানে বৈ যাবলগীয়া হয়।"

"বৈ যাবলগীয়া হয়, কাৰ কাৰণে?"—হঠাৎ আলোকে সুধিলে। কিন্তু পিছ মুহূৰ্ত্ততে উপলব্ধি কৰিলে যে মন্তব্যটো ভাল নহ'ল। আলোকে কিবা এটা ক'ব খুজিছিল, শ্ৰীকণ্ঠই কৈ উঠিল, "কাৰ কাৰণে ৰ'ব আৰু? যাৰ কাৰণে ৰোৱা দৰকাৰ—"

ৰঙা-চিঙা পৰি নিশাই ভিতৰলৈ দৌৰ মাৰিলে।

পৰিস্থিতিটো দুয়ো উপভোগ কৰিলে।

নিশাই চাহ আনিলে।

চাহ খাই থাকোতে শ্ৰীকণ্ঠই ক'লে, "ইয়াৰ পৰা ১৬ মাইলমান নাৱেৰে উজাই গ'লে ব্ৰহ্মপুত্ৰৰ এটা ডাঙৰ মৰিসুঁতি পোৱা যায়। তাত এই সময়ত খুব বনৰীয়া হাঁহ পৰে। অহা দেওঁবাৰমানে ওলাওক, দুটামান হাঁহ মাৰি আনোগৈ। ফুৰাও হ'ব, চিকাৰো হ'ব।"—ডাক্তৰে ক'লে।

"মই চিকাৰ কৰিব নেজানো" সাধাৰণভাৱে আলোকে ক'লে।

"চিকাৰ কৰিবলৈ আকৌ কি জানিব লাগিছে? আপুনি বাক চৰাই গুলিয়াৰ নালাগে। কবি মানুহ, আপুনি প্ৰাকৃতিক দৃশ্যকে চাব, ভাল পাব। ব্ৰহ্মপুত্ৰৰ পাৰৰ চিন-চিনেৰিবোৰ বৰ ধুনীয়া। মই কবিতা লেখিব নেজানো, পিছে কিছুমান দৃশ্যৰ মই ফটো তুলি থৈছো। আপোনাক দেখুৱাম কেতিয়াবা"—শ্ৰীকণ্ঠই ক'লে।

প্ৰলোভনটো আলোকৰ ভাল লাগিল।

ব্ৰহ্মপুত্ৰৰ পাৰৰ কৌটিকলীয়া সৌন্দৰ্য্য। হয়তো আজিলৈকে কোনো কবি শিল্পীৰ চকুত নপৰাকৈয়ে মৰহি গৈছে। আলোক যাব। চিকাৰ কৰিবলৈ নহলেও, লুইতৰ পাৰৰ সেই আদিম সৌন্দৰ্য্যৰ মাজত এদিনৰ কাৰণে হলেও, এবেলাৰ কাৰণে হলেও নিজকে আপোনমনে বিলাই দিব।

এনেয়ে আলোকৰ ভাল লাগিল।

শ্ৰীকণ্ঠই ক'লে "আমি চিকাৰলৈ যাম নিশা—"

"আমি মানে?"

"আমি মানে ফুকন আৰু মই। ফুকনে কবিতা লেখিব। মই মৰা হাঁহ লেখিম। তুমিও যাবা নেকি?" .

"থাওক, ছোৱালীও আকৌ চিকাৰলৈ যায়? মই গৈ কি কৰিম গৈ?"

"তুমি—তুমি বনৰীয়া হাঁহ বান্ধিবা, ফুকনৰ কবিতা পঢ়িবা, মন গলে ব্ৰহ্মপুত্ৰত সাতুৰিবা, নাইবা পাখী লগাই উৰিবা।"

"যাবৰ মনটো আছিল, পিছে দেউতাহঁতে নপঠিয়ায়। নহ'লে গলোহেতেন, আপুনিতো মোৰ পাখি লগাই দিলেহেতেন—নহয় জানো?"

"মই পাখী লগাবলৈ ক'ৰ পাম? ফুকন কবি মানুহ—কবিৰহে কল্পনাৰ পাখী থাকে। নহয়নে ফুকন?"

"পিছে কবিৰ কল্পনাৰ পাখীৰে মনটোহে উৰে, মনৰ গৰাকী উৰিব নোৱাৰে।" আলোকে ক'লে।

চিকাৰলৈ যোৱাৰ দিন ঠিক কৰি, নিশাৰ নাকটোত চেপা এটা মাৰি শ্ৰীকণ্ঠ গ'লগৈ।

"ডাক্তৰ ককাইদেউটোযে কি মানুহ। আপোনাৰ বাৰু তেওঁক ভাল লাগেনে মামা?" অপ্ৰস্তুত অৱস্থাটোৰ পৰা কোনোমতে নিজক মুক্ত কৰিবৰ চেষ্টা কৰি নিশাই সুধিলে। লগে লগে ক'লে—"ডাক্তৰ ককাইদেউক মোৰ বৰ ভাল লাগে। মানুহজন বৰ খোলামনৰ নহয়নে বাৰু? সকলো পৰাই মোক খুব মৰম কৰে। আগেয়ে যে তেওঁৰ কথা শুনিলে মোক মৰিয়ায়ো।"

আলোকে ক'লে, "চিকাৰত মোৰ কোনো ৰাপ নাই। নিৰ খুজিছে, নগলে বেয়া পাব।"

"আপুনি লগত গলে ভাল পাব, কিন্তু নগলে বেয়া নাপায়। তেওঁ তেনেকুৱাই" নিশাই ক'লে।

আজিকালি আলোকৰ লগত বহি কথা পাতি থাকিবলৈ নিশাৰ সংকোচ

নেলাগে। মুকলি ভাবেই ইটো-সিটো কথা পাতে। সেইদিনাও আৰু কিমান কিবি কথা পাতি দুয়ো ভালেমান সময় বহি থাকিল।

## ॥ তিনি ॥

ৰঘুনাথ উকিলৰ সাতোটা ল'ৰা আৰু পাঁচজনী ছোৱালী, উকিল উকিলনী এতিয়াও হৃষ্ট-পুষ্ট স্বাস্থ্যবান হৈয়ে আছে। ৰকৰা পুৰণি চহৰটোৰ ঘৰৰ ল'ৰা। কেইবছৰ মানৰ আগতে এবাৰ এছেম্ব্লীৰ সভ্যও হৈছিল। ১৯২১ চনত অসহযোগ আন্দোলনৰ আগৰণুৱা হিচাবে ফাটেকলৈও গৈছিল। মানুহজন অলপ উগ্র প্রকৃতিৰ।

উকীল হিচাবে তেওঁ যথেষ্ট যশস্যা আৰু পইচা আৰ্জিছে। মক্কেলৰ পৰা পইচা আদায় কৰা বিষয়ত তেওঁ বৰ কাড়া। কাকো এক পইচাও এৰি নিদিয়ে আৰু ফিজ আদায় কৰি নোলোৱাকৈ এখোজো লৰ-চৰ নকৰে। মানুহজনে কথা অতি কম কয়। তেওঁৰ চকুৰ আগতে সাতখন বিয়াৰ ঢোল বাজি থাকিলেও তেওঁ পঢ়ি থকা আইনৰ শকত কিতাপটোৰ পাতৰ পৰা মূৰ তুলি নেচায়। ডাঢ়ি-চুলি অলপ পকিছে; কিন্তু দাঁতবোৰ সকলো ভালেই আছে। ডেকাকালত তেওঁ বৰ ধুনীয়া মানুহ আছিল।

ৰঘুনাথ ৰকৰা বৰ নিয়মীয়া মানুহ। ঘড়ীৰ কাঁটাই কাঁটাই চলে। অন্য মানুহৰ ঘৰলৈ অতি কমেই যায়। যি দুই এজন বন্ধু আছে, তেওঁলোকৰ লগতো প্রায় মোকৰ্দমা আৰু আইন সম্পৰ্কীয় কথা বতৰাই হয় বেছি।

ধন ঘটাত অতি কঠোৰ হলেও ধন খৰচ কৰাত তেওঁ একেবাৰে অনিয়মীয়া। আগেয়ে মদ খাইছিল নিয়মিতভাবে, এবাৰ অসুখ হ'লত ডাক্তৰে মদ এৰিবলৈ ক'লে, তাৰপৰা তেওঁ মদ নেখায়।

দৈনিক যি পইচা আৰ্জে, সকলো আনি তেওঁ উকীলনীৰ হাতত গটাই দিয়েহি। উকীলনীৰ ল'ৰা-ছোৱালীহঁতে এহেজাৰ এটা কাৰণ দেখুৱাই পইচা নি আধানাৰ্জি কৰে। এই বিষয়ত আটাইতকৈ চোকা ৰকৰাৰ ডাঙৰ জীয়েক মায়া। মায়া দেখাত ধুনীয়া। ৰকৰাৰ ডাঙৰ ল'ৰাটো বেনাৰছত থাকে, সি পঢ়িছে। দ্বিতীয়টো গুৱাহাটীত, তাৰ পিছৰে মায়া, মেট্রিক পাছ কৰি এবছৰ জিৰণি লৈছে। অহা বছৰলৈ যাব বেনাৰছ, কলিকতা বা অন্য কোনোবা বাহিৰৰ কলেজত পঢ়িবলৈ।

মায়াৰ কথা-বতৰা, মতি-গতি, ৰুচি-আচৰণ সকলো অলপ অন্য ধৰণৰ। যেতিয়া পঢ়ে, খুব কিতাপ পঢ়ে। যেতিয়া নপঢ়ে কিতাপৰ মেজৰ কাষকে নেচাপে। কিতাপৰ কথা ক'লে অন্য কথা উলিয়ায়। ছবি আঁকাত হাত আছে। কেতিয়াবা গোটেই দিনটো নিজৰ কোঠাত সোমাই থাকি ছবি আঁকে। তাৰ পিছত যদি ঠিক মনৰ লগত ছবিখন নিমিলে, আঁকা ছবিখন টুকুৰাটুকুৰ কৰি ফালি পেলায়; গান গায়, নাচে নাইবা, কোনোবা ভনীয়েক এজনীৰ পাঠ্যপুথিত থকা কোনোবা তিৰোতা মানুহৰ ছবিত পেন্সিলভাল লৈ চছ্‌মা পিন্ধায় অথবা ডাড়ি গজায়।

কাপোৰ-কানি পিন্ধাত মায়া অত্যন্ত পৰিপাটি। অসমত নহৈ অন্য ঠাইত হোৱা হ'লে মায়াই ইয়াকে লৈ যশস্যা আৰ্জিব পাৰিলেহেঁতেন।

বৰষুণ দিয়া ভাৰৰীয়া বতৰ। আকাশ ওন্দোলোৱা। কাপোৰৰ আলমাৰীত বিচাৰি বিচাৰি ঢক চক কৰে বগা এসাজ কাপোৰ পিন্ধে। চোলাটো হয়তো পাতল বিধৰ, মূৰত তেল নলয়, চুলি নফনিয়ায়।

ফাগুনমহীয়া আবেলি। আকাশত ৰঙা মেঘ। দক্ষিণৰ বতাহজাকত অশান্ত মাদকতা। কি ৰঙৰ কি কাপোৰ পিন্ধিলে ঠিক হ'ব? অন্য ছোৱালীয়ে হয়তো পিন্ধিছে আকাশ বুলীয়া নাইবা গুলপীয়া কিবা। মায়াই কাপোৰৰ বেহা লগাই থোৱা দ'মটোৰ সন্মুখত বহি অলপ ভাবে। তাৰ পিছত উলিয়াই আনে এসাজ আংফাই বুলীয়া পাতৰ কাপোৰ। সেইটো বাসন্তী সন্ধিয়াৰ নিজা ৰঙ।

দেউতাকৰ বহুত টকা মায়াই কাপোৰ কিনাত ব্যয় কৰিছে। শৰতকালৰ জোনাক ৰাতি। জোনাকত চউদিশ ৰূপালী। মায়াৰ গাত এসাজ পাতল সেউজীয়া কাপোৰ। পাৰিটো সৰু সোণালী গুণাৰ বনকৰা। জোনাকত সি অপূৰ্ব ধুনীয়া হয়। আবেলি পুৰা কুঁৱলীয়ে সকলো ঢাকি ৰাখিছে। দুৰ্বল সূৰ্যৰ অনুজ্জ্বল পোহৰে পুৰাৰ পৃথিৱীখনত মৰম-মিহলি শীতলতা সানি দিয়ে। মায়াৰ গাত কুহুমবুলীয়া মেখেলা, আবেলিৰ থলপদুম বুলীয়া চাদৰ আৰু এটা ক'লা অপৰাজিতা ৰঙৰ কোট।

শুৱনী দেখি মায়াজনীক। অথচ তাই পিন্ধা সকলো কাপোৰেই দামী নহয়। প্ৰায়বোৰেই অলপ দামী। সাধাৰণ কাপোৰ। দামী হোৱাটো কাপোৰৰ আচল কথা নহয়, পিন্ধোতাৰ ৰূপ-বুদ্ধি কৰাটোহে আচল কথা। কাপোৰৰ প্ৰধান কথা হ'ল, তাৰ ৰং আৰু তাৰ পিন্ধাৰ পদ্ধতি। ভালকৈ পিন্ধিব নেজানিলে অতি দামী কাপোৰো বেয়া দেখি। এইবোৰেই মায়াৰ যুক্তি।

মায়াৰ দ্বিতীয় আদৰৰ বস্তু চুলি। মায়াৰ চুলিকোচা শকত, দীঘল আৰু

ত নম্রতা সানি মায়াই মুখিলে।
ক'লা। সক সক চৌ আছে, এটি উজ্জ্বল চি... ...বা কেইজনমানে কৈছিল যে
চুলিবে এটা সজীৱতা আছে।

মায়াৰ বহুসময় দাপোণৰ আগত কাটিছে। মানুহ... ...এতিয়া আঠবাজি
আগতে মায়া থাকে বেছি। মানুহৰ চকুত নিজৰ ৰূপৰ প্ৰ...
ধৰিব নোৱাৰি।
...য়ে আছো।"
যত বিভিন্ন ৰকমৰ চুলি গোঠাৰ নিয়ম আছে, সকলোবোৰ মা... ...নাই যদি
অজন্তাৰ, ৰাজপুতনাৰ, নেপালৰ, কাশ্মীৰৰ বিভিন্ন কেশবিন্যাস
ইংলেণ্ডৰ, ফ্ৰান্সৰ, এমেৰিকাৰ, জাপানৰ যতবোৰ চুলি ফনিওৱা আৰু
নিয়ম, চীনৰ, হাৱাই দ্বীপৰ, মালয়ৰ, বৰ্মাৰ চুলি সজোৱাৰ যত ৰকম ধৰণ-কৰণ
আছে ফটো চাই, বিৱৰণ পঢ়ি, আৰ্চীৰ আগত বহি বহি মায়াই সেইবোৰ আয়ত্ত
কৰে, নিজৰ চুলিবোৰ সেইদৰে নিজেই সজায় পৰায় আৰু যেতিয়া নিজে অকলে
নোৱাৰে, ভনীয়েক ৰাণীক মাতি আনি ভালকৈ বুজাই দি ৰাণীৰ হতুৱাই
চুলিখিনি সেইদৰে ঠিক কৰাই লয়।

কোন সাজ কাপোৰৰ লগত কেনেকুৱা সময়ত কি দৰে চুলি সজাব লাগে
তাৰো পৰিপাটি, ৰুচিসন্মত জ্ঞান মায়াৰ আছে। কাপোৰ আৰু চুলিৰ পৰিচৰ্যাত
লাগি থাকি মায়াই মাকৰ গালি নোখোৱা নহয়। কিন্তু মায়াই তালৈ কাণ
নিদি গহীন হৈ কয়, "এই সময়ত তোৰ এই গালিখিনি ঠিক হোৱা নাই মা,
গালি পৰাবো এটা ষ্টাইল থাকিব লাগে। যেনেকৈ তেনেকৈ গালি পাৰিলে
নহয়।"

"আকৌ চুপতি কৰিবলৈ আহিছে—' মাকে গুজৰি উঠে। মিঠা খং।

"চুপতি নহয় মা, তই যেতিয়া মোক শুদ্ধ অসমীয়া ভাষাৰে গালি পাৰ,
মোৰ তই নিচুকনি গীত গোৱা যেন লাগে। গালিৰ শব্দবোৰ বেলেগ বেলেগ
ভাষাৰ হ'ব লাগে। মুঠতে এটা ষ্টাইল থকা দৰকাৰ। ষ্টাইল নেথাকিলে
উকিলনীৰ গালি আৰু অন্যৰ গালিৰ পাৰ্থক্যই নেথাকিব দেখোন।"

মাকে কবলৈ কথা বিচাৰি নেপায়। মাক জব্দ হোৱা দেখিলে মায়া শান্ত
ছোৱালীজনী হৈ মাকৰ কাষ চাপি যায় আৰু আব্দাৰৰ সুৰত কয়—"আমাৰ
এই ৰাণীজনী জানিছ মা, একেবাৰে হ'পলেছ। এই চা", এখন ইংৰাজী
আলোচনীৰ ছবি এখন মাকৰ চকুৰ আগত দাঙি ধৰি কয়,—"ঠিক এইদৰে
মোৰ চুলিখিনি বান্ধি দিবলৈ ক'লো, মই নিজে অকলে নোৱাৰো কাৰণেহে।
এইটো বালী দ্বীপৰ ষ্টাইল। কিন্তু তাই কৰিলে কি, জাপানী ষ্টাইলত খোপা
বান্ধি দিলে। তই বাৰু ঠিককৈ চাচোন মা, চা কি ধুনীয়া দেখি!" তাই

মাকৰ আগত খোলা চুলিখিনি মেলি বহি দিয়ে। নিবৰ হৈ মাকে ছবিখন চাই চাই মায়াৰ মুখত বালীবীপৰ সাগৰপৰীয়া ঢৌ সৃষ্টি কৰিবৰ অক্ষম সাধনাত লাগে। মাকৰ অৰুন্ধাটো সুন্দৰকৈ ভাঙৰ আচীখনত দেখি মায়াই মুখ টিপি হাঁহে আৰু গহীন, শান্ত হবলৈ চেষ্টা কৰে। কিছুপৰ ব্যৰ্থ চেষ্টাৰ মূৰত মাকে উঠি কয়, "মই নোৱাৰো, দেউতাৰো যাবৰ হ'ল। সদায় বন্ধা চুলিবোৰত কিনো সোণ খটাব লাগে। তই নিজেই যি কৰ কৰি থাক, মই যাওঁ।"

"নোৱাৰ যদি বাৰু নেলাগে। তই বাৰু অলপ বৈ চা মই কি কৰো।" মাক গুচি যায়। মায়াই গুণগুণাই গানৰ শাৰী এটিৰ ওপৰত নতুন অনুশীলন কৰি চুলি বন্ধাত লাগে।

॥ চাবি ॥

বাহিৰত ৰঘুনাথ উকীল আৰু অন্যান্য দুই-চাৰিজন ভদ্ৰলোক তাৰ বনেজ্ৰ-কুমাৰ ছাত্ৰৰ দেওবৰীয়া আলোচনা সভা বহে। যেয়ে যিদৰে জানে সেইদৰেই নানা ৰাজনৈতিক আলোচনা কৰে। উকীলে মাজে মাজে নিজৰ অভিমত আৰু মন্তব্য দিয়ে। অন্য সময়ত গান গাই চিঞৰ-বাখৰ কৰি হুলস্থুল কৰি থাকিলেও, সভা বহি থকা সময়ত মায়া মনে মনে থাকে। যেন তাই ঘৰখনত নায়েই। মায়াই তেতিয়া হয়তো কিতাপ থকা মেজখনকে ঠিক কৰে, নাইবা চুলিৰ আউল মাৰে, নতুবা কিবা এখন বুজি নোপোৱা টান ইংৰাজী কিতাপ চকুৰ আগত মেলি লৈ বহি থাকে। কেতিয়াবা হয়তো আগফালে ওলাই আহি বাৰন্দাতে বহি কিবা আলোচনীৰ পাত লুটিয়ায়, নতুবা ফুল কেইজোপাৰ ফুলৰ পাহিৰ অদৰকাৰী হিচাব কৰে।

দেওবাৰ। স্কুল-কাছাৰী বন্ধ। আঠ বাজি গ'ল। ৰ'দজাক ভালকৈয়ে ওলাইছে। কান্তিময়ীয়া কুঁৱলী নোহোৱা পুৱাবোৰৰ এটা উষ্ণ, কোমল আত্মীয়তা আছে। বেতৰ চকীখন বাৰান্দালৈ টানি উলিয়াই মায়া গাত ৰ'দ লগাই বহি আছে। পিন্ধনত কোমল ক্ৰীমৰঙৰ এখন পাতল শাৰী, খোপাত এটি থক নাৰ্জী ফুলৰ খোপা।

আলোক সোমাই আহিল জগন্নাথৰ মেলি। প্ৰথমতে মায়াই বিশেষ মনোযোগ নিদিলে। আলোক আহি যেতিয়া মায়াৰ ওচৰ পালেহি, মায়া নিৰবে উঠি থিয় হ'ল, আৰু তুলাৰ মুখতে আলোক বৈ যাব ধৰা দেখি ক'লে—"আহক।"

আলোক মায়াৰ নিৰ্দেশমতে মায়া বহি থকা চকীখনতে বহিল।

"আপুনি দেউতাক লগ পাবনেকি ?" মাতত নম্রতা সানি মায়াই সুধিলে।

আলোকে মায়াৰ মুখলৈ চাই ক'লে—"স্কুলৰ ল'ৰা কেইজনমানে কৈছিল যে দেওবাৰে ইয়াত আলোচনা সভা হয়।"

"হয়। ন. চাৰে নমান বয়.তহে সকলো আহে। এতিয়া আঠবাজি গৈছে—।"

"তেনেহ'লে মই বেছি সোনকালে আহিলো। বাৰু অলপ ঘূৰিয়ে আহোঁ।"

আলোক উঠিব খোজা দেখি মায়াই ক'লে, "অন্য ঠাইত বিশেষ কাম নাই যদি অলপ বহকেই। দুই এজনকৈ আহিবই এতিয়া।"

আলোকে পুনৰ মায়াৰ মুখলৈ চালে। বৰ ধীৰ মায়াৰ কথাবোৰ।

"আপুনি অকণমান ব'ব। মই এই আহিছো।" উত্তৰৰ অপেক্ষা নকৰি মায়া ভিতৰলৈ গ'ল, আৰু দুই মিনিটৰ ভিতৰতে বটাটোত তামোল লৈ ওলাই আহিল।

বাৰান্দাৰ এমূৰে থকা সৰু টিপয়খন আনি আলোকৰ আগত মায়াই বটাটো থ'লে আৰু ক'লে, "আপুনি আগেয়ে অন্য দিনা নাই অহানেকি ?"

তামোল এখন লৈ আলোকে ক'লে—"আগে নাই অহা। মই ইয়ালৈ আহিবৰো বেছি দিন হোৱা নাই।"

"হয়, মই কিজানি আপোনাক দেখা নাই—।"

"মই শিৱসাগৰৰ। ইয়াত স্কুলত কাম কৰো।"

"অ' আপুনিয়ে তেনে আলোক ফুকন ? আমাৰ ভাইকেইটাই আপোনাৰ কথা কৈছেহি। মই এপিয়লা চাহ আনো, আপুনি আৰু অকণমান বহক। ল'ৰাবিলাক অলপতে ওলাবহি।"

"আপুনি বহকচোন বাৰু। এতিয়া চাহ নেলাগে"—আলোকে ক'লে।

"মোক আপুনি নক'ব। মই এই বছৰহে মেট্ৰিক পাছ কৰিছো।" কৈ মায়া ভিতৰ সোমাই গ'ল। তাৰ অলপ পিছতে ৰঘুনাথ উকিল ভিতৰৰ পৰা ওলাই আহিল। আলোকে কপাললৈ হাত তুলি প্ৰণাম জনালে। "বহা, বহা। তুমিয়েই বুলিছো, বেয়া নাপাবা। ল'ৰাইতে কৈছিল যে আজি তুমিও আহিবা। তুমি মহেন্দ্ৰৰ তাতে থাকা নহয় ?"

"হয়, তাতে আছো।"

ইতিমধ্যে আলিবাটৰ পৰা চাৰিজন ল'ৰা সোমাই আহিল। আলোকক দেখি এটা ল'ৰাই মাত লগালে।—

"চাৰ আহিল ?"

উত্তৰ দিবলৈ 'নোপাওতেই ভিতৰৰ পৰা আহি মায়াই ক'লে, "দেউতা, চাৰক চাহ দিছো। তেখেত আমাৰ ঘৰলৈ আজি প্ৰথম আহিছে।"

"অ' যোৱা, চাহ দিছে। মায়া, মোকো এপিয়লা ফিকা চাহ দি যাবিচোন।' একো নকৈ মায়াৰ পিছে পিছে আলোক ভিতৰৰ কোঠা এটালৈ সোমাই গ'ল।

কোঠাটো অত্যন্ত পৰিষ্কাৰ আৰু পৰিপাটি। ক'তো ধূলিকণা এটিও নাই। বেৰত মাত্ৰ দুখন ছবি আঁৰা আছে। এখন কোনোবা শীতৰ দেশৰ প্ৰাকৃতিক দৃশ্যৰ ছবি। আনখন নৈ এখনৰ কাষৰত দূৰলৈ চাই বৈ থকা এটা হৰিণাৰ ছবি। খিৰিকিৰ পৰ্দাবোৰৰ ৰংটো পাতল ধোঁৱা বৰণীয়া। আলোকে সকলোতে দেখিলে ৰুচিৰ পৰিচয়। আভিজাত্যৰ দাম্ভিকতা নহয়, সহজ ৰুচিৰ সৰলতা এটা সকলোতে আছে। আলোকৰ নিজকে ঘৰুৱা যেন লাগিল—আচহুৱা যেন নেলাগিল।

চাহ খাই থাকোতেই মায়াৰ ভায়েক দুটাই ভুমুকিয়াই চাৰক মাত লগাই গ'ল। তাৰ পিছত ফুকননীয়েও আহি আলোকৰ লগত সাধাৰণ চিনাকি হ'লহি। তেওঁৰ দুটা ল'ৰাই আলোকৰ স্কুলতে পঢ়ে।

তাৰপিছত উকিলৰ বৈঠকখানাত সভা বহিল। আলোকে আহি ঠিক সময়তে যোগদান কৰিলেহি। প্ৰথম দিন বুলি আলোকে মাত্ৰ আলোচনাত শ্ৰোতা হিচাবে যোগহে দিলে—নিজে একো নক'লে।

সভা ভগাৰ পিছত আলোকে এনেয়ে ঘূৰি চালে। মায়াক ক'তো নেদেখিলে। আকৌ পিছৰ দেওবাৰে সভা হবনে নহয় সুধি আলোকে অন্দৰ পৰা বিদায় লৈ অগ্নিগড়ৰ ফালে খোজ দিলে।

## ॥ পাঁচ ॥

ৰাতি চাৰে এঘাৰ বজাত শ্ৰীকণ্ঠৰ লগত আহি আলোক নিশাইতৰ ঘৰ ওলালহি। চিকাৰ সিহঁতৰ ভালেই হ'ল। কেইবাটাও হাঁহ, পখুঁমা আৰু অন্যান্য চৰাই মাৰিলে। ৰাতি দুপৰত মানুহ শোৱা ঘৰ এটাত গণ্ডগোল নকৰিবৰ মনেৰেই শ্ৰীকণ্ঠই নিশাইতৰ পদুলি মুখৰে পৰা আলোকক থৈ বিদায় ল'লে।

আলোক আহি মনে মনে নিজৰ কোঠাৰ দুৱাৰখন মেলিলেহি, যিমান সন্তৰ্পণে পাৰে। ৰাতি অকৰ টোপনিত ব্যাঘাত ঘটোৱা অন্যায়। কিন্তু দুৱাৰ মেলাৰ লগে লগে এটা সৰু কোমল মাত আলোকৰ কাণত পৰিল—

"মামা আহিলনেকি ?"

নিশাৰ মাত।

"হয় নিশা।"

"ৰ'ব, লেম-চাকি নাই, ক'ৰবাত খুন্দা খাব। মই গৈছো।" লেম এটা জ্বলাই লৈ নিশা ভিতৰৰ পৰা আলোকৰ কোঠালৈ সোমাই আহিল।

"তোমাৰ এতিয়াও টোপনি অহা নাই নেকি ?" টোপোলাটো নমাই মেজখনত থৈ আলোকে নিশাৰ মুখলৈ চালে।

"আপুনি গা ধুবনেকি ? নহ'লে ভাতকে উলিয়াওগৈ—" নিশাই ক'লে।

"এই বাতি ভাত ? বহুত কিবাকিবি খাই আহিছো নিশা, যোৱা তুমি শুই থাকাগৈ। বহুত ৰাতি হ'ল।" নিশাই এলোটা পানী আনি দিলে, তাৰ পিছত একো নকৈ ভিতৰলৈ সোমাই গ'ল।

কাপোৰ-কানি খুলি আলোকে মুখ-হাত ধুই আহিল, আৰু শুবৰ কাৰণে বিচনাখন চালে। এনেতে হাতত লেমটো লৈ আহি নিশাই মাতিলে—

"আহক।"

"কলৈ ?"

"ভাত বাঢ়িছো। এমুঠি খাই লওকহি।"

"মিছাতে তুমি কষ্ট কৰিছা নিশা। মই সঁচাকৈয়ে কিবাকিবি খাই আহিছো।"

"জানিছো, আহক। ব্ৰহ্মপুত্ৰৰ জলকুৱৰীয়ে আপোনালৈ পথমান বাছি থৈছিল।"

নিশাৰ পাছে পাছে গৈ আলোক ভাতৰ পাতত বহিলগৈ।

"ভালেমান ৰাতি হ'ব পায় কিজানি ?" নিৰৱতা ভংগ কৰিবৰ কাৰণে আলোকে এনেয়ে ক'লে।

"চিকাৰ কৰি কি পালে পিছে ?"

"বহুত কিবাকিবি। সকলো শ্ৰীকণ্ঠৰ ঘৰলৈ পঠাই দিয়া হৈছে। কালিলৈ পাবা।"

"ডাক্তৰ ককাইদেউ আহিলনে নাই ?"

"আহিল। মোক পহুলিমুখত থৈ গৈছেহি। কালিলৈ দিনত আহিব।"

ভাত খাই আলোক নিজৰ কোঠালিলৈ আহিল। নিশাই কাহী-বাটি ধুই-মাজি থৈ আহি আলোকক চালেহি। আলোকে বিচনাত দীঘল দিছে। তাগৰ আৰু টোপনিয়ে আলোকক হেঁচি ধৰিছে। নিশাই আলোকৰ বিচনাৰ

আঠুৱাখন পেলাই দিলে। মেজৰ ওপৰৰ চাকিটো নুমালে। তাৰপিছত কোঠাটোৰ দুৱাৰখন বন্ধ কৰি অতি সন্তৰ্পণে নিজৰ কোঠালৈ গ'ল। এবাৰ মাকক মাতিলে, "মা, অ' মা" মাকৰ তেতিয়া ঘোৰ টোপনি।

চাকিটো নুমাই নিশা শুই থাকিল।

পিছদিনা আলোকৰ টোপনি ভাগোতে পলম হ'ল। পুৱাতে উঠি নিশাই আলোকৰ কোঠাত দুই তিনিবাৰ ভুমুকিয়াই চালে। আলোকৰ তেতিয়াও বেচ টোপনি।

আজি স্কুল বন্ধ। গতিকে নিশ্চিন্তে আলোকৰ শোৱাত কোনো বাধা নাই। কিন্তু বৰ বেছিপৰ শোৱা সম্ভৱপৰ নহ'ল। শ্ৰীকণ্ঠইতৰ চাকৰ ল'ৰাটোৱে এজোকা মৰা হাঁহ আনি নিশাইতৰ মজিয়াত পেলালেহি। বেচ এটা হৈ চৈৰ সৃষ্টি হ'ল। প্ৰদ্যুৎ, মামনিহঁতে হাঁহ বিয়ৈ লগালে। আলোকে সাৰ পালে। নিশাৰ মাকে ক'লে, "বাপানো কেতিয়া আহিলা আমি কৰই নোৱাৰো। ৰাতি বেছি হোৱা দেখি আমি আৰু নাহিবা বুলিহে ভাবিছিলো। ৰাতি খোৱা বোৱা কিবা কৰিলানে নাই?" আলোকে ওচৰতে থিয় দি থকা নিশাৰ মুখলৈ চালে। তাৰ পিছত নিশাৰ নিশ্চল মুখখনত এই প্ৰশ্নৰ কোনো উত্তৰ বিচাৰি নেপাই সহজভাৱে ক'লে, "খালো, খালো। নোখোৱাকৈ ৰাতিটো কেনেকৈ কটালোহেতেন।" মাকে অন্য প্ৰশ্ন সুধিবলৈ নৌপাওঁতেই নিশাই চিঞৰি সুধিলে, "আপুনি কোনটো চৰাই মাৰিলে বাৰু মামা?"

"মই? এটাও মৰা নাই। মই কঢ়িয়ালো।" এনেতে প্ৰদ্যুতে ক'লে, "ডাক্তৰ ককাইদেউৰ নিচান বৰ ঠিক। যিটো চিকাৰ কৰিম বুলিব, কৰিবই।"

হাঁহি আলোকে ক'লে, "এৰা, কেইজ'াইমান মাৰোতেই ভালেমান হাঁহ পৰিল। ডাক্তৰৰ হাতখন পোন।"

দুপৰীয়া ভাত খাই উঠি শোৱাৰ পৰিবৰ্তে আলোকে কাগজ কলম গোটাই ল'লে। চিকাৰ কৰিবলৈ যাওঁতে দেখা ব্ৰহ্মপুত্ৰৰ পাৰৰ মনোমোহা দৃশ্যবোৰে আলোকৰ মন-প্ৰাণ পুলকিত কৰি তুলিছিল।

: প্ৰশান্ত উদাৰ ব্ৰহ্মপুত্ৰৰ বুকু, নীল-গভীৰ জলধাৰা, আগ আঘোণৰ শান্তি নামি আহিছে তাৰ বুকুলৈ। চকচক কৰে বগা বালিচাপৰিবোৰ পৰি আছে নিৰৱে। তাৰ মুখত ভূগৰ্ভৰ অকম্পিত শান্তিৰ অস্পষ্ট ৰেখা। ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে ক'লাশিল আৰু নঙা গৰা। গৰাত চিৰিলি-পতীয়া ঝাওবন। তাৰ মাজত আপোন মনে উমলি ফুৰিছে বাট হেৰুওৱা বতাহজাকে। কি সীমাহীন উদাৰতা। আকাশৰ লগত পৃথিৱীৰ কি নিবিড়, গাঢ় সম্বন্ধ।

চৌদিশে বস্তুৰ ইমান প্ৰাচুৰ্য্য, অথচ চাওঁতা কোনো নাই, উপভোগ কৰোঁতা কোনো নাই। শ্ৰীকণ্ঠ আৰু সি আৰু তাৰ নাৰ্সীয়াটে—যেন তিনিও তিনিওৰে একেবাৰে অচিনাকি। একেখন নাৱতে, একেটা সোঁতত উটি গলেও যেন কোনেও কাকো নিচিনে। তিনিও যেন কোনোবা অচিন সাগৰৰ বুকুৰেদি তিনিটি অচিন দ্বীপৰ দৰে আহি মুহূৰ্ত্তৰ কাৰণে এটা নাম নোহোৱা বন্দৰত দেখাদেখি হৈছেহি—কিন্তু কোনেও কাকো নিচিনে, একেবাৰে নিচিনে······।

নানাভাব, নানা অনুভূতিৰে ভৰি পৰে আলোকৰ মন। আলোক সেই নানাবৰ্ণীয়া ভাববোৰক কবিতালৈ ৰূপান্তৰ কৰাত লাগিল।

নিশাই বুজে। মাজতে নিঃশব্দে নিশাই তাক চাহ এপিয়লা দি যায়হি। আলোকে নিশালৈ চকু তুলি চায়। কিন্তু সি যেন একো দেখা নাই। নিশা গুলাই যায়। নিশাই বুজে—মাদকতাভৰা কবিতা, শব্দৰ মাজত বৰ দূইতৰ চিৰন্তন সুৰধ্বনি।

*　　　*　　　*

দ্বিতীয় মহাযুদ্ধৰ সৰ্বগ্ৰাসী লেলিহান জিভা ভাৰতৰ ফালে লহপকাই আগবাঢ়ি আহিল। চিঙ্গাপুৰ আৰু ৰেঙ্গুনত বোমা পৰিল। ব্ৰহ্মদেশৰ পৰা আৰম্ভ হ'ল অভূতপূৰ্ব্ব ভগনীয়া ভাৰতীয়ৰ সোঁত। নিতৌ নতুন মৃত্যু আৰু ধ্বংসৰ কাহিনীৰে আকাশ বতাহ আতত শিয়ৰি উঠিল। কোনদিনা ভাৰতৰ বুকুত জাপানৰ মৃত্যুবাহী বোমাৰ নিষ্ঠুৰ আঘাত পৰিব তাৰ দুঃচিন্তাত ভাৰতীয় জনসাধাৰণ সন্ত্ৰস্ত হৈ উঠিল। চৌদিশে মৃত্যুৰ ভয়, ধ্বংসৰ ভয়, আকস্মিক আক্ৰমণৰ ভয়, লুট, হত্যা, আত্মমৰণৰ ভয়।

যুদ্ধ পৃথিৱীত বিয়পি পৰিল। ভাৰতৰ বৃটিছ চৰকাৰে যুদ্ধ ঘোষণা কৰি চৌদিশে বিৰাট সমাৰোহৰ কৰাত লাগিল। অসমৰ সেউজীয়া ধাননি পথাৰৰ বুকুত সৈন্য শিবিৰ, বিমান ঘাটি হ'ব ধৰিলে। অসমৰ বুকুত দেশ-বিদেশৰ সৈন্যৰ বিৰতিহীন অহাযোৱা আৰম্ভ হ'ল। অসমৰ যুগমীয়া শান্তিৰ শেষ অধ্যায় ৰচনা হ'ব ধৰিলে।

কংগ্ৰেছে "ভাৰত ত্যাগ" প্ৰস্তাৱ গ্ৰহণ কৰিলে। লগে লগে কংগ্ৰেছী নেতা সকলক বন্দী কৰা হ'ব ধৰিলে। এঘাৰ আগষ্টৰ দিনা ৰঘুনাথ উকিলক এৰেষ্ট কৰিলে। লগে লগে আৰু কেইবাজনকো।

ৰাতি ব্লেকআউট আৰু কাৰ্ফু। পৃথিৱীৰ বুকুত আন্ধাৰ মুকলি হ'ল। মিলিটাৰীৰ সংগীতত মৰণৰ তিৰবিৰণি। গধূলি হোৱাৰ লগে লগে কোনো

বাহিৰ ওলাব নোৱাৰা হয়। সকলো যেন দেশৰ শত্ৰু, যুদ্ধৰ শত্ৰু। ভয়, শংকা, দুঃচিন্তাত সকলো উদ্বিগ্ন।

মহেন্দ্ৰ কেৰেণীইত শুলে। আলোকৰ দুৱাৰ খিৰিকী জপোৱা কোঠাটোত লণ্ঠনটো অলপকৈ জ্বলি আছে। আলোকে লিখিছে। তেতিয়া বাতি দহ বাজি গৈছে। বাহিৰত ঘোপমৰা আন্ধাৰ।

মনে মনে দুৱাৰখন মেলি নিশা সোমাই আহিল। আলোকে লিখা বন্ধ কৰিলে।

"মামা, শোৱা নাই ?"

"নাই শোৱা নিশা, লিখিছো।"

"ভালবাৰু লিখক, মই যাওঁ।"

"বহাচোন নিশা, নেযাবা।"

"নহয়, আপুনি লিখি শেষ কৰক বাৰু, মই আকৌ আহিম।"

"লিখি শেষ কেনেকৈ কৰিম ? আৰম্ভ কৰিছোহে এথোন"--নিশাৰ মুখলৈ চাই আলোকে ক'লে।

"আজিনো কি লিখিবলৈ আৰম্ভ কৰিছে মামা ?"

"আজি ? বাতিৰ কবিতা লিখিবলৈ আৰম্ভ কৰিছো। চোৱা নিশা, যুদ্ধ যিদৰে আগবাঢ়ি আহিছে, আৰু আমাৰ নেতা সকলক যিদৰে ধৰ-পাকৰ কৰিছে, মোৰ মনত লাগিছে যেন আমাৰ জীৱনৰ দিন শেষ হৈ আহিছে।

আমাৰ জীৱনত বাতিৰ আন্ধাৰ অভিযান আৰম্ভ হৈছে। মৃত্যু আৰু আন্ধাৰৰ ভয়াল নাচোন আৰম্ভ হৈছে।"

নিশাই আলোকৰ মুখৰফালে চাই ৰ'ল। "মামা, অতদিনে আপুনি বহুত কবিতা লিখিলে মই জানো। তথাপি কোনোদিন সোধা নাছিলো আপুনি কি লিখে। আজি মই সোধাৰ কাৰণে বেয়া পালেনেকি ?"

"বেয়া নাই পোৱা নিশা, ভাল পাইছো। মই লিখা কবিতাবোৰৰ কথা কেতিয়াবা কাৰোবাক বুজাই কবৰ মন যায়। কিন্তু কোনেও নোসোধে কাৰণে কোৱা নহয়।" আলোকে নিশাৰ ধুনীয়া মুখখনৰ ফালে চালে। লণ্ঠনটোৰ অনুজ্জল পোহৰত নিশাৰ বগা, ধুনীয়া মুখখনত দেখিলে এটা মৰমসনা আলিম্পনা।

লাহে লাহে নিশাই ক'লে—"মই সৰু ছোৱালী। লিখা-পঢ়াও বেছি নেজানো। আপোনাৰ আলোচনীত ওলোৱা সকলো কবিতা পঢ়ো যদিও, বুজিব নোৱাৰো।"

"তুমি তেন্তে নপঢা ?"

"পঢ়ো, আপোনাৰ সেইদিনা ওলোৱা "বাস্তিৰ মায়া" বোলা কবিতাটোও পঢ়িলো, মোৰ কিন্তু খুউব ভয় লাগিছিল।"

"ভয় লাগিছিল ? কিয় ?"

"মোৰ নামোতো নিশা। নিশা মানেই জানো বাস্তি নহয় ? মই বোলো কিজানি আপুনি মোক লৈ কিবা কবিতা লিখিলে নেকি। কোনোবা কোনোবাই তেনেকৈ লিখে হেনো।"

"নিশা মানে ৰাত্তি। হয়তো নিশা, কথাটো মই আজিহে ভাবি চাইছো। নিশা মানে মই তোমাৰ নামেই বুলি ভাবিছিলো। পিছে কেনে লাগিল সেই কবিতাটো ?"

"মই ভালকৈ বুজিব নোৱাৰিলো, মই জানো, আপুনি মোকলৈ কবিতা নিলিখে। তথাপি মোৰ ভয় লাগিছিল।"

নিশাৰ সৰল কথাখিনি শুনি আলোকৰ নিশালৈ মৰম লাগিল।

"বাৰু বাৰু, তোমাক লৈ কবিতা লিখিলেও. তোমাৰ নাম নিদিও, ভয় নেখাবা।"

"নহয় নহয়, মোক লৈ কবিতা নিলিখিব। সেইবোৰ শ্ৰীকণ্ঠ ককাইদেউহঁতে জানিলে মোৰ বৰ লাজ লাগিব।"

অনুৰোধৰ সুৰত নিশাই ক'লে।

"তুমি ভয় খাব নেলাগে নিশা। এতিয়া তোমাক লৈ কবিতা লিখিবৰ সময় নহয়। দেখিছা নহয়, একালে যুদ্ধ, আনফালে দেশত বিদ্ৰোহ। এইসময়ত আৰু অন্য চিন্তা কৰিব নোৱাৰি। আজি আমাৰ সন্মুখত দেশৰ মুক্তিৰ প্ৰশ্নটোৱেই একমাত্ৰ আৰু প্ৰধান প্ৰশ্ন। আমি তাৰেই কবিতা লিখিব লগা হৈছে।"

"তেনেহ'লে ভাল কৰিছে। মই যদি পাৰিলোহেঁতেন, ময়ো তেনেকুৱা কবিতা লিখিলোহেঁতেন। বাৰু আপুনি লিখক মামা, মই যাওঁ। আপোনাক আমনিহে কৰিলো।"

নিশা যাবলৈ ওলাল। আলোকে মাতিলে—"নিশা, দেশত যি ধৰণৰ কাৰবাৰ চলিছে, কেতিয়া কাক কি কৰে ঠিক নাই, হয়তো মোকো দুই এদিনতে এৰেষ্ট কৰিব।"

"আপোনাক ! কিয় আপুনি দেখোন চৰকাৰী কাম কৰে ?"

"সেইটো কোনো কথা নহয়, আমি যে এই যুদ্ধ বিৰোধী আন্দোলন কৰো, চৰকাৰে সেইটো জানে। পিছে যদি মোক ধৰি লৈ যায়, তুমি মোৰ এই কবিতাৰ

কাগজ-পত্ৰবোৰ পাবিলে আচুতিয়াকৈ থৈ দিবা দেই। পিছত পাবিলে মই বিচাৰি নিমহি।"

নিশাই বিস্ময় আৰু বেজাৰেৰে তাৰ চকুলৈ চালে। কি ক'ব একো ভাবিব নোৱাৰিলে।

"আৰু শুনা নিশা। যদি মোৰ কাৰণে তোমালোকক পুলিচ-মিলিটাৰীয়ে কিবা জুলুম কৰে, তুমি প্ৰতিবাদ কৰিবা। পাৰিবা নহয়?"

নিশাৰ মনটো কিছুমান দুঃচিন্তাত ভাৰাক্ৰান্ত হৈ আহিল। একোনকৈ তাই আলোকৰ কোঠাৰ পৰা ওলাই গ'ল। আলোকে পুনৰ লিখিবলৈ ললে।

প্ৰায় এঘণ্টাৰ পিছত, লিখা বন্ধ কৰি আলোক শুবলৈ যাবলৈ ওলাইছে, এনেতে সৰু মাতেৰে বাহিৰত কোনোবাই মাতিলে—

"চাৰ"—

"কোন?"

"চাৰ আমিহে।"

লেমটো আৰু কমাই দি আলোকে দুৱাৰখন মেলিলে। আন্ধাৰত দেখিলে ল'ৰা এটা আৰু ছোৱালী এজনী, দুয়ো ভিতৰ সোমাই আহিল। দুৱাৰখন বন্ধ কৰি আলোকে লেমটো বঢ়াই দিলে। মায়া আৰু মায়াৰ ভায়েকটো।

"কি হ'ল মায়া? ইমান আন্ধাৰত কিয় আহিলা? কেনেকৈ আহিলা?" অলপ উদ্বিগ্ন হৈ আলোকে সুধিলে।

"কালিলৈ কিজানি আপোনাকো ধৰিব, আপুনি আজিয়েই পলাওক।"

"ক'ত গম পালা তোমালোকে?"

মায়াৰ ভায়েকে ক'লে,—"ইয়াৰ বিপ্লৱীবোৰৰ খবৰ পুলিচক দিছে সনাতন উকিলে আৰু মইনদ্দিন তৰণীয়ে, তেওঁলোকৰ পৰাই আমি গম পালো। চাৰ কিন্তু এতিয়াই পলাওক।"

আলোকে বুজিব নোৱাৰাৰ দৰে মায়াৰ মুখলৈ চালে। মায়াই আলোকৰ অৱস্থাটো বুজিলে। মায়াই ক'লে—"এই সময়ত ধৰা দি জেইলত থকাতকৈ যিমান পৰা যায় আণ্ডাৰ গ্ৰাউণ্ডত লুকাই থাকি কাম কৰাহে দৰকাৰ, জেইলত থাকিলেতো একো লাভ নহয়।"

মায়াৰ নিচিনা এজনী ছোৱালীয়ে জেইল, আণ্ডাৰ গ্ৰাউণ্ড নিচিনা কথাবোৰ ইমান সহজভাবে ক'ব পৰা দেখি আলোক বিস্মিত হ'ল।

"মই তেন্তে এতিয়াই ঘৰ এৰাহে ভাল।" কোঠাৰ লগে লগে মেজৰ কাগজ-পত্ৰবোৰ অলপ জাপি-জুপি ঠিক কৰিলে। দুখনমান লেখা আৰু নেলেখা কাগজ

জাপি মোনা এটাত সুমাই ললে, বাকচটো খুলিলে, তাত ২৭টা টকা আছিল, টকাকেইটা হাতত লৈ সি এবাৰ কিবা ভাবিলে, তাৰ পিছত কাগজ এডোখৰত ঠিকনা এটা লিখিলে

২৫টা টকা মায়াৰ হাতত দি আলোকে ক'লে, "মায়া ঘৰত পইচাৰ বৰ দৰকাৰ, এইটো ককাইদেউৰ ঠিকনা ; এই টকাকেইটা মনিঅৰ্দাৰ কৰি পঠিয়াই দিবা। দুটকা মোৰ হাতত থাকিল।"

আলোক অকণমান ৰ'ল। তাৰ পিছত এখন কাগজত কিবা এটা লিখিলে।

"কি লিখিছে ?"

"হেড্মাষ্টৰলৈ দৰ্খাস্ত, ঘৰত দৰকাৰ বুলি ছুটি বিচাৰি দৰ্খাস্ত এখন থৈ যাওঁ। তেতিয়া হয়তো পুলিচে ইয়াতে নিবিচাৰি ঘৰত বিচাৰিব। ইতিমধ্যে আঁতৰি যাবলৈ সময় পাম। নিশা, অ' নিশাৰ টোপনি আহিব পায়, থাওক, অ' বৰা, নিশাইতক জনাই যাওঁ।" এই বুলি কৈ আলোকে সৰু কাগজ এখনত লিখিলে—"নিশা, মাত লগাবৰ সময় নহ'ল, বেয়া নেপাবা, জীয়াই থাকিলে আকৌ আহিম কেতিয়াবা। আমাৰ ঘৰৰ খবৰ পাবিলে ৰাখিবা। মৰম আৰু আশীৰ্বাদ এৰি গ'লো।"

লণ্ঠনটো দুমুৰাই আলোকহঁত ওলাই আহিল। বাহিৰত ঘোপমৰা আন্ধাৰ। অলপ দূৰ মনে মনে অহাৰ পিছত আলোকে ক'লে,—"মায়া, এই খিনিতে আমি এৰাএৰি হ'ব লাগিব, মই যাওঁ, তোমালোক সাৱধানে থাকিবা। তোমালোকৰ ঘৰত পুলিচে মোৰ কথা সুধিলে ছুটি লৈ ঘৰলৈ গৈছো বুলি কবা। পাৰিলে নিশাইতক সকলো কথা বুজাই কবা।"

ক্ষিপ্ৰ বেগেৰে আলোক আন্ধাৰৰ বুকুলৈ আগবাঢ়িল। মায়াইঁত অলপ পৰ বৈ থাকিল। তাৰপিছত সিহঁতেও সন্তৰ্পণে ঘৰলৈ খোজ ললে।

বাহিৰত মৰণশীতল আন্ধাৰ আৰু মৃত্যুগভীৰ নিবৰতা।

॥ ছয় ॥

পিছদিনা ভাগেমান পৰলৈকে আলোকক নেদেখি নিশাই প্ৰথমতে ভাবিছিল যে বহুত ৰাতিলৈকে কিবাকিবি লিখি থকাৰ কাৰণে হয়তো আলোক শুই আছে। কিন্তু আঠ বাজি যোৱাতো উঠা দেখি নিশা নিজেই আলোকক জগাবৰ কাৰণে আহিল। কিন্তু দুৱাৰ মেলি দেখিলে আলোক নাই। বিচনাতো বাতি কোনোবা

শোৱাৰ কোনো চিন নাই। মেজখনৰ কাষলৈ আহি হঠাৎ আলোকে লিখি থৈ যোৱা সৰু কাগজ ডোখৰ নিশাই পঢ়িলে। পঢ়ি চাই নিশাই প্ৰায় কান্দোনৰ সুৰতে চিঞঁৰি উঠিল—

"মা—"

"কি হল নিশা ?"

কাগজখন হাতত লৈ নিশা মাকৰ ওচৰলৈ লৰ মাৰি গ'ল। হঠাৎ চেতনা আহিল, যে এই কথা চিঞঁৰি কোৱা বেয়া। অতি সকমাতেৰে নিশাই লাহে লাহে ক'লে "আলোক মামা গ'ল।"

"কি, কি হ'ল ?"

"আলোক মামা আণ্ডাৰ গ্ৰাউণ্ডত গ'ল।"

সকলো নিৰ্ব্বাক। বুজিও যেন তেওঁলোকে একো বুজি পোৱা নাই। লাহে লাহে মহেন্দ্ৰ কেৰেণীয়ে ক'লে, "তই কি কৈছ নিশা ?"

"আমাক মাত নলগোৱাকৈয়ে মামা আজি ৰাতি ক'ৰবালৈ গ'ল। নহ'লে কিজানি পুলিচে এৰেষ্ট কৰিলেহেঁতেন।"

"আমিনো ইমান শত্ৰুনে ? আমাক জনায়োতো যাব পাৰিলেহেঁতেন।" নিশাৰ মাকে অভিযোগেৰে ক'লে।

"লিখি থৈ গৈছে।" নিশাই, অতি চমুকৈ ক'লে।

নিশা আকৌ আলোকৰ কোঠালৈ গ'ল। বেগা-বেগীকৈ আলোকৰ কাগজ-পত্ৰবোৰ জাপি-জুপি, সামৰি-সুতৰি ঠিক কৰিলে, আৰু আলোকৰ থাকি যোৱা কাপোৰ-কানি কেইটা খোলা বাকচটোত ভৰাই, সেই বাকচটো নিজেই দাঙি ভিতৰৰ বাকচ থকা অন্য এটা কোঠালৈ নিলে। তাৰ পিছত কোঠাটোৰ আগে থকা বস্তুবোৰ ইফাল সিফাল কৰি অন্যৰকম কৰি পেলালে। কোঠাটোলৈ ইতিমধ্যে নিশাৰ মাক আৰু কেৰেণীও সোমাই আহিল। নিশাৰ কাণ্ড দেখি তেওঁলোক অলপ বিস্মিত হ'ল।

"এইবোৰ তই কি কৰিছ ?" দেউতাকে সুধিলে।

"পুলিচ আহিব পাৰে। পুলিচ আহিলে আজি কেইবাদিনৰ আগতে আলোক মামা ইয়াৰ পৰা গ'ল বুলি ক'ব লাগিব। এইখন মেজত মামনিৰ পঢ়া কিতাপ থব লাগে। প্ৰত্যহ আৰু মামনিয়ে ইয়াতে পঢ়কহি।"

গোটেই কথাখিনি যেন এতিয়াহে নিশাৰ মাক-দেউতাকে বুজি পালে। আলোক বিদ্ৰোহী। আলোকক পালে পুলিচে এৰেষ্ট কৰিব। আলোকক বিচাৰি পুলিচে হয়তো তেওঁলোকৰ ঘৰ খানাতালাচ কৰিব। আলোকৰ বস্তু-বাহানি

কাগজ-পত্ৰ বিচাৰিব। সাৱধান হোৱা দৰকাৰ। মহেন্দ্ৰ জেবেণীৰ জয়ো লাগিল।

নিশালৈ লিখা স্বকীয়া চিঠিবোৰ নিশাই আচুতীয়াকৈ লুকাই ৰাখিলে। আলোকৰ কবিতা আৰু অন্যান্য লেখাবোৰ সিহঁতৰ পেহীয়েকহঁতৰ ঘৰলৈ প্ৰদ্যুতৰ হাতত দি পঠালে, আৰু সকলোখিনি ঠিক কৰি প্ৰদ্যুতৰ পিছতে আৰু দুই এটা বস্তু লৈ নিশা পেহীয়েকৰ ঘৰলৈ সহজভাবে ওলাই গ'ল।

নানা দুঃচিন্তাত বিমোৰ আৰু হতবাক হৈ জেবেণী আৰু নিশাৰ মাকে অনাগত কিবা এটা বিপদৰ আগন্তুক জানি নিঃসহায়ভাবে কি কৰিব, কি নকৰিব চিন্তা কৰিব ধৰিলে।

এনেতে মায়া আহি ওলালহি। মায়াক দেখি যেন তেওঁলোকৰ অলপ সাহস হ'ল।

"কি কৰিছা খুড়ী?" আগবদৰেই সহজভাবে সোমাই আহি মায়াই মাত লগালে।

"আছো, আহ আই। তহঁতৰ খবৰ শুনিছো। মই যাও যাও কৰিও যাব পৰা নাই। ভালে আছ নহয় তহঁত?"

"আছো। পিছে দেউতা জেইলত থকা কাৰণেহে বেয়া লাগিছে। এই বুঢ়া বয়সত দেউতাৰ বৰ কষ্ট হ'ব।"

"এৰা, কপালত আছিল কি কৰিবি। আমাৰ বা কোনদিনা কাৰ কি হয় কোনে জানিছে। ভয়তে হাত ভৰি লুকুৱা কথা।"

আলোক যোৱাৰ কথা মায়াৰ আগত লুকুৱাবৰ চেষ্টা কৰা যেন দেখি মায়াই আমোদ পালে। কিন্তু বেছিপৰ নিজক আমোদত ৰখা অন্যায় ভাবিয়ে হয়তো মায়াই ক'লে,—"আপোনাসকলে বুজিলে নহয়?"

প্ৰশ্ন শুনি দুয়ো অবাক হৈ মায়াৰ মুখলৈ চালে।

"একো বুজিব পৰা নাই।"

মায়াই কেউপিনে চালে। কোনো নাই। লাহে লাহে মায়াই ক'লে—"যোৱা ৰাতি মই আহিছিলো আপোনালোকৰ ইয়ালৈকে। তেতিয়া বহুত ৰাতি। আপোনালোক টোপনিত। তেখেত শোৱা নাছিল। আজি বা কালিলৈ তেখেতক পুলিচে এৰেষ্ট কৰাৰ কথা আছিল। সেইকাৰণে তাৰ আগতে তেখেতক পলুৱাই পঠালো।"

"আলোক ক'লৈ গ'ল পিছে?"

"সেইকথা এতিয়া কাৰো জানিবৰ উপায় নাই। যদি তেখেতে সুবিধা

কৰিব পাৰে জনাব। কিন্তু ডাকযোগে চিঠি দিয়াও নিৰাপদ নহয়। গতিকে কিছুদিন আমি একো খবৰ নেপাম কিজানি।"

এই কম বয়সীয়া আৰু বিলাস আৰামত ডাঙৰ হোৱা মায়াজনীৰ বুদ্ধি, সাহস আৰু ধৈৰ্য্য দেখি কেৱেণীহঁত বিস্মিত হ'ল। মায়া যেন এজনী সৰু ছোৱালী নহয়—তাই এগৰাকী নেত্ৰী, এজনী সাহসী নায়িকাহে। বাপেক জেইলত, অথচ সেই কথা ভাবি দুখত ম্ৰিয়মান হৈ বহি নেথাকি, অন্যক বচোৱাৰ কামত লাগি গৈছে।

নিশা পেহীয়েকৰ ঘৰৰ পৰা আহিল—"মায়া দেখোন।"

"ও, কলৈ গৈছিলি?"

"পেহীদেউৰ ঘৰলৈ।"

"দৰ্খাস্তখন পাইছ?"

"ও, প্ৰদ্যুতৰ হাতত পঠাই দিম।"

"কিহৰ দৰ্খাস্ত নিশা?" কেৱেণীয়ে সুধিলে।

"আলোক মামাৰ ছুটীৰ দৰ্খাস্ত। ঘৰলৈ যাওঁ বুলি ছুটী বিচাৰি হেডমাষ্টৰলৈ এখন দৰ্খাস্ত লিখি থৈ গৈছে।"

মহেন্দ্ৰ কেৱেণী যেন আৰু অবাক হ'ল। গোটেই কাণ্ডটো তেওঁৰ অবোধ্য যেন লাগিল। এইবোৰ কি হৈছে? ইহঁতে এইবোৰ কি কৰিছে?

"দৰ্খাস্তখন প্ৰদ্যুতে দিবলৈ নালাগে। মোক দে, মই অন্যৰকমে দিয়াম। প্ৰদ্যুতে দিলে তেখেত তহঁতৰ ঘৰৰ পৰাই যোৱা বুলি ভাবিবলৈ সুবিধা হ'ব।" মায়াই ক'লে।

নিশাই ক'লে, "ময়ো তাকে ভাবিছিলো। তই বহ, মই আনি দিছো।"

নিশাৰ মাকে ক'লে—"যেনেকৈ যোৱা যেনেকৈ গ'ল. পলোৱা পলাল, এতিয়া তহঁত ভালে থাকিলেই হয়। তহঁতবোৰে বেছি ধুমাপকা কৰি নুফুৰিবি।"

"একো নহয় খুড়ীদেউ। এতিয়া আমাক একো নকৰে। আৰু যদি যাবলগীয়াই হয়, তেতিয়া আমিও যাম। পিছে খুড়াদেউ, পুলিচে সুধিলে আপুনি ক'ব যে তেখেত ছুটীলৈ ঘৰলৈ গৈছে। আৰু একো ক'ব নোৱাৰে।"

"বাৰু আই! এৰা, মই বিবুদ্ধি হৈ পৰিছো। তই ভালেই কৰিলি আছি। মনত মই বল পাইছো।"

দৰ্খাস্তখন হাতত লৈ মায়া নিশাহঁতৰ ঘৰৰ পৰা গ'লগৈ। মহেন্দ্ৰ কেৱেণী অফিছলৈ যাবৰ কাৰণে গা ধুবলৈ গ'ল।

গোটেই দিনটো পুলিচ আহিব বুলি শংকিত মনে বাট চাই থাকি নিশাই বৰ উদ্বিগ্নভাবে কটালে, কিন্তু সেইদিনা আৰু একো নঘটিল।

দুদিন পাৰ হৈ গ'ল। নিশাইঁতৰ মনৰ উৎকণ্ঠা আৰু উদ্বেগ কমি আহিল। মহেন্দ্ৰ কেৰেণীয়েও আলোকে ছুটীলৈ ঘৰলৈ যোৱাটোৱেই আচল কথা বুলি নিজকে বুজাবলৈ চেষ্টা কৰিলে।

নিশাৰ মনৰ উদ্বিগ্নতা কিছু পাতলিলেও, নিশাই আলোক গুচি যোৱাত নিজৰ ভিতৰত এটা বেদনা অনুভৱ কৰিলে। আলোকেতো চৰকাৰী চাকৰি কৰিছিল। তেওঁৰ আৰ্জনৰ ওপৰতে পৰিয়ালটোৱে নিৰ্ভৰ কৰিছিল। তেওঁতো এনেকৈ বিপ্লৱৰ মাজত জপিয়াই নপৰিও পাৰিলেহেতেন।

গ'ল, কিন্তু নিশাক জগাই মাত এষাৰতো লগাই যাব পাৰিলেহেতেন। সিমানকণ মৰমৰো নিশা যোগ্য নহ'লনে? নিশাই নিজকে আলোকৰ মৰমৰ অনুপযুক্ত বুলি নিজকে দোষাৰোপ কৰিবৰ চেষ্টা কৰিলে। আলোক মামাই 'ৰাতিৰ কবিতা' নিশ্চয় মোৰ কাৰণে, মোৰ উদ্দেশ্যে লিখা নাছিল। লিখিছিল অন্য কাৰোবাৰ উদ্দেশ্যে। মোক লৈ কবিতা লিখিবৰ কাৰণে মোৰ ভিতৰত একো নাই। নভবাকৈয়ে নিশা গৈ আৰ্চীখনৰ সন্মুখত থিয় হ'ল। তেজাল বগা এখন মুখ, নিপোটল গাল দুখন, গাঢ় ক'লা দুটি চকু, এখন ধুনীয়া প্ৰশস্ত কপাল, আৰু ঘন ক'লা চুলি। নিশাই নিজক বেয়া নেদেখিলে; কিন্তু কবি মানুহে কিজানি অন্য কিবাহে বিচাৰে। সাধাৰণ ধুনীয়া হোৱাটোক ধুনীয়া বুলি নেভাবেই। কবিৰ ভাল লগা সেই ধুনীয়াটো কিজানি মোৰ ভিতৰত নায়েই— নিশাই ভাবিবৰ চেষ্টা কৰিলে। নিশা বিমৰ্ষ হ'ল। পৃথিৱীত কত বুজি নোপোৱা কথা আছে তাৰ ভিতৰত আলোকৰ নিচিনা কবি মানুহৰ মনটো বুজিব নোৱাৰাটো একো আচৰিত কথা নহয়।

আবেলি মুকলি পোহৰ আছিল। পশ্চিমৰ বেলিটোৰ বুকুৰ পৰা কিছুমান হেঙুল বৰণীয়া পোহৰ চাৰিওফালে বিয়পি পৰিছিল। নিশা আহি চোতাল-খনতে অকণমান ৰ'লহি। এটা অকাৰণ উদাসীনতাত নিশাই অনুভৱ কৰিছিল যেন আকাশখনৰ বুকুত ভালেমান ঠাই বহুতদিনৰ পৰা শূন্য পৰি আছে।

হাতত কেমেৰা এটা লৈ ডাক্তৰ শ্ৰীকণ্ঠ ওলালহি।

"অ' ককাইদেউ! আহক—" নিশা উঠিব খুজিলে।

"নুঠিবা, নুঠিবা বহা। মই তোমাৰ স্নেপ এটা লৈ লওঁ। এক মিনিট—।" ফ'ল্ডিং কেমেৰাটো খুলি লৈ শ্ৰীকণ্ঠ আগবাঢ়ি গ'ল।

"নেলাগে পায়, মোৰ ফটো ল'ব।" নিশা উঠিল।

"কিয় নালাগে! ইমান ধুনীয়া হৈছে বতৰটো, তোমাক খুউব ধুনীয়া দেখাব।"

"বাৰু আপুনি বহক। মই এনেহে ধুনীয়াজনী। বতৰটো ধুনীয়া হৈছে। বতৰটোৰে এখন সওঁক।" নিশাই পশ্চিমৰ আকাশখনৰ ফালে দেখুৱালে।

কেমেৰাটো সামৰি শ্ৰীকণ্ঠ বহিল।

"আজিচোন কেইবাদিনো আপুনি আমাৰ ঘৰৰ ফালে অহাই নাই" নিশাই সুধিলে।

"আহিবা কেনেকৈ, মই যে ঘৰতে নাছিলো।"

"কোনফালে গৈছিলেনো?"

"অ' তোমালোকক কৈ যাবৰ সময় নহ'ল। গুৱাহাটীলৈ গৈছিলো। মিলিটাৰীত বহুত ডাক্তৰ লাগে। মইও ইণ্টাৰভিউ এটা দি আহিলোগৈ।"

"আপুনি মিলিটাৰীত যাব?"

"কিয়?" আমাৰ ডাক্তৰ মানুহৰনো কি আছে? য'তে ৰোগী আছে, আহত আছে, তাতে আমাৰ কাম।"

"কিন্তু আমাৰ দেশৰ মানুহে যে এই যুদ্ধত যোগ নিদিব খুজিছে?"— নিশাই ক'লে।

"সেইটো ৰাজনীতিৰ কথা। আমি ডাক্তৰ মানুহ। যুদ্ধ কোনে কৰিছে সেইটো ভাবি আমাৰ লাভ নাই। কিয় কৰিছে সেইটোও আমি নিবিচাৰো। আমাৰ কাম হ'ল, য'তে আমাৰ দৰকাৰ তালৈকে যোৱা। অ' ফুকন ক'ত? ফুকন? তেখেত নাই?"

"নাই।"

"কলৈ গ'লনো?"

"কলৈ গ'ল মই ক'ব নোৱাৰো।"

শ্ৰীকণ্ঠই নিশাৰ মুখলৈ চকু তুলি চালে।

"আলোক ফুকন কলৈ গ'ল তাকো ক'ব নোৱাৰা?"

"মামা আণ্ডাৰ গ্ৰাউণ্ডত গ'ল।"

"কি?" বিস্ময়ৰ সুৰত শ্ৰীকণ্ঠই ক'লে।

লাহে লাহে নিশাই ক'লে—"হয়, মামা আজি কেইবাদিনৰ আগতে গ'ল। কলৈ গ'ল আমি ক'ব নোৱাৰো।"

"এঃ ফুকনক এইবোৰ কৰিবলৈ কিহে পালে।"

"দেশৰ সকলোৱে কৰিছে। সেইকাৰণে তেখেতেও কৰিলে। তেখেতো আগৰে পৰা বিপ্লৱী।"

"ওঁ, ফুকনে কবিতা লিখে বুলি মই জানিছিলো, কিন্তু তলে তলে যে কিবা ৰাজনীতিও কৰে মই জনাই নাছিলো। এতিয়া ধৰা নপৰিলেই হয়। পৰিলে মিছাতে লটিঘটি হ'ব লাগিব।"

"আমি তাকে আশা কৰিছো।"

শ্ৰীকণ্ঠক বহিবলৈ কৈ নিশা ভিতৰলৈ গ'ল। শ্ৰীকণ্ঠই আলোকৰ কাৰ্যটো বৰ ভাল নেপালেও বিশেষ দুঃখিত নহ'ল। নিশাৰ কথাই ঠিক। দেশৰ সকলোৱে কৰিছে, সেইকাৰণে আলোকেও কৰিলে। জাতিৰ আহ্বান আহিছে। দেশে মাতিছে। হয়তো এনেকৈয়ে দেশৰ মুক্তি আহিব। দেশ স্বাধীন হ'ব। তাৰ কাৰণে আলোকৰ নিচিনা বহুত ডেকাই জীৱনৰ সুখ-তৃপ্তি ত্যাগ কৰিব লাগিব। হয়তো প্ৰাণো ত্যাগ কৰিব লাগিব।

নিশাই চাহ আনিলে, লাহে লাহে চাহখিনি খাই খাই শ্ৰীকণ্ঠই ক'লে—"নিশা, মোৰ মনেৰে আলোকে ঠিকেই কৰিছে। ৰাজনীতিৰ লগত সম্পৰ্ক থকা হ'লে আজি ময়ো তাকে কৰিলোহেতেন কিজানি।"

"সঁচানে?"

"সঁচা। মই ভাবিছিলো এই কবিতা লেখা মানুহবোৰ কল্পনাপ্ৰিয়, ভাব-বিলাসী, ভয়াতুৰ। ভাবিছিলো তেওঁলোকে কল্পনাতে যুদ্ধ বিপ্লৱ কৰিব পাৰে, কিন্তু বাস্তৱ ৰণক্ষেত্ৰত তেওঁলোকৰ ঠাই নাই। পিছে আলোকে সেইকথা মিছা বুলি প্ৰমাণ কৰিলে। আলোকক মোৰ আজিহে ভাল লাগিছে।"

"কিয়? আগেয়ে ভাল নেলাগিছিল নেকি?"

শ্ৰীকণ্ঠৰ মুখলৈ চাই নিশাই সুধিলে।

"ভাল লাগিছিল নিশ্চয়, কিন্তু বাক যাওক দিয়া সেইকথা।"

নিশাৰ মুখলৈ চাই শ্ৰীকণ্ঠই হাঁহিলে। শ্ৰীকণ্ঠৰ মুখখনত এটা পাতল লাজ আৰু অভিযোগৰ উত্তাপ।

"নক'লে কিয়? মোৰ আগত লুকুৱাব লগা কি আছে? নক'লে মই বেয়া পাম।"

নিশাৰ মাতত সবল আব্দাৰ।

"কয়নেকি? বেয়া পোৱা কিজানি?"

"নকলেহে বেয়া পাম।"

"মই—মই ভাবিছিলো—মই ভাবিছিলো—আলোকে তোমাকে লৈ কবিতা লিখে,—তোমাক ভাল পায়, আৰু—"

"কওক—"

"আৰু তুমিও আলোকক ভাল পোৱা।"

"কিয় ভাবিছিল তেনেকৈ ?"

"এনেয়ে হয়তো, কিন্তু মাজে মাজে ভাবিছিলো তেনেকৈ। তেতিয়া আনকি ফুকনলৈ মোৰ কিজানি ঈৰ্ষাও হৈছিল। কিন্তু কিযে ভুল কৰিছিলো। এই কবিবোৰক চিনা টান বুজিছা।"

"কিয় ?"

"এঃ তেওঁলোকৰ দেহা থাকে এঠাইত, মন থাকে এঠাইত, ভাবে এটা, লেখে এটা, কয় এটা, কৰে এটা—"

"অ' ঈৰ্ষা হৈছিল কাৰণেই হ'বলা ইন্‌টাৰভিউলৈ যাওঁতে মাত লগাই নগ'ল—" হাঁহি নিশাই ক'লে।

"নহয়, নহয়, সেইটো কিন্তু নহয়। মোৰ সময় নহ'ল বুজিছা। পিছে পুলিচে কিবা খবৰ কৰিছে নেকি ?"

"এতিয়াও কৰা নাই, হয়তো অলপতে কৰিব।"

"এৰা, ইয়াত কৰক ভয় নাই। তেওঁলোকৰ ঘৰত নকৰিলেই হয়। এনেয়ে ঘৰত চলা-মেলাৰ দিগদাৰি, তাৰ ওপৰত যদি পুলিচে আমনি কৰে, বৰ অশান্তি হ'ব।"

"আমাৰো সেই কাৰণেই বেয়া লাগিছে। ঘৰলৈ খবৰটো পঠিয়াবলৈও আমাৰ সত যোৱা নাই। ভয়ো লাগে, বেয়াও লাগে।"

"বাৰু নিশা, মই যাওঁ। চাওঁ, কিবা উপায়েৰে ফুকনৰ খবৰটো ময়ে তেওঁৰ ঘৰলৈ পঠিয়াই দিবৰ চেষ্টা কৰিম।"

নিশাই একো নক'লে। কেমেৰাটো লৈ শ্ৰীকণ্ঠ গম্ভীৰভাৱে ওলাই গ'ল।

* * * *

বিপ্লৱৰ জুই ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈ বিয়পি পৰিল। পূবৰ পৰা ক্ৰুদ্ধ, সাম্ৰাজ্যবাদী জাপান আগবাঢ়ি আহিল। আৰম্ভ কৰিলে ভাৰতৰ মাটিৰ বুকুত জুইৰ খেলা। মোহনবাৰীত বোমা পৰিল। চিঙাপুৰৰ পতন হ'ল। ব্ৰহ্মদেশত জাপানৰ পদধ্বনি শুনা গ'ল। তাৰ প্ৰতিধ্বনিয়ে ভাৰতৰ বায়ুক উতলা কৰি তুলিলে। অসমে আশংকা আৰু ভয়ৰ মাজেদি দিন অতিবাহিত কৰিব ধৰিলে।

বৃটিছৰ দুশবছৰীয়া শোষণত অতিষ্ঠ আৰু প্ৰাণান্ত কোনো কোনো ভাৰতবাসীয়ে এছিয় শক্তি জাপানক বৃটিছ সাম্ৰাজ্যবাদতকৈ শ্ৰেয় বুলি ভাবিবৰ প্ৰয়াস পালে। বহুতে জাপানৰ অবাধ অগ্ৰগতিক সাদৰ স্বাগত জনাবলৈকো মনে মনে প্ৰস্তুত হ'ল। জাৰ্মানি বা জাপানৰ ক'ৰবাত জয় হোৱা শুনিলে স্পষ্টভাৱে আনন্দ প্ৰকাশ কৰিলে।

লগে লগে ভাৰতৰ বুকুত মিত্ৰশক্তিৰ প্ৰচুৰ সমৰায়োজন পূৰ্ণ আড়ম্বৰেৰে চলিব ধৰিলে। অসমৰ ৰাজআলিত বিভিন্ন দেশৰ সৈনিকৰ বুটৰ খোজ পৰিল; লৰী, টেংক, এৰ'প্লেনৰ শব্দত অসমৰ বুকুৰ যুগমীয়া শান্তি চিৰাদিনৰ কাৰণে লোপ পালে। অসমত ৰচনা হ'ল এক নতুন কুৰুক্ষেত্ৰ।

আনহাতে আৰম্ভ হ'ল কংগ্ৰেছৰ 'ভাৰত ত্যাগ' আন্দোলন। সাম্ৰাজ্যবাদী সমৰায়োজনক বাধা কৰি দিবৰ কাৰণে দেশৰ দিশে দিশে সক্ৰিয় বিপ্লৱীদল গঠন হ'ব ধৰিলে। ভাৰতীয় জনসাধাৰণ ফেছীবাদ বা নাৎছীবাদৰ সমৰ্থক নহয়— ঘোৰ বিৰোধী, কিন্তু ত'ক ধ্বংস কৰিবৰ কাৰণে বিনাচৰ্তে মিত্ৰশক্তিৰ সমৰায়োজনত যোগদান দিবলৈ ভাৰতৰ মুক্তি পিয়াসী জনতাই অস্বীকাৰ কৰিলে।

বিদেশী চৰকাৰে এই বিপ্লৱৰ চৰিত্ৰ বুজি পাইছিল, কিন্তু তাৰ শক্তি অনুমান কৰিব পৰা নাছিল। বিপ্লৱীবোৰক জাপানৰ গুপ্তচৰ বুলি, দেশদ্ৰোহী বুলি ঘোষণা কৰি সিহঁতক ধৰিবৰ কাৰণে ভাৰতৰ বুকুত অবাধ আৰু নৃশংস দমন-ৰাজ আৰম্ভ কৰিলে। বিপ্লৱী বিচাৰি গাঁৱৰ পিছত গাঁও, নগৰৰ পিছত নগৰ পুলিচ আৰু মিলিটাৰীৰ পাশৱিক তাণ্ডৱৰ লীলাভূমিত পৰিণত কৰিলে। পুলিচ মিলিটাৰীৰ লাঠি, বেয়'নেট, গোলা-গুলিৰ সমুখত অসমৰ গাঁৱৰ ডেকা-গাভৰু, ল'ৰা-বুঢ়াই প্ৰতি মুহূৰ্তত মৰণৰ বিভীষিকা চকুৰ আগত দেখিব ধৰিলে। দেশী পুলিচৰ অমানুষিক অত্যাচাৰত অসমৰ জীয়াৰী-বোৱাৰীয়ে অপমানত মূৰ দোঁৱালে। পাইকাৰী জৰিমনা আদায় কৰিবলৈ গৈ বৃটিছৰ শোষণত সৰ্বস্বান্ত হোৱা গাঁৱলীয়াৰ পৰা পুলিচ মিলিটাৰীয়ে ঘটি-বাটি পৰ্যন্ত কাঢ়ি আনি মানুহক পথৰ ভিকহু আৰু মিলিটাৰী চাকৰিৰ উমেদাৰ কৰিলে। সাম্ৰাজ্যবাদী বৃটিছে দুৰ্বলিত বহি বংচালে। দেশীয় পুলিচে দেশৰ মানুহক কুকুৰ-মেকুৰীৰ দৰে হত্যা কৰি, বীভৎস আনন্দত কিৰিলি পাৰিলে।

লগে লগে আৰম্ভ হ'ল মান দেশৰ পৰা অহা লাখ লাখ ভাৰতীয় ভগনীয়াৰ সোঁত। যমে জাল তৰিছে—সকলোকে সামৰিব। বংগদেশত আৰম্ভ হ'ল

চৰকাৰে ৰচনা কৰা দুৰ্ভিক্ষ। যাত্ৰা আৰম্ভ হ'ল অনাহাৰী ক্ষুধিত মানুহৰ। মৰিবলৈ আৰম্ভ কৰিলে হাজাৰে হাজাৰে, লাখে লাখে।

ভাৰতৰ বুকুত ক্ৰুদ্ধ মৰণৰ অভূতপূৰ্ব অভিযান, আকাশত মৰণ, বতাহত মৰণ, মাটিত মৰণ, পানীত মৰণ। চউদিশে মৃত্যুৰ ভয়াবহ আস্ফালন।

॥ ছয় ॥

এই মৰণৰ মাজেদি জীয়াই থকাৰ দুটা পথ দেখা পালে ভাৰতীয় জনতাই। প্ৰথমটো হ'ল—আদৰ্শ, প্ৰতিজ্ঞা, আশা-আকাংক্ষা, সন্মান-সম্ভ্ৰম সকলো বাদ দি জীয়াই থকাৰ দিহা কৰিবৰ কাৰণে মিলিটাৰীৰ শৰণাপন্ন হোৱা, মিলিটাৰী কেম্পত তলতীয়া, বহতীয়া কাম কৰি বেশ্যনৰ ব্যৱস্থা কৰা, নাইবা মিলিটাৰী ঠিকাদাৰৰ লগত কাম কৰা।

বহুতে তাকেই কৰিলে।

আনটো পথ ইমান সুগম নহয়। সেই পথত আগবাঢ়িবৰ ভিত্তি হ'ল আদৰ্শ, প্ৰতিজ্ঞা, আশা-আকাংক্ষা, সন্মান-সম্ভ্ৰম সকলো দৃঢ়ভাৱে অটুট ৰাখি সাম্ৰাজ্যবাদৰ বিৰুদ্ধে মৰণপণ ৰণ কৰা। শেষ বিজয়ৰ দৃঢ় বিশ্বাস লৈ অভ্ৰান্ত পদক্ষেপেৰে আগবাঢ়ি যাব লাগিব—নিশ্চিত মৃত্যুৰ লগত যুঁজি যুঁজি। মৃত্যুৰ মাজেদি জীৱনৰ সপোনক জীৱন্ত কৰি তুলিব লাগিব।

বিপ্লৱীদলে এই পথ ল'লে।

ইও জীয়াই থকাৰ আন এটা পথ। জুই জ্বলি উঠে। ডাকঘৰ জ্বলে, ডাক বঙলা জ্বলে, স্কুল জ্বলে, থানা জ্বলে, বৃটিছ শাসনৰ, বৃটিছ শোষণৰ কীৰ্তিস্তম্ভবোৰ পুৰি চাই হৈ যায়। ক'ৰবাত ভুল হয়, ক'ৰবাত নহয়।

ভাৰতীয় পুলিচৰ গুলি আৰু বেয়'নেটৰ সহায়ত সাম্ৰাজ্যবাদে ভাৰতীয় জনতাৰ জীয়া তেজ সিঁচি জুই নুমাবৰ প্ৰয়াস পায়। জুই কিন্তু নুনুমায়। বিক্ষোভৰ, বিদ্ৰোহৰ নিশ্বাস লাগি লাগি সি আৰু লেলিহান হৈ দপ্‌দপাই জ্বলি উঠে।

আলোকে ক'ৰবাত এই জুইৰ মাজত খোজকাঢ়ি ফুৰে। বিপ্লৱীদলৰ গোপন মিছিলত আলোকে মৃত্যুঞ্জয়ৰ নতুন গীত ৰচে, নতুন গীত গায়। তাৰ শান্ত অনুভূতিত অশান্ত আগ্নেয়গিৰিৰ উত্তাপ চঞ্চল হৈ উঠে। আগ্নেয়গিৰিৰ সন্ধান কোনোৱে নেজানে; কিন্তু তাৰ উত্তাপ লাগে সকলোৰে গাত। তাৰ নতুন গীতত

মৃত্যুঞ্জয়ী হোৱাৰ, অমৰ উন্মাদনা জগাই তোলাৰ অক্লান্ত আহ্বান। বৃটিছ কঁপে, পশ্চিম দিগন্তত যাৰ যাব ধৰা নিস্তেজ সূৰ্যৰ দৰে বৃটিছ সাম্ৰাজ্যবাদ কঁপে, নিচিহ্ন হৈ যোৱাৰ ভয়ত, ডুবি যোৱাৰ ভয়ত।

ভাৰতো কঁপে। ৰাহুৰ গ্ৰাসৰ পৰা মুক্ত হ'ব ধৰা পূৰ্ণিমাৰ জোনৰ দৰে ভাৰত কঁপে—মুক্ত হোৱাৰ আনন্দত, পূৰ্ণ হোৱাৰ আনন্দত, ৰাহুমুক্ত কিৰণৰ পূৰ্ণ অধিকাৰী হোৱাৰ আনন্দত। আলোকৰ নতুন কবিতাত এই কঁপনিৰ স্পন্দন নিনাদি উঠে।

আলোক মিছিলৰ লগত মিলি পৰে। সি ভয় নোখোৱাৰ গীত গায়, জীয়াই থকাৰ স্বপ্ন ৰচে।

আলোকৰ গীতত জুইৰ সৰ্বদাহী উত্তাপ।

ডাক্তৰ শ্ৰীকণ্ঠই ৰাজকীয় কমিছন লৈ লেফ্‌টেনেণ্ট শ্ৰীকণ্ঠ হিচাবে নিজকে সৈনিক ডাক্তৰৰ খাকী পোছাকেৰে ঢাকি পেলালে। শ্ৰীকণ্ঠয়ো নিজৰ ভিতৰত এটা নতুন গতিস্পন্দন অনুভৱ কৰিলে—সৈনিক হোৱাৰ গতিস্পন্দন। তাতো আনন্দ আছে—অবাধে গৈ থকাৰ—দেশৰ পিছত দেশ—দূৰদূৰলৈ। তাতো ভয় আছে, মৰণৰ শংকা আছে, কিন্তু নিৰ্ভীক হোৱাৰ উন্মুক্ততাও তাত আছে। তুমি এটা পচণ্ড শক্তি, তুমি এটা অবাধ জয়-যাত্ৰা। জীৱনৰ সুৰ সলনি হৈ যায়। তোমাৰ লগত দেশ-বিদেশৰ, চিনা-নিচিনা সহস্ৰ সহযাত্ৰী, কমৰেড্। ডাক্তৰ শ্ৰীকণ্ঠ লেফ্‌টেনেণ্ট হোৱাৰ আনন্দত উৎফুল্ল হৈ উঠিল।

নিশাই সৰলভাৱে ক'লে, "মই ভাল পাইছো। আপুনি ডাক্তৰ মানুহ, মানুহ মাৰিবলৈতো নেযায়, জীয়াবলৈ যাব, সেইটো ভাল কামেই।"

মায়াইতৰ ঘৰলৈকো গ'ল শ্ৰীকণ্ঠ। মায়ায়ো ক'লে,—"আপুনি মিলিটাৰী অফিছাৰ হোৱাত ভাল পাইছো। মোৰো এবাৰ খাকী পোছাক পিন্ধিচাবৰ বৰ হেপাঁহ আছিল। পিছে এইখন যুদ্ধত আৰু পিন্ধা নহ'ব যেন পাইছো। পাৰিলে মাজে মাজে চিঠি-পত্ৰ দিব।"

উজনি অসমৰ কোনোবা এটা 'বে'ছ' মিলিটাৰী হস্পিটালত হৈছে শ্ৰীকণ্ঠৰ কাম। অসমৰ ভিতৰতে, সিও শ্ৰীকণ্ঠৰ কাৰণে এটা স্বস্তিৰ কথা। পোনতে কামত পোমায়ে বহুত দূৰ দেশলৈ গুচি যাব লগীয়াহোৱা হ'লে বেয়া লাগিলহেতেন হয়তো।

শ্ৰীকণ্ঠ বহুত বছৰ ঘৰৰ পৰা, নিজৰ আপোন মানুহৰ পৰা আঁতৰি আছিল। এইকেইদিন ঘৰত থাকি স্বজনৰ মৰম-চেনেহৰ মাজত থাকি ভাল লাগিছিল।

ঘৰুৱা জীৱনৰ মাজত এটা শান্ত, নিঃস্বাৰ্থ আনন্দ আছে। সেইটো সুস্বাদু আহাৰ খোৱাৰ অথবা সুসজ্জিত দামী হোটেলত থকাৰ আনন্দতকৈও বেলেগ।

মিলিটাৰী ডাক্তৰ হ'লেও জীৱনৰ শংকা প্ৰতিটো খোজত। মৰণ লগে লগে ফুৰে, মৰণৰ লগে লগে ফুৰিব লাগে। এটা অস্বাভাৱিক অনিশ্চয়তাৰ মাজেদি দিনবোৰ অতিবাহিত কৰিব লাগে। ধ্বংস আৰু মৃত্যুৰ মাজত জোৰ কৰি জীয়াই থকাৰ আৰু আনক জীয়াই ৰখাৰ কথা ভাবিব লাগে।

থাবলৈ ওলাই শ্ৰীকণ্ঠৰ অলপ বেয়া লাগিল। ঠিক ভয়ত নহয়, জীৱনৰ অনিশ্চয়তাৰ মাজত সোমাই পৰিবলগা হোৱাৰ কাৰণে। তাৰ লগে লগে শ্ৰীকণ্ঠই অনুভৱ কৰিলে এটা কাৰণ নোহোৱা, নাম নোহোৱা বেদনা। সঁচাকৈয়ে সি নিশাক ভাল পায়নেকি? সেই নাম নোহোৱা বেদনাটোৰ অনুভূতি মনলৈ আহিলেই বাৰে বাৰে নিশাৰ কথা তাৰ মনলৈ আহে কিয়? তাৰ অবুজ বেদনাটোৰ লগত নিশাৰ সম্পৰ্ক কি? সি এটা কৰুণ ৰহস্য অনুভৱ কৰিলে।

সি নিশাক বিয়া কৰোৱাৰ প্ৰশ্নটোও ভাবিলে। নিশা ধুনীয়া ছোৱালী। নিশাৰ, এটা চকুত লগা লনি সাদৰি ৰূপ আছে। নিশাক পালে যি কোনো ডেকাই গৰ্ব কৰিব পাৰিব, নিজক সৌভাগ্যবান বুলি ভাবিব পাৰিব।

মায়াও ছোৱালীজনী বেয়া নহয়। সকলো পিনে পৰিপাটি। কিন্তু মায়াৰ ভিতৰত শ্ৰীকণ্ঠৰ কাৰণে সেই আকৰ্ষণ নাই, যি আছে নিশাৰ ভিতৰত। মায়াৰ ভিতৰত আধুনিকতা আছে, ৰুচি আছে, আত্মীয়তাও আছে, কিন্তু যেন তথাপি কিবা এটাৰ অভাৱ।

নাই, মায়াৰ কথা ভাবি কোনো লাভ নাই। কিন্তু নিশাৰ কথাও ভাবিব লাগে কিয়? কালিলৈ সি ৰণক্ষেত্ৰলৈ গুচি যাব। আজি সি এইবোৰ আৱতৰীয়া কথা ভাবি সময় নিওৱা অবাঞ্ছনীয় কথা।

তথাপি যোৱাৰ দিনা পুৱা অন্য কলেকে নগৈ শ্ৰীকণ্ঠ নিশাহঁতৰ ঘৰলৈ গ'ল, নিশাক সি আকৌ এবাৰ চাই যাব। আবেলি ছয় বজাত যোৱা বাছতে সি তেজপুৰ এৰি যাব।

শ্ৰীকণ্ঠই মহেন্দ্ৰ কেৱেণী, নিশাৰ মাক আৰু অন্যান্যক মাত লগালে। সকলোৱে উদগনি দিলে। মিলিটাৰী কামত টকা আছে, প্ৰমোশ্যন আছে, উন্নতি আছে। হয়তো যুদ্ধৰ শেষলৈকে থাকিলে লেফ্‌টেনেণ্ট শ্ৰীকণ্ঠ মে'জৰ বা লেফ্‌টেনেণ্ট কৰ্ণেল হৈ য'ব পাৰিব। বিভিন্ন অভিজ্ঞতা, অজস্ৰ টকা, আৰু কত কি।

কথাবোৰ শুনি শ্ৰীকণ্ঠয়ো ভাল পালে। চকুৰ আগত এখন নতুন পৃথিৱীৰ পট উন্মোচন হোৱা দেখা পালে।

অকলশৰীয়াকৈ শ্ৰীকণ্ঠই নিশাকো মাত লগালে।

"মই পিছে আজি যাম নহয়, নিশা?"

"মই ক'ব পাৰো। আপুনি নহা হ'লে ময়ে আপোনালোকৰ ঘৰলৈ গলোহেতেন, আপুনিনো কেতিয়ামানলৈ ঘূৰিব ককাইদেউ?"

"কেতিয়া ঘূৰিম? যোৱাই নাই এথোন, তুমি সুধিছা ঘূৰাৰ কথা। কিজানি কিমান বছৰৰ মূৰত ঘূৰিব পাৰো।"

"মাজে মাজে ছুটী পাব নহয়?"

"পাম কিজানি। কিন্তু ছুটী পালেও বহুত দূৰত থাকিলে ঘৰলৈ অহা সহজ নহ'ব।"

"এৰা, আমাৰ বেয়া লাগিছে। আলোক মামা আছিল। আপুনিও আছিল। আমাৰ বেছ ভাল লাগিছিল। হঠাৎ আপোনালোক গুচি যাব, আমাৰ বেয়া লাগিছে।"

"কিয় বেয়া লাগিছেনো নিশা?" হাঁহি শ্ৰীকণ্ঠই সুধিলে।

"বেয়া নেলাগিবনে বাৰু? আপোনালোকে আমাক ইমান মৰম কৰিছিল। এতিয়া আপোনালোক নেথাকিলেনো আমাক কোনে মৰম কৰিব?"

হঠাৎ শ্ৰীকণ্ঠই অলপ অপ্ৰস্তুতভাৱে, শংকিত ভাষাৰে সুধিলে, "তুমি জানো বাট চাব পাৰিবা?"

কথাটো প্ৰথমতে নিশাই একো বুজিব নোৱাৰিলে। তাই অলপ সহজ সন্দেহেৰে তাৰ চকুলৈ চালে। শ্ৰীকণ্ঠই অলপ সাহস পালে। প্ৰায় বিব্ৰত হোৱাৰ দৰে থৰথৰকৈ শ্ৰীকণ্ঠই ক'লে, "নিশা, মোৰ ঘূৰি আহিবলৈ হয়তো চাৰি-পাঁচ বছৰ লাগিব পাৰে। কিজানি বেছিও লাগিব পাৰে। তুমি জানো তেতিয়ালৈকে মোৰ কাৰণে বাট চাব পাৰিবা?"

হঠাৎ কথাষাৰ বুজি নিশা ৰঙা পৰি উঠিল। তাই শ্ৰীকণ্ঠৰ আগৰ পৰা লৰি পলাবৰ কাৰণে যেন উদ্‌গ্ৰীৱ হৈ পৰিল। কিন্তু পিছ মুহূৰ্তত নিশাই নিজক সংযত কৰিলে আৰু লাহে লাহে ক'লে, "আপুনি মোক কিয় তেনে কথা কৈছে ককাইদেউ?" নিশাৰ মাতটো লাজ আৰু এটা অকাৰণ বেদনাত সেমেকা।

শ্ৰীকণ্ঠই সহজ হবৰ চেষ্টা কৰি ক'লে, "মই ভাবিছিলো যে অতদিনে তুমি মোৰ মনৰ ভাব বুজিব পাৰিছা, সেই কাৰণেই কৈছো নিশা।"

"মই সেইদৰে অতদিনে ভবাই নাই।"

"বাৰু, এতিয়া ভাবিব পাৰিবাতো ?"

"এতিয়া ? এতিয়াতো ভাবিবই লাগিব।"

"সেইকাৰণেই যোৱাৰ আগতে আজি তোমাক কৈ গ'লো।"

তাৰপিছত নিশা আৰু শ্ৰীকণ্ঠ দুয়ো দুয়োৰে ওচৰত সহজ হ'বৰ বহু চেষ্টা কৰিলে। কিন্তু হঠাৎ দুয়োৰে মাজত আহি পৰিল এখন অবোধ্য সংকোচৰ আৱৰণ।

চাহ পিয়লা দি উঠি নিশাই শ্ৰীকণ্ঠৰ মুখলৈ চকু তুলি চালে। হঠাৎ নিশাই অনুভৱ কৰিলে যে এই মানুহজনক তাই মৰম কৰা উচিত, ভালপোৱা উচিত আৰু তেওঁৰ বিদায়ত সঁচাকৈয়ে বেদনা অনুভৱ কৰা উচিত। অতদিনে নিশাই শ্ৰীকণ্ঠক এজন ডাঙৰ মানুহৰ ঘৰৰ ল'ৰা, এজন ডাঙৰ ডাক্তৰ আৰু এজন ডাঙৰ মানুহ হবলৈ সাজু হোৱা, ঢুকি পোৱাৰ বাহিৰৰ এজন উচ্চ ব্যক্তি বুলিয়েই ভাবিছিল। আজি যেন হঠাৎ দেখিলে যে এই শ্ৰীকণ্ঠয়ো নিশাৰ মৰম পাবলৈ বিচাৰে। শ্ৰীকণ্ঠ যোৱাৰ পিছত নিশাই আৰ্চীখনৰ আগত থিয় হৈ একান্তমনে নিজৰ মুখখন চাই থাকিল।

## ॥ সাত ॥

১৯৪৩ চনৰ শেষ ভাগ। জাপানী সৈন্য আহি ভাৰতৰ মাটিত অভিযান চলাইছে। মিত্ৰশক্তিয়ে অসম ৰেজিমেণ্টৰ শক্তিশালী সৈন্যবাহিনীক শত্ৰুৰ বোমা বন্দুকৰ আগত থিয় কৰি দি আত্মৰক্ষা আৰু দেশৰক্ষাৰ মৰণান্তিক সংগ্ৰাম চলাইছে। জাপানী সৈন্যৰ লগত আহিছে নেশ্যনেল আৰ্মিৰ দেশপ্ৰেমিক সৈনিক সকল। কিন্তু উচ্চ মিলিটাৰী বিষয়া সকলৰ বাহিৰে ভাৰতৰ জনসাধাৰণে তাৰ সুংসূত্ৰও পোৱা নাই। শক্তিশালী প্ৰচাৰৰ দ্বাৰা সকলোকে জনোৱা হৈছে— মিত্ৰশক্তিৰ লগত কহিমা মণিপুৰত যুদ্ধ কৰা সৈন্যবোৰ সকলো ভাৰতৰ পৰম শত্ৰু—জাপানী। বিশ্বাস নকৰি উপায় নাই।

বংগদেশত পঞ্চাশ লাখক অনাহাৰে মাৰি, অসমৰ ডেকা-গাভৰুহঁতক গুলিয়াই, ফাঁচি দি, পাইকাৰী জৰিমনা, পুলিচ মিলিটাৰীৰ গচকেৰে বিপ্লৱী জনতাৰ সক্ৰিয় আৰু ব্যক্ত বিদ্ৰোহ দমন কৰি বুটিছ শাসক গোষ্ঠী আৰু তেওঁলোকৰ আজ্ঞাবাহী ভাৰতীয় অনুগামী সকলে অলপ স্বস্তিৰ নিশ্বাস পেলাইছে। সৰহভাগ বিপ্লৱী তেতিয়া জে'লত। বহুতে গোপনভাৱে নিজক লুকুৱাই

ৰাখিছে। কোনো কোনোৱে প্ৰথমতে বিপ্লৱ কৰিছিল যদিও, পিছত বিশেষ লাভ নেদেখি মিলিটাৰী ঠিকাদাৰ বা চাকৰি কৰাত লাগিছে।

অসমত যুদ্ধৰ সৌভাগ্যত নতুন ধনী শ্ৰেণীৰ উদ্ভৱ হ'ল। মিলিটাৰী ঠিকা, চোৰাংকাৰবাৰ, কানিৰ বেপাৰ আৰু এমেৰিকান সৈন্যক 'বিবি' যোগান দি কপৰ্দকহীন মানুহো ৰাতিৰ ভিতৰতে লাখপতি হৈ পৰিছে। ব্লেক আউটৰ ক'লা আন্ধাৰে অসমখনৰ মুখত আন্ধাৰ সানি দিছে। অসমখন আৰু চিনা নাযায়।

চাকি নুমাও নুমাও। চউদিশে কাকোৰ মৃত্যু আৰু কদাকাৰ আন্ধাৰৰ একান্ত আধিপত্য। সদ্‌বুদ্ধি, সুৰুচি, বিবেক, মানৱতা সকলো পাশৱিকতাৰ গহ্বৰত ক্ৰমে লুকাই আছিছে, পোহৰে আত্মগোপন কৰিছে।

ৰাতি তেতিয়া এঘাৰ বাজি গৈছে। মাজৰাতিৰ কুঁৱলীয়ে আকাশৰ ক্ষীণ জোনাককণ ঢাকি পেলাইছে। সেমেকা আন্ধাৰত একো নেদেখি, সকলো মানুহ শুইছে।

নিয়ৰত তিতি থকা ঘাঁহে আণ্ডা চোতালখন পাৰ হৈ, আলোক আহি বাঁহৰ খিৰিকীখনৰ কাষত ৰ'লহি। সৰু খেৰৰ চালৰ ঘৰ এটা। ভিতৰত বাঁহৰ কাঠিৰে সজা খিৰিকীখনৰ কাষতে এখন সৰু মেজৰ কাষত বহি কমকৈ চাকিটো জ্বলাই ডেকা এজনে কিবা পঢ়ি আছিল। অলপসময় আলোকে অতি সন্তৰ্পণে সেই ডেকাজনৰ ফালে চাই থাকিল। তেওঁ পঢ়াত তন্ময় হৈ আছে।

আলোকৰ জাৰ লাগিছিল। বেছিপৰ বাহিৰত বৈ থকাও নিৰাপদ নহয়। বিশেষ নাভাবি আলোকে লাহে লাহে খিৰিকীখনত টুকৰিয়ালে। ডেকাজন অলপ সন্ত্ৰস্ত হ'ল। লেমটো অলপ বঢ়াই দি সৰুকৈ মাতিলে—"কোন" ?

"মইহে। অলপ দুৱাৰখন মেলি দিবনে ?" আলোকে দেখিলে ডেকাই লেমটো আকৌ কমালে। তাৰপিছত খিৰিকীখন লাহেকৈ অলপ দাঙি চালে।

আলোকে ক'লে,—"মোক চিনি নেপাব। অলপ দৰকাৰত আহিছো। যদি পাৰে দুৱাৰখন মেলি দিয়ক, ভিতৰলৈ গৈ মই সকলো কম।"

"বৰ ভেস্তে", বুলি ডেকাজন সেইখিনিৰ পৰা উঠি আহিল আৰু বাঁহৰ দুৱাৰখন মেলি আলোক ভিতৰ সোমোৱাৰ লগে লগে আকৌ দুৱাৰখন বন্ধ কৰি দিলে।

নির্দেশমতে আলোক বহিল। আলোকৰ মুখত ডাড়ি হৈছে যথেষ্ট। চুলিও বহুত দীঘল হৈছে। গাত কান্ধৰ ওপৰতে ফটা এটা পুৰণি কামিজ আৰু এখন মোটা ধুতী। আলোক খীনাইছে যথেষ্ট। গালৰ হাড়বোৰ ওলাই পৰিছে।

প্ৰথমতে কাৰো মুখত কথা নাই। তাৰপিছত আলোকেই সুধিলে,— "আপোনালোকৰ এইথনেই জৰাপতীয়া গাঁও নহয় জানো ?"

"হয়, আপুনি কৰপৰা আহিছে ?"

"মই ভালেমান দূৰৰ পৰা আহিছো। আপোনালোকৰ ঘৰৰ সকলো শুলে নেকি ?"

"আমাৰ ঘৰত মানুহ নাই বুলিলেও হয়। মোৰ ভনী এজনী আছে আৰু জেঠাইটি আছে।"

"অ' থক বাৰু তেনেহলে।"

"আপুনি····? কি সোধ. উচিত ডেকাজনে ভাবি নাপালে। আলোকে অলপ সকাহ পোৱাৰ দৰে ক'লে,— "মোৰ বৰ ভোক লাগিছে। কালিয়েই ভাত খাইছিলো। আজি দিনটো পানীৰ বাহিৰে একোকে খোৱা নাই। আপোনালোকৰ এতিয়া জানো কিবা খোৱা বস্তু আছে !"

এনেতে ভিতৰৰ পৰা কোনোবাই মাত লগালে—"কাৰ লগত কথা পাতিছ ককাইটি ?"

"অলপ উঠি আহচোন জোহৰা। এজন মানুহ আহিছে।" ডেকাজনৰ কথা শেষ হবলৈ নৌপাওঁতেই এজনী কমবয়সীয়া ছোৱালী ভিতৰৰ পৰা ওলাই আহিল। ছোৱালীজনী শকত-আৱত। কিন্তু দেখিলেই বুজিব পাৰি যে, বয়স তেৰ-চৈধ্য বছৰৰ বেছি হোৱা নাই। ছোৱালীজনীয়ে চকু দুটা ডাঙৰকৈ মেলি আলোকৰ মুখলৈ চালে —চকুত বিস্ময় আৰু কৌতুহলৰ ভাব।

"এখেতে আজি একো খোৱা নাই। তই বেগেতে ভাত দুটামান বনাগৈচোন। পাৰিবি নে ?"

"ওঁ, পাৰিমতো, পিছে তেখেতে জানো ?" থতমত খাই ছোৱালীজনী ৰৈ গ'ল।

কথাষাৰ বুজি পাই পৰিস্থিতিটো সহজ কৰিবৰ কাৰণে ডেকাই ক'লে— "আমি গাঁৱলীয়া মুছলমান মানুহ। সাধাৰণভাৱে খোৱা-মেলা কৰো। আপুনি কি জানি ···?"

"একো নহয়। মোৰ এমুঠি ভাত পালেই হ'ল। অন্য একোকথা ভাবিব নালাগে আপোনালোকে।"

"তেনেহলে বাৰু মই বনাওঁগে। পিছে ককাইটি, এই কোঠালীত বহি থাকিব নালাগে। ইমান ৰাতি লেম জ্বলাই কথাপাতি থকা কোনোবাই গম পালে কিজানি কি হয়। মাজৰ কোঠালীলৈকে আহ।"

ডেকাজনৰ পাছে পাছে আলোক মাজৰ কোঠালৈ সোমাই আহিল। ঘৰটোত আৰু এটা কোঠা আছে। সেইটোত এগৰাকী আদহীয়া মানুহ, গোটেই গাত কাপোৰ লৈ শুই আছে, মাত্ৰ আধাপকা চুলিখিনি আৰু টোপনি যোৱা এখনি মুখহে দেখা যায়।

ডেকাৰ নাম জাহিদ। আৰু এজন ডাঙৰ ককায়েক আছে। যুদ্ধ লগাৰ লগে লগে ডি. চি. ও. হৈ যুদ্ধত যোগ দিলে। এতিয়া ভাৰতৰ বাহিৰত— মধ্য এচিয়াৰ কোনোবা এঠাইত আছে। মাহে মাহে এশকৈ টকা নিয়মমতে পঠাই থাকে। জাহিদে যোৱা বছৰ কটন কলেজৰ পৰা আই. এ. পাছ কৰিলে। কিন্তু জোহ্ৰাজনী ডাঙৰ হৈ অহাৰ কাৰণে মিলিটাৰীৰ দিনত অকলশৰীয়া ঘৰখনত এৰি থৈ যাব নোৱাৰি। তাইৰ আৰু ঘৰৰ বখীয়া হৈ ঘৰতে আছে।

যুদ্ধৰ গতি আৰু অৱস্থা কিছু পৰিবৰ্ত্তন হ'লে অহাবছৰলৈ সি পঢ়িবলৈ যাব। সেইকাৰণে বি. এ.ৰ দুই এখন কিতাপ বিচাৰি আনি সি আগতীয়াকৈ এনেয়ে পঢ়ি আছিল। পঢ়াত সি বৰ চোকা নহয়। এবাৰ আই. এ. ফেইল কৰিছিল। কিন্তু সি বৰ পৰিশ্ৰমী।

কিছুপৰ কথা-বতৰা পতাৰ পিছত জাহিদে সুধিলে, "আপুনিও আণ্ডাৰ-গ্ৰাউণ্ড নেকি?"

এনেতে জোহ্ৰা ভিতৰৰ পৰা ওলাই আহিল। জাহিদৰ প্ৰশ্নটো তাইৰ কাণত পৰিল। তাই আলোকে উত্তৰ দিবলৈ নোপাওঁতেই ক'লে—"সেইটোও আৰু সোধেনে? মই দেখোন প্ৰথমতেই বুজিলো।"

আলোকে যেন ৰহস্য পালে—"কি বুজিলানো?"

"আপুনি পুলিচৰ পৰা পলাইফুৰা নাইজানো?" আগেও আমাৰ ঘৰলৈ কেবাজনো আহি গৈছে। তেওঁলোকো সদায় এনেকৈয়ে ৰাতি আহে।"

জাহিদেও যেন এই কথা নেজানে। সি ভনীয়েকৰ মুখলৈ চালে।

"মই আপোনাক দেখিয়ে বুজি পালো। আমাৰ ইয়ালৈ পুলিচ বেছি নাহে। গাঁৱৰ মানুহেও নলগায়। আমাৰ কিছুমান মুছলমান মানুহে বিপ্লৱ কৰা নাই নহয়। সেইকাৰণে পুলিচ আমাৰ ইয়ালৈ বেছি নাহে।"

জোহ্ৰাৰ কথা শুনি আলোকৰ ভাল লাগিল।

"আপোনাক হাত-মুখ ধুবলৈ পানী দিছো। এইপিনে আহি হাত-মুখ ধোৱকহি। ভাত হ'ল। তৰকাৰীও হলেই। ককাইটি, তই জুইকুৰা চাবি। মই তেখেতৰ কাৰণে বিছনা এখন কৰো।"

"অ' তোৰ কোঠালীৰ বিছনাখনতে তেখেত শোৱক। তই ইয়াতে মাজৰ কোঠাতে শোবি।"

ছোৱালীজনীৰ তৎপৰতালৈ নিবৱ প্ৰশংসা জনাই আলোকে বদনাটো হাতত লৈ পাছ চোতাললৈ ওলাই গ'ল—মুখ-হাত ধুবৰ কাৰণে।

জাহিদৰ বিছনাখন জাৰি জোকাৰি এখন বেলেগ বিছনা চাদৰ পাৰি জোহ্ৰা আকৌ বান্ধনি ঘৰ পালেগৈ আৰু অলপপৰৰ পিছতে ভাত আৰু ভজা কনীৰে বন্ধা এখন আঞ্জা পিৰাত থৈ, আলোকক মাতিলে—"ককাইটি ভাত বাঢ়িলো।"

আলোক ভিতৰ লৈ গ'ল।

"আপুনি বেয়া নেপাব। তৰকাৰী একো নাই। কনী দুটাকে ভাজি কোনোমতে তাৰে তৰকাৰী বনাই দিছো। এতিয়া বাৰীৰ শাক-পাতো আনিব নোৱাৰি।"

ছোৱালীজনীৰ নিৰহংকাৰ আৰু সহজ আচৰণখিনি আলোকৰ বৰ মধুৰ যেন লাগিল। সি ভাতকেইটা বৰ তৃপ্তিৰে খালে। পেটভৰা সত্বেও জোহ্ৰাই দুটামান ভাত জোৰ কৰি দিলে। খুৱাবৰ বেলা যেন নাৰীৰ অধিকাৰক বাধা দিবৰ দাবী কাৰো নাই।

বিছানাখনত শোৱলৈ দেখুৱাই দি জোহ্ৰা আলোকৰ কাষ চাপি গ'ল আৰু প্ৰায় কাণতে মুখখন লগাই ফুচ্ফুচাই ক'লে—"আপুনি নিজা নামটো নক'ব, অন্য এটা মুছলমান নাম ক'ব।"

"মুছলমান নাম ?"

বে'চ ৰহস্য-পৰৱশ হৈ আলোকেও সেইদৰে ফুচ্ফুচাই সুধিলে।

"অ' আপোনাৰ আচল নাম কি বাৰু ?"

"আলোক ফুকন।"

"তেনেহলে আপোনাৰ নাম—ও—হেৰি—কমৰুদ্দিন বুলি ক'ব।"

"কমৰুদ্দিন !"

"হয়, শোৱক দেই। ককাইটি লেমটো দুমুৱাই থ।"

পৃথিৱীত তেতিয়া আন্ধাৰৰ ৰাজত্ব।

॥ আঠ ॥

জোহ্‌ৰাহঁতৰ পৰিয়ালটো সৰু, শান্ত। জাহিদ প্ৰায়ে মনে মনে থাকে। তাৰ কাৰণে জগতৰ বহুত কথা একেবাৰে অবোধ্য, অৰ্থহীন। কিন্তু যিটো সি বুজি নেপায় সেইটো বুজিবলৈ চেষ্টা নকৰাটোৱেই সমীচিন বুলি ভাবে সি। পিছে সি উদাসীন নহয়, অলপ নিৰ্লিপ্ত। পঢ়িলে পঢ়িয়ে থকা, ফুৰিলে ফুৰিয়ে ফুৰা, শুলে শুয়ে থকা,—এনেধৰণৰ স্বভাব তাৰ। তাৰ কাৰণে কাৰো ওচৰত কৈফিয়তো দিব লগা নহয়। মাত্ৰ মাজে মাজে জোহ্‌ৰাৰ ভাবি খাব লাগে।

জোহ্‌ৰায় আলোকক মনে মনে শিকাই দিলে—"জাহিদ ককাইটিক আপুনি সকলো কথা নক'ব। আপুনি নক'লে সি একো নোসোধে।"

মানুহবোৰ চাকৰি-বাকৰি কৰি, ঘৰ-সংসাৰ কৰি সুখে-শান্তিৰে থাকিব পাৰে। তাকে নকৰি এইবোৰ বিদ্ৰোহ, বিপ্লৱ কৰে কিয়? জাহিদে অলপ ভাবিলে। কিন্তু তাৰপিছত এৰি দিলে, কৰক যাৰে যি মন যায়—পৃথিৱীখন তেনেকুৱাই।

জৰাপতীয়া গাঁৱত মুছলমানেই সৰহ। কেইঘৰমান মাত্ৰ আহোম আৰু সূতকুলীয়া হিন্দু মানুহ আছে। বামুণ এঘৰ আছে। গাঁওখনৰ সাত মাইল আঁতৰতে এখন মিলিটাৰী এৰোড্ৰাম হৈছে। গাঁৱৰ প্ৰায়বোৰ মতা মানুহে তাত কাম কৰিবলৈ যায়। যেয়ে যি কামকে পায় তাকে কৰে। বান্ধনি, চাপ্ৰাচী, চকিদাৰ, বয়—নানাধৰণৰ কাম। প্ৰায়বোৰেই চুৰ কৰিবলৈ শিকিছে। মিলি-টাৰীৰ বস্তু চুৰ কৰি ধৰা নপৰিলেই হ'ল, সকলোৰে মুখত 'নিজৰ নিজৰ চাহাব'ৰ কথা, দোষগুণৰ কাহিনী।

'কমৰুদ্দিন'ক জোহ্‌ৰাই ঘৰৰ ভিতৰত লুকুৱাই ৰাখে। আলোকৰো বৰ্ত্তমান কৰিবলগীয়া একো নাই। পুলিচৰ হাতত ধৰা নপৰাকৈ থাকিব পাৰিলেই হয়। এতিয়া আৰু জেললৈ গৈ কাৰো একো লাভ নহয়। তদুপৰি আলোকে দেখিলে এই তৃথীয়া মানুহবোৰক যুদ্ধৰ বিৰুদ্ধে ক'ব—বুজাবলৈ গ'লে একো লাভ নহয়। যুদ্ধ যাৰে যাবেই নেলাগক সিহঁতৰ জীৱিকা ওলালেই হ'ল। অন্য প্ৰশ্ন আৰু নাই।

তিনিমাইল দূৰত ল'ৰাই-ছোৱালীয়ে একেলগে পঢ়া এটা এম. ই. স্কুল আছে। জোহ্‌ৰাই তাতে আজি দুবছৰৰ আগলৈকে পঢ়িছিল। ওচৰে-পাজৰে মিলিটাৰীৰ

পিয়াঁপি আৰম্ভ হ'লত তাই পঢ়া এৰি দিলে। সেইবাবে তাইৰ দুখ বা অনুতাপ একো নাই। তায়ো পঢ়াত বৰ ভাল নাছিল। অন্যান্য বিষয়ত তাই চোকাই আছিল অৱশ্যে।

সিহঁতৰ বাপেক গাঁৱৰে মণ্ডল আছিল। কিন্তু প্ৰায় আদবয়স পাৰ হওঁতেই, জোহ্‌ৰা ওপজাৰ দুবছৰ হওঁতেই তেওঁ ঢুকাল! তাৰ এবছৰৰ পিছতে সিহঁতৰ মাকো ঢুকাল। তেতিয়াৰ পৰা তিনিওটি ল'ৰা-ছোৱালীক তুলি-তালি ডাঙৰ-দীঘল কৰিলে সিহঁতৰ জেঠায়েকে। এতিয়াও জেঠায়েকেই সিহঁতৰ মাক, বাপেক সকলো।

আলোক ক্ৰমে সিহঁতৰ ঘৰৰে এজন হৈ পৰিল। জেহ্‌ৰাজনীৰ আলৌ-অথৌ মৰম-চেনেহবোৰে তাক বুৰাই পেলালে। জেঠায়েকেও আলোকক আপোন যেন কৈ মৰমৰ চকুৰে চালে। আলোকে সিহঁতৰ ঘৰখনৰ ভিতৰত ঠাই কৰি লোৱাৰ কাৰণে জাহিদেও ভাল পালে। সি ঘৰখন এৰি অলপ ইফালে-সিফালে ইচ্ছামতে ঘূৰি ফুৰিব পৰা হ'ল। আলোকো দিনটো বাহিৰলৈ ওলাই নেযায়। গতিকে জাহিদ নিশ্চিন্ত হ'ল। সি বিচৰাৰ নিচিনা ঘৰৰখীয়া এটাকে সি পালে।

আজি ডেড়-দুবছৰ পলাই পলাই ঘূৰি ফুৰি আলোকৰো আমনি লাগিছিল। তাতে যেতিয়া বিপ্লৱৰ সক্ৰিয়তা আগতকৈ কমি আহিল, সিহঁতো কিছুদূৰ নিষ্কৰ্মা হৈ পৰিল। কেৱল আত্মগোপন কৰি ফুৰাই হ'ল প্ৰধান কাম। ই যেন নিষ্ক্ৰিয়তাৰে নামান্তৰ। অথচ নিষ্ক্ৰিয় যদিও প্ৰতি মুহূৰ্তত সচেতন আৰু সন্ত্ৰস্ত থাকিব লগা হোৱাটো আৰু অসুবিধাৰ কথা। তাৰ ওপৰত গ্ৰেপ্তাৰী পৰোৱানা আছে।

ভালেমানদিনৰ মূৰত আলোকে অলপ স্থিৰভাৱে তাৰ নিজৰ ঘৰ আৰু নিশাহঁতৰ খবৰ-বাতৰি লবৰ সুবিধা পালে। সি নিজৰ নাম নিদিয়াকৈ নিশালৈ এখন চিঠি লিখিলে। সেই চিঠিতে মায়াহঁতৰ সকলো খবৰ সুধি পঠিয়ালে আৰু আলোকৰ নিজৰ ককায়েকহঁতৰ কিবা খবৰ পাইছে নেকি তাকো সুধি পঠিয়ালে। চিঠি জোহ্‌ৰাৰ নামত বা জাহিদৰ নামতে পঠাবৰ কাৰণে ঠিকনা দিলে।

কেইদিনমানৰ ভিতৰতে নিশা আৰু মায়া দুয়োৰে চিঠি আহিল জোহ্‌ৰাৰ ঠিকনাত। নিশাই লিখিলে যে পুলিচে আহি সিহঁতৰ ঘৰত দুবাৰমান খবৰ কৰিছিলহি। তাৰপিছত আৰু পুলিচ অহা নাই। বোধকৰো বিচাৰিবলৈ এৰিলে। আলোকহঁতৰ ঘৰৰ চিঠি মাজে মাজে পায়। তাতো পুলিচে জুলুম কৰিছিল। এতিয়া একৰকম চলি আছে। তেওঁলোকেও আলোকৰ খবৰ সুধি চিঠি

লিখে। কিন্তু নিশাইঁতে নিজেই একো খবৰ নজনাৰ কাৰণে একো জনাব পৰা নাছিল। এতিয়া জনাব। লগতে নিশাই লিখিলে যে তাই আলোকৰ কবিতাবোৰ ভালকৈ লুকাই থৈছে। পুলিচে সেইবোৰৰ কথা নেজানে। অন্যান্য খবৰ ভাল।

মায়াৰ চিঠিখনত নিজৰ বিষয়ে বেছি কথা নাই। দেউতাক তেতিয়াও জেলত আছে। খবৰ পাইছে যে তেখেতৰ ব্লাড প্ৰেছাৰ হৈছে। সেইকাৰণে সকলো চিন্তিত। লিখিছে—"আপুনি সাৱধানে থাকিব। কেতিয়াও ধৰা নিদিব। এটা সুখবৰ আছে: ডাক্তৰ শ্ৰীকণ্ঠ বৰ্তমান পেলেস্টাইনৰ ফালে আছে। অলপতে প্ৰমোশ্যন হৈছে—এতিয়া তেওঁ মেজৰ হৈছে। তেওঁ লিখিছে অহা বছৰৰ মাৰ্চ মাহমানত তেওঁ কেইমাহমানৰ ছুটীলৈ ঘৰলৈ আহিব আৰু সম্ভৱ হ'লে তেতিয়াই তেওঁৰ বিয়া পাতিব।

ছোৱালী কোন জানে? নিশা। এইকথা তেওঁ ঘৰলৈ জনোৱাৰ উপৰিও নিজেই নিশালৈকো লিখিছে। বৰ ভাল হ'ব কিন্তু দেই। নিশা ভাগ্যৱতী ছোৱালী। মই ভালে আছো।

আপোনাৰ
মায়া

হঠাৎ শ্ৰীকণ্ঠৰ লগত হবলগা নিশাৰ বিয়াখনৰ সংবাদটোৱে যেন আলোকৰ বুকুত এটা ডাঙৰ আঘাত দিলে। শ্ৰীকণ্ঠৰ লগত বিয়া হৈ গ'লেতো আঁৰু নিশা নাথাকিব। তাৰ কাৰণে নিশা নাইকীয়া হৈ যাব। নিশাক লগপোৱাৰ দিন ধৰিতো সি আৰু অন্য একো ভাবিব পৰা নাই। অদেহী প্ৰেৰণা ৰূপে তাৰ কবিতাত সোমাই পৰিছে নিশা। প্ৰাণৱন্ত উদগনিৰূপে তাৰ বিপ্লৱী কৰ্মক্ষেত্ৰত দিগ্‌দৰ্শন কৰিছে নিশাই। সকলো অব্যক্ত, সকলো অস্পষ্ট, কিন্তু সকলো সূৰ্যৰ ৰশ্মিৰ দৰেই একান্ত সত্য। আলোক যেন হঠাৎ অসহায় হৈ পৰিল।

"সকলোৱে ভালনে বাৰু আপোনালোকৰ?" জোহ্‌ৰাই সুধিলে। দুৰ্বল-ভাৱে করুণ চকুদুটা জোহ্‌ৰাৰ মুখত থাপি আলোকে ক'লে—"ওঁ,—ভাল জোহ্‌ৰা, সকলোৱে ভালেই।"

"দুখন চিঠি কাৰ কাৰ পৰা আহিল ?" স্বাভাৱিক কৌতুহলেৰে জোহ্‌ৰাই সুধিলে।

"দুজনী ছোৱালীৰ পৰা আহিছে। মায়া নামে এজনী আৰু নিশা নামে এজনী।" বেছ নিৰ্লিপ্তভাৱে আলোকে ক'লে।

"দুয়োজনী ছোৱালীয়ে আপোনাক ভাল পায় নেকি ?" জোহ্‌ৰাৰ কথাত কোনো দ্বিতীয় অৰ্থ নাছিল। প্ৰণয় অৰ্থত ভালপোৱাৰ কথা জোহ্‌ৰাই তেতিয়াও শিকা নাই।

"মইনো কেনেকৈ জানিম ? এজনী ছোৱালীৰ বিয়া হ'ব।"

"অ' তেনেহ'লে সেইজনী ছোৱালীয়ে আপোনাক ভাল নেপায়। ইজনীয়েহে ভাল পায়।"

জোহ্‌ৰাৰ যুক্তিটো আলোকে ভাল পালে। কিন্তু দুজনী ছোৱালীৰ এজনীয়ে ভাল নেপায় কাৰণেই যে আনজনীয়ে ভাল পাব সেইটো কোনে কব পাৰে ?

আলোকে উদাসভাৱে হাঁহিলে।

"আপুনি যদি আমাৰ ঘৰৰ পৰা নেযায়, তেনেহলে ময়ো আপোনাক ভাল পাম।"

"নগ'লেনো কেনেকৈ চলিব ? তোমালোকে মোক বহুত মৰম কৰিছা। আৰু বেছি মৰম কৰিলে মই অন্য কথা পাহৰি যাম নহয়।"

"আপুনি বাৰু অন্য ঠাইলৈ গ'লে এনেকৈ এই ছোৱালী দুজনীলৈ দিয়াৰ নিচিনাকৈ মোলৈও চিঠি দিবনে ?"

"দিমতো, যদি দিব পৰা অৱস্থাত থাকো। পিছে দেখিছাই, মোৰ কোনো নিগাজী ঠিকনা নাই। মই দিব নোৱাৰিলেও মোলৈ যে চিঠি দিব পাৰিবা আশা নাই।"

জোহ্‌ৰাৰ আলোকৰ কাৰণে বেয়া লাগিল। তাই আলোকৰ কাষ চাপি আহিল। আৰু তাৰ কান্ধৰ ওপৰত হাত দুখন থৈ ক'লে—"আপুনি আমাৰ ঘৰতে থাকক। অন্য কলৈকো নেযাব। তেতিয়া হ'লে আপোনাৰ ঠিকনা নেহেৰায়।"

আলোকৰ জোহ্‌ৰালৈ মৰম লাগিল। সৰল, আজলী ছোৱালীজনী। তাক মৰম কৰিবৰ কাৰণে তাইৰ কি নিঃস্বাৰ্থ হেঁপাহ।

"আছোৱেই দেখোন তোমালোকৰ ঘৰতে।"

"ওঁ, থাককচোন। থাকিলেহে মোৰ ভাল লাগে। মই জেঠাইটিক কৈছো, জেঠাইটিয়েও আপোনাক মৰম কৰিব। জাহিদ ককাইটিক বেয়া নেপাব, সি মানুহক মৰম কৰিব নেজানেই।"

"মোকতো তোমালোক সকলোৱে মৰম কৰিছা জোহ্‌ৰা। পিছে, মোৰ পৰা তোমালোকৰ দিগদাৰি নহলেই হয়।"

"আমাৰ একো দিগদাৰি হোৱা নাই। আমাৰ ঘৰত মানুহেই নাই। আপুনি আহিলত আমাৰ ইমান যে ভাল লাগিছে।"

আলোকেও সেইটো বুজিছিল। জোহ্‌ৰাৰ জেঠায়েকৰ নিঃস্বাৰ্থ উদাৰতা-খিনিক সি শ্ৰদ্ধা কৰিছিল। জোহ্‌ৰাৰ কিশোৰীসুলভ মৰমখিনিক সি আপুকনীয়া বুলি লৈছিল। সকলোবোৰ জীৱনৰ বাটত হেৰাইপোৱা অমূল্য মুকুতা।

কিন্তু নিশাৰ মৰমবোৰ কি? নিশাৰ মৰম জানো সাগৰৰ ফেন? তেন্তে তাৰ প্ৰাণত হঠাৎ শূন্য পৰি গ'ল কিয়?

• • • •

আলোকে মহেন্দ্ৰ কেৱেণীলৈ এখন চমু চিঠি লিখিলে। নিজৰ দুই-চাৰিটা আৱশ্যকীয় কথা জনোৱাৰ পিছত লিখিলে:

"জানিব পাৰি বৰ আনন্দ পাইছো যে মেজৰ শ্ৰীকণ্ঠৰ লগত শ্ৰীমতী নিশাৰ বিয়াৰ দিহা হৈছে। তাকৰৰ লগত যি কেইদিনৰ চিনা-জনা হৈছিল, তাতে বুজিছিলো তেখেত নিশাৰ কাৰণে এক উপযুক্ত পাত্ৰ। বিয়া কেতিয়ামানে হ'ব কিবা ঠিৰাং হৈছে জানো? সময়মতে সঠিক খবৰটো পালে সুখী হ'ম।"

নিশালৈ সুকীয়া চিঠি আলোকে আৰু নিলিখিলে। আলোকে ভাবিলে, যিটো স্বাভাৱিক সেইটোৱেই হৈছে। ইয়াত কাৰো আক্ষেপৰ ঠাই নাই। শ্ৰীকণ্ঠৰ লগত নিশাই জীৱনৰ পূৰ্ণতা উপলব্ধি কৰিব পাৰিব। ছোৱালীবোৰক এটা স্থিৰ, নিশ্চিত জীৱনৰ গতিধাৰা লাগে। সেইটো সবহ ধন উপাৰ্জন কৰিব পৰা মেজৰ শ্ৰীকণ্ঠতেই সম্ভৱ। তাকৰৰ জীৱনৰ এটা স্বচ্ছন্দ গতি আছে, বেহা আছে, প্ৰতিষ্ঠা আছে। তদুপৰি তাকৰে নিশাক ভাল পায় সকৰে পৰা দেখি শুনি এটা সৌহাৰ্দ্য আৰু আত্মীয়তা দুয়োৰে মাজত গঢ়ি উঠিছে। নিশায়ো নিশ্চয়

ডাক্তৰক ভাল পায়। দুয়োৰে জনা-বুজা আৰু সম্মতিৰ মাজেদি এই বিয়াৰ প্ৰস্তাৱনা হৈছে। তাত আলোকৰ সৰু স্বাৰ্থ—স্বাৰ্থ জানো? বৰ অবাঞ্ছনীয় বস্তু।

আলোকৰ জীৱনৰ ক্ষেত্ৰ স্বকীয়া। সি চহকী মানুহৰ ল'ৰা ডাক্তৰ নহয়। সি জীৱিকাৰ কাৰণে সংগ্ৰাম কৰি জীৱন পাত কৰা হেজাৰ দৰিদ্ৰৰ ভিতৰৰে এটা। সম্ভাৱনা হয়তো তাৰো আছে। কিন্তু সেই সম্ভাৱনা ধনী হোৱাৰ, মেজৰ শ্ৰীকণ্ঠ হোৱাৰ বা নিশাৰ প্ৰণয়াস্পদ হোৱাৰ নহয়। সেই সম্ভাৱনা মানুহ হ'বলৈ চেষ্টা কৰি সফল বা বিফল হোৱাৰ, সেই সম্ভাৱনা আত্মপৰিচয় হেৰুৱাই পেলাই নিশ্চিহ্ন হৈ যোৱাৰ, নিৰ্বিশেষ হৈ যোৱাৰ।

এই সাধনাকে আলোকে কৰিব লাগিব। আলোকৰ আৰু এখন জগতৰ লগত চিনাকি আছে, যাৰ বিষয়ে হয়তো শ্ৰীকণ্ঠই বিশেষ নেজানে বা জানিলেও তাত কোনো গুৰুত্ব আৰোপ নকৰে। সেইখন আলোকৰ কবিতাৰ জগতখন, ৰূপ-সৃষ্টিৰ জগতখন।

আলোকে সেইখন জগতত নিজৰ ঠাই বিচাৰিবৰ চেষ্টা কৰিলে। বাহিৰ জগতৰ ব্যৰ্থতা আৰু পৰাজয়ক কবিতাৰ নতুন নতুন সৃষ্টিৰ আনন্দেৰে পুৰাই তুলিবৰ সংকল্প কৰিলে। পৰাজয় বোৰক গানৰ সুৰত লয় পোৱাই, নিজে সৃষ্টি কৰা সুৰৰ মোহত নিজক আকীৰ্ণ কৰি ৰাখিবৰ চেষ্টা কৰিলে। সি বিশেষ নভবাকৈয়ে লিখিলে—

> "জীৱনৰ যত পৰাজয়
>
> গানৰ সুৰত আজি হওক লয়···

কবিতা লিখাটো দুৰ্বলতা নেকি? কিন্তু হলেও দুৰ্বলতা, জীৱনটোও সকলোৰে কাৰণে একেটা পথ নহয়। কোনোৱে বিচাৰি লয়, বিচাৰি পায় ফুলৰ পথ, কোনোৱে পায় হুলৰ পথ। হয়তো তাৰ কাৰণে ফুলৰ পথৰ সপনা চিৰদিনৰ কাৰণে বন্ধ হৈ গৈছে। ফুলৰ সুগন্ধ আৰু কমনীয়তা ভৰা পথ হয়তো তাৰ নহয়। ভুলৰ পথেৰেই আগবাঢ়ি সি হুলৰ মাজত পৰিবগৈ আৰু দীৰ্ণ-বিদীৰ্ণ হৈ যাব। কিন্তু ঘূৰি আহিবৰ পথ নাই, ঠাই নাই। কলৈ ঘূৰি আহিব সি? মায়াৰ কাষলৈ? জোহ্‌নাৰ কাষলৈ? এতিয়াও চিনাকি নোহোৱা নাম নজনা অজনী ছোৱালীৰ কাষলৈ?

নহয়, সি ভুল পথ লোৱা নাই।

কাঁইটৰ পথেই তাৰ পথ, বিপ্লৱী সংগ্ৰামৰ পথেই তাৰ পথ। হয়তো সেই পথত নিশা তাৰ লগৰীয়া হোৱা হ'লে সি আৰু সাহসেৰে আৰু আনন্দেৰে আগবাঢ়িব পাৰিলেহেতেন। কিন্তু নিশাই তাৰ জীৱনৰ শেষ লক্ষ্য নহয়। সি উৰ্দ্ধগামী হ'ব, সি নিজৰ স্বাৰ্থপৰতাক অতিক্ৰম কৰিব। ফুলৰ মাজেদি গৈ সি আনৰ কাৰণে ফুলৰ পথ ৰচনাৰ সাধনা কৰিব।

কিন্তু উপায় কি? উপায় আত্মগোপন, আত্মগোপনেই নহয়, আত্মলোপো। নিজৰ সকলো ব্যক্তিগত আশা-আকাংক্ষা, আনন্দ-নিৰানন্দক জীৱন পথৰ দুয়োপাৰে সিঁচি সিঁচি সি অকলে আগবাঢ়িব লাগিব। অকলে জানো? অকলে নহয়, তাৰ নিচিনা সহস্ৰজনৰ দৰে সি জীৱনত ব্যৰ্থতা পাইছে, বেদনা পাইছে, দুখ পাইছে—সি সপোন দেখিছে, নতুন প্ৰভাতৰ আলোকৰ ৰূপছবি দেখিছে, মৃত্যুৰ মাজেদি অমৰ হোৱাৰ স্বপ্ন দেখিছে।

কল্পনাপ্ৰৱণ আলোকে নানা চিন্তা কৰে, নানা কল্পনা কৰে। প্ৰকৃত আনন্দ আছে—নিৰ্বিশেষ হৈ যোৱাত, পৰিচয়হীন হৈ যোৱাত। সি আকৌ ভালেমান দিনৰ মূৰত জোহ্‌ৰাৰ পৰা কাগজ-কলম খুজি লয়, আৰু কবিতা লিখাত ধৰে। এইবাৰ তাৰ কবিতাত নতুন প্ৰেৰণা। সি ব্যক্তিগত আনন্দ-নিৰানন্দক, আশা-নৈৰাশ্যক সামূহিক সংগ্ৰামৰ প্ৰেৰণা কৰি তুলিব খোজে। তাক নতুন ছন্দ লাগে, নতুন শক্তি লাগে, নতুন প্ৰতিজ্ঞা লাগে।

ৰাতিৰ কবিতাকে লিখে সি। কিন্তু তাৰ বুকুত জগাই তোলে—ৰাতি শেষ হোৱাৰ, প্ৰভাত হোৱাৰ দৃপ্ত স্বপ্ন। হয়তো তাৰ নাম পৰাজয়, তাৰ নাম ব্যৰ্থতা, হয়তো তাৰ নাম আত্মজয়।

* * *

সৰু ছোৱালী হলেও জোহ্‌ৰাই অনুভৱ কৰিব পাৰিলে যেন চিঠি পোৱাৰ পিছৰে পৰা আলোকৰ ভিতৰত কিবা এটা পৰিবৰ্তন আহিছে। আলোক অলপ বিমৰ্ষ হৈ পৰিছে। অকাৰণত জোহ্‌ৰাও অলপ বিমৰ্ষ হৈ পৰিল। আমাৰেই কিবা ত্ৰুটি হৈছেনেকি? আমি মুছলমান মানুহ। কিজানি আমাৰ ঘৰত থাই থাকি কিবা আমনি বা অসুবিধা পাইছে। হয়তো কবি মানুহবোৰ তেনেকুৱাই হয়—জোহ্‌ৰাই ভাবিবৰ প্ৰয়াস পালে। কিন্তু সেইবিষয়ে আলোকক কিবা সুধিবলৈ তাইৰ অলপ ভয় লাগিল। সুধিলে কিজানিবা আৰু বেয়া পায়।

তাই দেখে একান্তমনে আলোকে কিবাকিবি লিখে, হয়তো কবিতাকে লিখে।

মুখেৰে একে নেমাতি তাই তাক এপিয়লা চাহ দি যায়। অলপপৰ কাষতে বৈ থাকে।

চাহ দেখি আলোকে প্ৰায় নিৰ্বিকাৰ ভাবেই সোধে,—“অ’ চাহ আনিলা নেকি ?”

জোহ্‌ৰাই একো নেমাতে। সি কলমটো মেজৰ ওপৰত থৈ চাহৰ পিয়লাত সোহা মাৰে আৰু জোহ্‌ৰাৰ ফালে চাই কয়, “জোহ্‌ৰা, মোক বেয়া পাইছানেকি ?”

তপৰাই জোহ্‌ৰাই কৈ উঠে। “কিয় বেয়া পাম ? আপুনিহে আমাক বেয়া পাইছেনেকি জানো। আগৰ নিচিনাকৈ দেখোন নেথাকে।”

“মোৰ মনটো ভাল নাই, জোহ্‌ৰা। সেই কাৰণে বৰ হাঁহি-মাতি থাকিব পৰা নাই। তাৰ কাৰণে মোক বেয়া নেপাবা দেই।”

“কেলেইনো আপোনাৰ মন ভাল নাই ?”

“মন ভাল নথকাৰ কোনো কাৰণ নেথাকে। কেতিয়াবা মনটো এনেয়ে বেয়া লাগে। বাৰু সেইবোৰ যাবলৈ দিয়া। মোৰ কাগজখিনি শেষ হ’ল, তুমি আৰু অলপ কাগজ অনাই দিবা দেই। এইকেইদিন অলপ আজৰি পাইছো যেতিয়া যি পাৰো লিখো।”

“মই এতিয়াই অনাই দিম। জাহিদ ককাইটি কেনিবা গৈছে। আহক, আহিলেই তাঁক দোকানলৈ পঠিয়াই দিম।”

“ইমান খৰখেদা কৰিব নেলাগে। লাহে ধীৰে আনিলেও হ’ব।”

চাহৰ পিয়লাটো হাতত লৈ জোহ্‌ৰাই সুধিলে, “আপুনি বাৰু মোক বেয়া পাইছেনেকি ?”

“কিয় ?”

“মই গাঁৱলীয়া ছোৱালী। লিখা-পঢ়া, কথা-বতৰা বেছি নেজানো নহয়। সেইকাৰণে কিবা কথাত আপুনি বেয়া পাব বুলি মোৰ সদায় ভয় লাগে।”

জোহ্‌ৰালৈ আলোকৰ মৰম লাগিল। “ময়ো গাঁৱলীয়া মানুহহে জোহ্‌ৰা। অকল গাঁৱলীয়াই নহয়, দুখীয়াও। বহুত কষ্ট কৰি পঢ়িলো। সেইবোৰ কথা মনত পৰিলে আজিও গাৰ নোম শিয়ঁৰি উঠে।”

আলোকৰ মেজৰ কাষৰ বিছনাখনতে হাতত পিয়লাটো লৈয়ে জোহ্‌ৰা বহি পৰে আৰু একেথৰে আলোকৰ মুখলৈ চাই থাকে। এই সক মৰমিয়াল ছোৱালী-জনীক আলোকৰ বহু কথা হিয়া উজাৰি কৈ দিবৰ মন যায়। আলোকে লাহে

লাহে নিজৰ ল'ৰাকালৰ কথা, ছাত্ৰজীৱনৰ কথা, দাৰিদ্ৰৰ লগত অক্লান্ত সংগ্ৰামৰ কথা কৈ যায়, অকণো লুলুকুৱাকৈ, অকণো অতিৰঞ্জিত নকৰাকৈ। জোহ্‌ৰাই শিলামূৰ্তি এটাৰ দৰে স্তব্ধ হৈ বহি শুনি যায়। জোহ্‌ৰাৰ উজ্জ্বল চকু দুটা আলোকৰ প্ৰতি সমবেদনাত বাষ্পাকুল হৈ উঠে।

সি বহুত কথা কয়, সকলো কথা কয়, কিন্তু এযাৰ কথা ক'ব নোৱাৰে। এই কথা সি নিজেও স্পষ্টকৈ বুজিব নোৱাৰে। আৰু সেইকথা কাৰোবাক জনোৱাৰ সাৰ্থকতা যি দৰে আজি নাই তাক জনাবৰ অধিকাৰো আজি তাৰ নোহোৱা হৈ গৈছে।

নিশাৰ কোনো কথা সি জোহ্‌ৰাক নকয়। জোহ্‌ৰায়ো নোসোধে। তথাপি কেতিয়াবা জোহ্‌ৰাৰ যেন সন্দেহ হয় আলোকৰ জীৱনটো সঁচাকৈয়ে ইমান দুখৰ নে? সকলো যেন সাধুকথা, সকলো যেন কল্পনা, দুৰ্বাৰ্থ কোনোবা এটা গ্ৰহত ঘটা কাল্পনিক কাহিনী।

তাই এনেয়ে সুধি পেলায়, "আপুনি সঁচাকৈ কৈছেনে বাৰু?"

আলোকে জোহ্‌ৰাৰ সৰল মুখখনলৈ চায় আৰু কয়, "তোমাৰ আগত মিছা কথা কোৱাৰ জানো কিবা প্ৰয়োজন আছে? আজি মই বিপ্লৱৰ পথ লৈছো। কিন্তু সঁচাকৈয়ে মোৰ মনৰ ভিতৰৰ দুৰ্বলতা যোৱা নাই। কেতিয়াবা ভাবো মই এই পথৰ পথিক হোৱা উচিত হোৱা নাই। বিপ্লৱ কৰিবৰ কাৰণে অনুভূতি, আবেগ বা উদ্বেগেই শেষ কথা নহয়। সক্ৰিয় কৰ্মশক্তি হয়তো যিমান দৰকাৰ সিমান মোৰ নাই। সেই কাৰণে কেতিয়াবা মোৰ নিজকে আৰু কেতিয়াবা আনকো ফাঁকি দিয়া যেন লাগে। আৰু এই ফাঁকি দিয়া কামটো মোৰ কাৰণে একেবাৰে অসম্ভৱ।

হয়তো জোহ্‌ৰাই তাৰ কথাবোৰ একো বুজি নেপায়। কবি মানুহ, কিজানি কি ভাবে, কি কয়, কি কৰে। তাইৰ আলোকলৈ শ্ৰদ্ধা জন্মে। নাই, আলোকে মিছা কথা নকয়, আলোকে ফাঁকি নিদিয়ে। আলোকে তাইক যি কয় সকলো সঁচা, কোনো কথা আলোকে লুলুকুৱায়।

আলোকক লিখা মেজখনৰ কাষত এৰি তাই গুচি যায়। নাই, এই মানুহ-জনে জীৱনত বহুত দুখ পাইছে। আৰু কিবা সুধিলে হয়তো আৰু দুখ পাব। জোহ্‌ৰাই আৰু কোনো কথা আলোকক নুসুধিবলৈ মনে মনে ঠিক কৰিলে।

আলোক বহি থাকে। তাৰ জীৱনত জানো ভালপোৱাৰ ঠাই আছে? নিশাক সি লগ পালে হঠাতে। নিশাক সি ভাল পালে গভীৰভাৱে। কিন্তু

এই গভীৰ ভালপোৱাৰ কোনো বহিঃপ্ৰকাশ নাই। এই ভালপোৱাৰ কোনো ভাষা নাই।

আনকি নিশাকো সি কোনোদিন কোৱা নাই, কোনোদিন নক'লে যে তাৰ হৃদয় জুৰি নিশাই নিজৰ ঠাই কৰি লৈছে। মৰম অব্যক্ত, ভাষাহীন, গভীৰ অনুভূতি বোৰ সি গোপনে হিয়াৰ মাজতে সাঁচি থলে যেন ই তাৰ নিজৰ বস্তু।

॥ ন ॥

যৌৱনে ভালপোৱা বিচৰাটো হয়তো স্বাভাৱিক, ভালপোৱা ৰাতিৰ ফুল। সকলোৰে নেদেখাৰ মাজেদি, সকলোৰে অলক্ষিতে, অজ্ঞাতে সেই ফুল ফুলে। কোনেও নেজানে কেতিয়া তাৰ পাহি ধীৰে ধীৰে মুকলি হ'ল, কোনেও নেজানে কেতিয়া তাৰ বুকুৰ পৰাগৰেণুবোৰ সজাগ হৈ উঠিল। কোনেও কব নোৱাৰে কেতিয়া শুভ্ৰ পাপৰি বোৰত সেন্দুৰ বোল লাগি ৰাঙলী হৈছে। ভালপোৱাই সুযোগলৈ অপেক্ষা নকৰে। গম নেপায় কেতিয়া সি কাৰ হৃদয়ত এক দাহনৰ মৃদু উত্তাপ দি যায়। প্ৰকৃত প্ৰেম অন্তঃসলীলা। বাহিৰত হয়তো তাৰ ক্ষীণ পৰিচয় প্ৰকাশ পায়, কিন্তু তাৰ ভিতৰৰ গভীৰতাৰ কোনো নাম নাই।

ভালপোৱাৰ পিছত কি? আলোকে আগতে ভাবিবৰ প্ৰয়োজন অনুভৱ নকৰিছিল। ভালপোৱাই ভালপোৱাৰ শেষ কথা? প্ৰেমেই প্ৰেমৰ পৰিণতি—আৰু একো নাই? তাৰপিছত আৰু একো নাই—থকা অনুচিত??

কিন্তু মায়াৰ চিঠিখন পাই আলোকে অনুভৱ কৰিলে যেন তাৰ বুজা অসম্পূৰ্ণ হৈ আছিল। সেয়ে নহলে আজি শ্ৰীকণ্ঠৰ লগত নিশাৰ বিয়া হ'ব বুলি বাতৰিটো পায়েই সি ইমান অস্থিৰ অধীৰ, অসহিষ্ণু হৈ উঠিছে কিয়? সি জানো নিশাক জীৱনৰ মাজত নিজৰ কৰি বিচাৰিছিল? হয়তো বিচৰা নাছিল, বিচাৰিছিল নিশাৰ ভালপোৱা। কিন্তু আজি নিশা তাৰ জীৱনৰ মাজৰপৰা আঁতৰি যোৱাৰ লগে লগে নিশাৰ ভালপোৱাও আঁতৰি যাব বুলি ভয় হৈছে কিয়? সকলো আলোকৰ অবোধ্য যেন লাগিল। কিন্তু যিয়ে নহওক, তাৰ ভালপোৱাৰ কথা সি কাকো জনাব নোৱাৰে। আগেও জনোৱা নহ'ল, এতিয়াও সি নজনায়। হয়তো

এই অপ্ৰকাশে তাৰ প্ৰাণটো বেদনাময় কৰি তুলিব। তথাপি সি নিজক গোপন কৰি ৰাখিব লাগিব। আজিতো নিশাক ভালপোৱাৰ অধিকাৰো তাৰ ক্ৰমে হেৰাই যাব ধৰিছে।

আলোকে ঠিক কৰিলে, সি যি পথ লৈছে সেয়ে তাৰ পথ। আৰু ঘূৰি যাবৰ উপায় নাই। নিজৰ বেদনা তাৰ নিজা। তাকলৈ বাহিৰত চিঞৰ-বাখৰ কৰা নিবৰ্থক। সি জীৱনৰ নতুন প্ৰতিজ্ঞাক সাৱধি কৰি দেশ আৰু সাহিত্যৰ সেৱা কৰাৰ ব্ৰত গ্ৰহণ কৰিবৰ সংকল্প কৰিলে। বিপ্লৱৰ মাজেদি সি নিজৰ ক্ষুদ্ৰতা অতিক্ৰম কৰিব। নিশাৰ জীৱনৰ কোনো কামত নাহিল বুলি সি দেশ আৰু সাহিত্যৰ কামতো নাহিবনে? নহয়, নিজক ইমান সৰুকৈ ভৰা কাপুৰুষালি। সি কবিতা লিখাত মনোনিবেশ কৰিলে।'

* * * *

যুদ্ধ চলিছে অবিশ্ৰান্তভাবে। অসমৰ পূব সীমান্তত জাপানী সৈন্যই আহি ভিৰ কৰিছেহি। কোনদিনা নগা পাহাৰ পাৰ হৈ আহি অসমৰ সমতলত সোমায়হি, তাৰ দুশ্চিন্তা সকলোৰে মনত। মিত্ৰ শক্তিয়েও সকলো শক্তি নিয়োগ কৰিছে জাপানীৰ বিজয় অভিযান ব্যৰ্থ কৰিবৰ কাৰণে। মৰণপণ ৰণ চলিছে। অসমৰ যুগমীয় শান্তি লোপ পালে। লৰী, টেংক, যুদ্ধক বিমানৰ অবিৰম কোলাহলে অসমৰ কৌটিকলীয়া শান্তিৰ কথা পাহৰাই দিছে। এটা কৃত্ৰিম সাময়িক প্ৰাণচঞ্চলতাই যেন অসমখনক সজাগ আৰু জীৱন্ত কৰি তুলিছে। খেতিয়কৰ ল'ৰাই খেতি এৰি মিলিটাৰীত সোমাই প্ৰচুৰ ধন ঘটাৰ সপোন দেখিছে। স্কুলৰ পণ্ডিত, কেৰেণী-মহৰীয়ে অসামৰিক চাকৰি এৰি মিলিটাৰীত ঠিকা-ঠুকলিৰ মাজত সোমাই পৰিল। কলেজ-স্কুলবোৰ মিলিটাৰী বেৰেক, হস্পিতালত পৰিণত হ'ল। বগা আৰু ক'লা আমেৰিকান সৈন্যৰ ভয়ত স্কুল-কলেজৰ ল'ৰা-ছোৱালীবোৰে পঢ়া এৰি দি কেতিয়া যুদ্ধ শেষ হ'ব তালৈ প্ৰতীক্ষা কৰিব ধৰিলে। শিক্ষা, শান্তি সকলো ব্ৰেক আউটে ঢাকি পেলালে।

মায়াই এই অনিশ্চিত অৱস্থাটো নিৰৱে লক্ষ্য কৰিলে। মায়াৰ ইচ্ছা আছিল অলপদিনৰ ভিতৰতে যুদ্ধ শেষ হ'লে মায়া কটন কলেজলৈকে যাব আৰু তাতে পঢ়িব।

কিন্তু যুদ্ধ শেষ হোৱাৰ কোনো আগন্তুক নাই। ক্ৰমাত তাৰ বিস্তাৰহে বাঢ়িছে। আৰু বাট চাই থাকি লাভ নাই। মায়াই বেনাৰছলৈ যাবলৈ ঠিক

কৰিলে। বেনাৰছত হয়তো ইয়াতকৈ কিছু কম গণ্ডগোল। তাই তাত পঢ়িব পাৰিব।

ভবাৰ লগে লগে মায়াই সিদ্ধান্ত কৰি পেলালে। ঘৰতো এইকথা ক'লে। কোনেও বিশেষ আপত্তি নুতুলিলে। পঢ়িবলৈ নগৈনো কি কৰিব? অসময়তনো এনে অৱস্থাত কেনেকৈ পঢ়ে? সময়তো বৈ নেথাকে।

বহুদিন মায়াই আলোকৰ চিঠি পোৱা নাই। তায়ো লিখা নাই, হয়তো আলোক আগৰ ঠাইত নেথাকিবও পাৰে। অৱশ্যে আজিকালি বিপ্লৱী খেদি ফুৰা কম হৈছে। নানা কাৰণত বিপ্লৱীদলৰ কিছুমানৰ প্ৰথমৰ প্ৰেৰণা আৰু সংহতি কমি গৈছে। গতিকে হয়তো আলোক ধৰা নপৰাকৈয়ে সাৰি যাব। মায়াই আলোকলৈ এখন চিঠি লিখিলে। তাত তাইৰ সিদ্ধান্তৰ কথা জনালে আৰু আলোকে যাতে বেনাৰছলৈ চিঠি দিয়ে তাৰ কাৰণে অনুৰোধ কৰিলে। পিছত লিখিলে—

"যুদ্ধৰ গতি কি হয় একো ক'ব নোৱাৰি। ইয়াত বেছি গণ্ডগোল হৈ থাকিলে মই সোনকালে ঘৰলৈ নাহিম বুলিয়ে ভাবিছো। অলপতে ডাক্তৰৰ এখন চিঠি পাইছো। এই ছয়চল্লিশ চনৰ মাজ ভাগত হেনো ডাক্তৰে ছুটী পাব। তেতিয়াই ঘৰলৈ আহিব, অৱশ্যে যুদ্ধ যদি এতিয়াৰ দৰে চলি থাকে। তেওঁ আহিলেই বিয়া হোৱাৰ কথা। তেওঁৰ হেনো দুৰণিত থাকি আমনি লাগিছে। বিয়া কৰালে হয়তো এক ডেড় বছৰ দেশতে বৈ যাব পাৰিব।

আপুনি নিশালৈ চিঠি-পত্ৰ নিদিয়ে কিয়? তাই বেয়া পাইছে। তাই কয়, আপুনি হেনো তাইক একেবাৰে পাহৰি গ'ল। এইবাৰ কিন্তু মোলৈ নিদিলেও, নিশালৈ এখন চিঠি দিব। তাই বৰ আশা কৰে আপোনাৰ খবৰ পাবৰ কাৰণে। যাবৰ সময়তো আপুনি মাত লগাই নগ'ল। সেই কথাও তাই মোক কয়।

বিয়াৰ কথা জানি কিন্তু নিশাজনী বেছ প্ৰফুল্ল হৈ পৰিছে। তাই আগতকৈ ধুনীয়াও হৈছে দেখিবলৈ। ডাক্তৰৰ লগত সকৰে পৰা চিনা-জনা নহয়, সেই কাৰণে সিহঁতৰ ভবিষ্যত জীৱনটো সুখৰ আৰু আনন্দৰ হ'ব বুলি সহজে আশা কৰিব পাৰি। নহয় নে বাৰু?

মইনো কেলেই পঢ়িবলৈ যাবলৈ ওলাইছো কবই নোৱাৰো। অৱশ্যে পঢ়িও একো নহয় আৰু নপঢ়িও একো নহয় যেতিয়া, মই পঢ়িবকে খুজিছো। বেয়া হৈছে নেকি বাৰু? মোৰ বিশ্বাস আপুনি লিখাৰ অভ্যাস এৰি দিয়া নাই। জোহ্‌ৰালৈ সুকীয়াকৈ এডুখৰি চিঠি দিছো। নেদেখাকৈয়ে ছোৱালীজনীলৈ

মোৰ মৰম লাগিছে। আপুনি মোৰ হৈ ভ্ৰোহ্বাক মৰম জনাব দেই। বিশেষ নাই। ইতি—"

চিঠিখন লিখি মায়াই ভাবিলে আৰু কিবা লিখিব লগীয়া থাকিল নেকি? তাই বিশেষ একো ভাবি নেপালে। অন্তকথা মানে আলোকইতৰ বিপ্লৱৰ কথা সোধা নিৰাপদ নহয়। আৰু জানিয়েবা তাই কি কৰিব! সাহিত্য, বিপ্লৱ, ৰাজনীতি সেইবোৰৰ লগতো তাইৰ বিশেষ সংশ্ৰৱ নাই। কিন্তু সংশ্ৰৱ ৰাখিলে হানি কি? তাই এজনী লিখা-পঢ়া জনা ছোৱালী হৈও এইবোৰৰ প্ৰতি ইমান নিৰাসক্ত হোৱা উচিত জানো?

মায়াই সমুখৰ খিৰিকীখনেদি বাহিৰৰ ফালে চালে: ফুলবোৰ ফুলিছে। সৰু সৰু চাপৰ গছৰ নানা বৰণীয়া ফুলবোৰ ধুনীয়া হৈ ফুলিছে। কিন্তু এনে বেমেজালিকৈ ফুলবোৰ কলে কোনে? ডালিয়া, জিনিয়া, ক্ৰিছেনথিমাম আটাইবোৰ বাৰে মিহলি কৰি কি বিশৃংখল কৰি পেলালে। নানা ৰঙৰ ফুল— কি ধুনীয়াকৈ ৰঙৰ বেহা লগাই কৰ পৰা গ'লহেতেন! ছয়-সাত ৰঙৰ ফুলবোৰ, সন্নাই পৰাই শাৰী শাৰী কৈ বোৱা হ'লে বামধেনুৰ নিচিনা সাতবুলীয়া ধুনীয়া হ'লহেতেন! মাজতে এশাৰী ৰঙা, তাৰ পিছত ক্ৰমে ক্ৰীম, হালধীয়া, বগা, নীলা, বেঙুনীয়া এনে ধুনীয়া হ'লহেতেন! ফুল বোৱাটোৱেই শেষ কথা নহয়। সৌন্দৰ্য্যবোধ থকা দৰকাৰ, ৰুচিবোধ থকা দৰকাৰ। মায়াৰ ফুলবোৰৰ বেমেজালি দেখি অলপ বিৰক্তি লাগিল। মায়াই দূৰলৈ চাই পঠিয়ালে। মানুহৰ হাত নলগা প্ৰকৃতিৰ বুকুত এটা স্বাভাৱিক সামঞ্জস্য আছে, এটা সমন্বয় আছে, এটা মধুৰ ঐক্য আছে। জীৱনত হয়তো এই ঐক্যৰে অভাৱ, এই সমন্বয়ৰে অভাৱ। সেইকাৰণে জীৱনত আমাৰ ৰংবোৰ নিমিলে, অসংগতি বৈ যায়, অমিল বৈ যায়। মায়া আৰ্চীখনৰ কাষলৈ গ'ল: কিযে হৈছে মোৰ, চুলিবোৰ এনেকৈ ৰাখেনে? নাই, মই ভূতুনী হৈ গৈছো, মায়াই নিজকে ক'লে, আৰু চুলিখিনি ভালকৈ সজোৱাত লাগিল।

• • • •

১৯৪৪ চনৰ মাজ ভাগত চৰকাৰে 'ভাৰত ত্যাগ' আন্দোলনকাৰী সকলৰ ওপৰৰ পৰা নিষেধাজ্ঞা উঠাই ল'লে। বৃটিছে ভাৰতীয় জনতাৰ বিপ্লৱী গতিধাৰা আৰু শক্তিৰ প্ৰমাণ আগেয়েও পাইছিল। এইবাৰো পালে। জেইলত থকা প্ৰায়বোৰ ৰাজনৈতিক বন্দীকে মুক্তি দিয়া হ'ল। আণ্ডাৰ-গ্ৰাউণ্ডত থকা

বিপ্লবীবোৰে গা দেখা দিব পৰা হ'ল। মতিচ্ছন্ন চৰকাৰৰ যেন হঠাৎ সম্বিত ঘুৰি আহিল। ভাৰতীয় জনতাৰ আকাংক্ষা যেন জয়ৰ পথত আৰু এখোজ আগবাঢ়িল।

বাতৰিটো জাহিদেই আনি আলোক আৰু জোহ্ৰাক দিলেহি। জোহ্ৰাই ভিতৰত ভাত ৰান্ধিছিল, আলোকে মেজখনৰ কাষত বহি কিবা লিখিছিল। হয়তো নতুন দিনৰ কিবা কবিতা। বাহিৰত আন্ধাৰ ভৰা নিবৰ ৰাতি।

হঠাৎ হুৰমুৰকৈ জোহ ৰা সোমাই আহিল—"শুনিছে?"

"কি জোহ্ৰা?"

"নাই শুনা নেকি?"

"ওঁহো, কি?"

"আপোনালোকৰ বেন উঠাই লৈছে।"

"বেন উঠাই লৈছে? কোনে ক'লে? বেনতো নাছিল—মানে?"

"ক'ব নোৱাৰো বেন আছিল নে কি আছিল, পিছে, পুলিচে আৰু আপোনা-লোকক নধৰে, নিবিচাৰেও—"

"সঁচা হলেতো বৰ ভাল কথা। কাইলৈকে মই ঘৰলৈ যাবগৈ পাৰিম।"

হঠাৎ জোহ্ৰাৰ সকলো উদ্যম দমি গ'ল, তাইৰ মুখখন শেঁতা পৰি গ'ল।

"কাইলৈকে আপুনি গুচি যাবগৈ?"

সৰুকৈ, গুন-গুণ মাতেৰে জোহ্ৰাই ক'লে, তাইৰ যেন আলোকৰ ফালে চাবলৈকো ভয় লাগিছিল, "কালিলৈকে আপুনি··"

তাই নিমাতে কোঠাটোৰ পৰা লাহে লাহে ওলাই গ'ল। আলোকে বাতৰিটো পাই এটা আনন্দ অনুভব কৰিলে। অকাৰণত এইদৰে নিজক লুকুৱাই ৰখাতকৈ মুক্তভাৱে থাকিবলৈ পোৱাত কি যে আনন্দ আছে!

সি কবিতাৰ বহীটো বন্ধ কৰিলে আৰু জাহিদৰ ওচৰলৈ আহিল।

"বাতৰিটো পাইছে নহয়?"

"ওঁ। কিন্তু সঁচা জানো?"

"সঁচাই—হ'ব লাগে। বাতৰি কাকতত ওলাইছে হেনো। কালিলৈ আমাৰ কাগজখন আহিলে ভালকৈ বুজিব পাৰিব।"

"এৰা, হলেতো বৰ ভাল হয়। আমি এতিয়া এনেয়েহে আছো। তেতিয়াহলে দেশৰ কাম কৰিব নোৱাৰিলেও ঘৰৰ কামতো কৰিব পাৰিম।"

ভাত খাবৰ সময়ত আলোকে দেখিলে হঠাৎ যেন জোহ্‌ৰাজনী গম্ভীৰ হৈ পৰিছে। তাইৰ চকুহুটা যেন সজল হৈ উঠিছে। অকস্মাৎ কি হ'ল ছোৱালী-জনীৰ? তাই বাৰু কিবা বেয়া পালে নেকি? বেচেৰী মৰম লগা ছোৱালীজনী!

ভাত খাই উঠি আলোক আহি ঘৰৰ আগফালৰ সৰু বাৰান্দাডোখৰতে বহিলহি। অতদিনে পৃথিৱীখনত মুকলি বতাহ ভৰি থকা সত্বেও যেন সি মুকলি বতাহ পোৱা নাছিল। তাৰ নিজকে মুক্ত যেন লাগিল। এখন বিশাল বহল পৃথিৱী। সকলোৰে কাৰণে এই পৃথিৱীখনক নিজৰ হাতৰ মুঠিত বন্দী কৰি ৰাখিছে। বঞ্চিতবোৰে তাৰ ন্যায্য অংশ যেতিয়া বিচাৰে সিহঁত হয় অপৰাধী! কিন্তু এই অপৰাধীবোৰ যিদিনা সম্মিলিত হ'ব, সংঘবদ্ধ হ'ব, ঐক্যবদ্ধ হ'ব, সিহঁতৰ পৃথিৱীখন সেই মুষ্টিমেয় কেইটামানে কাঢ়ি নিব পাৰিব জানো?

আলোকৰ অলপ বেয়া লাগিল। বিদ্ৰোহ কৰাত এটা আনন্দ আছে আত্ম-উপলব্ধিৰ এটা স্পষ্ট আত্মপ্ৰসাদ আছে। তুমি কাকো ভয় নকৰা, অথচ তোমাক সকলোৱে ভয় কৰে, আনকি শক্তিশালী, সুপ্ৰতিষ্ঠিত এটা চৰকাৰো তোমাৰ প্ৰতিটো পদক্ষেপত ভয়ত শংকিত হৈ উঠে। তুমি বিপ্লৱী, তুমি যুগান্তৰৰ বাৰ্ত্তাবাহক, তুমি নতুন ক্ৰান্তিৰ জন্মদাতা!

কিন্তু আজি চৰকাৰে নিষেধাজ্ঞা উঠাই লোৱাৰ পিছত যেন আলোকৰ ক্ষণিক আগৰ সেই গৰ্বিত পৰিচয়টো নোহোৱা হৈ পৰিল। ফলাফল এতিয়াও নিৰ্ণয় হোৱা নাই। বিপ্লৱৰ পৰবৰ্ত্তী নেতাসকলে তৰ্ক আলোচনাৰ যোগেদি, চাহমেল আৰু ইণ্টাৰভিউৰ যোগেদি ভাৰতৰ ভাগ্য পৰিৱৰ্ত্তনৰ সপোন দেখিছে। সেইপথে দিয়ে জানো ভাৰত স্বাধীন হ'ব? সেইপথে দিয়ে জানো ভাৰতৰ অগণিত জনতাই নতুন জীৱনৰ উদয়ালোক দেখা পাব? তেন্তে সিহঁতে বিপ্লৱ কৰিলে কিয়? দেশৰ ডেকা-গাভৰুহঁতে প্ৰাণ দিলে কিয়?

ভিতৰৰ পৰা জোহৰা আহি তাৰ পাছতে হঠাৎ থিয় দিলেহি।

"অ' তুমি শোৱা নাই জোহ্‌ৰা? মই তুমি শুলা বুলিহে ভাবিছিলো।"

"নাই শোৱা।" চুটিকৈ জোহ্‌ৰাই ক'লে।

তাইৰ মনটো বেজাৰত সেমেকা। জোহ্‌ৰাৰ কাষে ঘূৰি চাই আলোকে সুধিলে—

"তোমাৰ আজি গাটো ভাল নহয় নেকি ?"

"গা ভালেই, মনটো বেয়া লাগিছে।"

"মনটো বেয়া লাগিছে ? কিয় ?"

"আপুনি আমাৰ ঘৰৰ পৰা গুচি যাবগৈ নহয়, সেই কাৰণে। আপুনি আমাৰ ইয়াতে সদায় থাকিব নোৱাৰে, নহয় ?"

"সদায়নো কেনেকৈ থাকিম জোহৰা ?"

মই নথকাত আজি ডেড় দুবছৰ আমাৰ ঘৰখন যে কেনেকৈ চলিছে মই কল্পনাও কৰিব নোৱাৰো। এনেয়ে যুদ্ধৰ দিন, তাতে ঘৰত আৰ্জন কৰোতা কোনো নাই। সকলোৰে কিযে কষ্ট হৈছে চাগৈ !"

জোহ্ৰাই একো নেমাতিলে। অলপ পৰ মনে মনে থকাৰ পিছত আলোকে ক'লে—"তোমালোকে বেয়া নেপাবা দেই। মই হঠাৎ আহি তোমালোকক বহুত আমনি দিলোহি। তোমালোকে মোক যিমান মৰম কৰিলা, মোৰ সদায় মনত থাকিব তোমালোকৰ কথা।"

লাহে লাহে জোহ্ৰাই ক'লে, "মই মৰম কৰিব নেজানো। সেইকাৰণে আপুনি কিবা বেয়া পাইছে বুলি মোৰ বৰ বেয়া লাগে।"

জোহ্ৰাজনীলৈ আলোকৰ মৰম লাগিল। মানুহেনো মানুহক আৰু কেনেকৈ মৰম কৰিব পাৰে। নিঃস্বাৰ্থভাৱে, আলোকক লুকাই ৰখাত বিপদৰ সম্ভাৱনা আছে বুলি জানিও আজি ইমান দিন সিহঁতে তাক কি যত্নেৰে আদৰ-সাদৰ কৰি ৰাখিলে, খুৱালে-বুৱালে। অথচ সি সিহঁতৰ একো নহয়। একেবাৰে এজন আলহি, দুদিন পিছতে সকলো এৰি গুচি যাব লাগিব।

আলোকে ক'লে, "মই কেলেই বেয়া পাম জোহ্ৰা ? তোমালোকে মোক বহুত মৰম কৰিছা। আমাৰ দেশ যদি স্বাধীন হয় তেতিয়াহে বুজিব পাৰিম এই মৰমৰ মূল্য কিমান।"

"সেইবোৰ মই একো নেজানো। মই লেখা-পঢ়াও নেজানো। আমাৰ ঘৰত কোনো নাই। অকলে থাকি মোৰ বৰ বেয়া লাগিছিল। আপুনি আহিলত ভাল লাগিছিল। আপুনি গুচি গ'লে মোৰ আকৌ বেয়া লাগিব।"

আলোকে কবলৈ একো কথা বিচাৰি নেপালে। তাৰো ভাল লাগিছিল এই সৰল জোহ্ৰাজনীৰ কাষত থাকি। কিন্তু জীৱনে আমাক সদায় বিশ্বাসঘাটকতা কৰা নাই জানো ? যাক ভাল লাগে, যাৰ কাষত জীৱনৰ উপলব্ধিৰ সম্ভাৱ আছে, জীৱনে সদায় আমাক তাৰ পৰা আঁতৰাই ৰাখে। নোপোৱাটোৱেই যেন জীৱনৰ ডাঙৰ সত্য কথা।

বহুতপৰ আলোক আৰু জোহ্‌ৰা একেবাৰে মনে মনে থাকিল। বাহিৰৰ জগতখনো নিথৰ, গছপাতবোৰৰ বুকুত এটা শান্ত কঁপনি। গাঁৱৰ টোপনি যোৱা মানুহবোৰৰ শ্ৰান্ত নিশ্বাস বতাহজাকত ওপঙি ফুৰিছে। আকাশৰ তৰাবোৰৰ বুকুত ক্ষীণ পোহৰ। গোটেই জগত জুৰি এটা উষ্ণ অস্থিৰতা। জগতখন কি অবোধ্য! কি ৰহস্য ঘন! কি নিবিড়ভাবে বুজিব নোৱাৰা! মানুহ মানুহৰ মাজত কত ৰকমৰ যে ব্যৱধান! ধৰ্মৰ ব্যৱধানটো হয়তো এটা সামান্য, সৰু কথা। কিন্তু মনৰ মাজৰ এই যে নাম নোহোৱা ব্যৱধানবোৰ। জীৱনৰ অগ্ৰগতিত সিহঁতে অকণো সহায় নকৰে, অথচ সিহঁতেই চউদিশৰ পৰা জীৱনটোক ঘেৰি আছে।

"জোহ্‌ৰা—"

"কি কৈছে?"

"ৰাতি বহুত হ'ব পায়। তুমি শুই থাকগৈ যোৱা।"

তাৰ কথাৰ উত্তৰ নিদি হঠাৎ জোহ্‌ৰাই এটা অপ্ৰত্যাশিত প্ৰশ্ন কৰি উঠিল—

"আপুনি সেই যে নিশা—নিশাক খুউব ভাল পায় নহয়?"

তাইৰ প্ৰশ্নটো যেন আলোকে বুজিব নোৱাৰিলে।

"নিশা—ওঁ, কি কৈছা?"

"এনেয়ে ক'লো, বেয়া নেপাব। মই ভাবিছিলো যে আপুনি নিশাক খুউব ভাল পায়।"

"কিয়?"

"এজনী ছোৱালীক ভাল পালে আৰু মানুহে অন্য এজনী ছোৱালীক ভাল পাব নোৱাৰে।"

নিজক কোৱাদি জোহ্‌ৰাই ক'লে।

"তুমি শুই থাকাগৈ যোৱা জোহ্‌ৰা। সেইবোৰ কথা ভাবি থকাৰ লাভ নাই।"

"আপুনিও এতিয়া শুব জানো?"

"শুম, ময়ো শুম। শুতেই কি কৰিম?"

"কবিতা লিখিবনে কি?

"কবিতা? সদায়েতো কবিতা লিখিব নোৱাৰি।"

"কেতিয়া পাৰিনো?"

"যেতিয়া পাৰি, তেতিয়াই পাৰি, অন্য সময়ত নহয়।"

"আৰু যেতিয়া নোৱাৰি, তেতিয়া নোৱাৰি, নহয় ?"

আলোকৰ মনটো উদাস লাগিলেও আজি অলপ প্ৰফুল্ল লাগিছিল। সাময়িক ভাবে হলেও অলপ মুক্ত হ'ব পাৰিব বুলি জোহ্‌ৰাৰ কথাবাৰত তাৰ আনন্দ লাগি হাঁহি উঠিব খুজিলে। কিন্তু নেহাঁহি সি জোহ্‌ৰাক অন্য কথা কবৰ চেষ্টা কৰিলে।

"জানিছা জোহ্‌ৰা, আমি যি কৰিছো, সি কিজানি প্ৰস্তাৱনাহে। আৰু বহুত সংগ্ৰাম কৰিব লাগিব।

"আৰুনো কি কৰিব লাগিব ?"

"কব নোৱাৰো, কি কৰিব লাগিব। হয়তো যুঁজিব লাগিব, ত্যাগ কৰিব লাগিব।"

"আপুনিনো কি ত্যাগ কৰিব ?"

"দৰকাৰ হলে সকলো।"

জোহ্‌ৰা অলপ পৰ মনে মনে থাকিল। তাৰ পিছত শান্তভাবেই ক'লে—"সেই কাৰণেই মোক ত্যাগ কৰিছে নেকি ?"

"তোমাক ? তোমাকনো ক'ত ত্যাগ কৰিছো ?"

"নহলেনো কেলেই আমাৰ ঘৰৰ পৰা গুচি যায় ?"

"অ' এৰিথৈ যোৱাক ত্যাগ নকয় জোহ্‌ৰা। মই যেতিয়াই সময় আৰু সুবিধা কৰিব পাৰো তোমালোকৰ ইয়ালৈ নিশ্চয় আহিম।"

"সঁচাকৈয়ে আহিবনে বাৰু ? কেতিয়া আহিব ?"

"কেতিয়া আহিব পাৰো কব নোৱাৰো। যেতিয়াই পাৰো আহিম।"

"মই হ'লে বাট চাই থাকিম।"

"বাট চাই থাকিবা ? বাট চাব লাগিছে কিয় ?"

দুয়ো মনে মনে থাকিল। জোহ্‌ৰাই আলোকৰ কাৰণে বাট চাই থাকিব। কি সাৰ্থকতাৰ আশাত ? আলোকে বহল উদাৰ হৃদয়ৰ সৰল জোহ্‌ৰাজনীক যেন অকণমান বুকুৰ মাজত লৈ মৰম কৰিব খুজিলে। জোহ্‌ৰাই তাৰ পৰা একো আশা নকৰে, তথাপি তাৰ প্ৰতি কী গভীৰ মৰম। তাই হয়তো জীৱনত নিষ্ঠুৰতা পোৱা নাই। গাঁৱলীয়া জীৱনৰ স্বাভাৱিক শান্তি আৰু সৰলতাৰ মাজেদি জীৱনৰ মধুৰতাকে মাথোন সঞ্চয় কৰিছে।

তাৰ কাষত থিয় হৈ থকা জোহৰাৰ সক লাহি হাতখন সি আথে বেথে হাতৰ মাজত লৈ লাহে লাহে ক'লে—"এতিয়া শুই থাকাগৈ জোহৰা, ৰাতি বহুত হ'ল, নহ'লে ৰাতিপুৱা মই যাবৰ কাৰণে জগাই দিবলৈ সাৰ কে নেপাবা।"

। দুই ।

প্ৰায় দুবছৰৰ মূৰত কোনো খবৰ-বাতৰি নিদিয়াকৈ আলোক আহি ঘৰ ওলালহি। সি ঘৰ পাওঁতে ৰাতি প্ৰায় ন বাজিছিল। গাঁওখন নিমাত, নিজান। মানুহ প্ৰায়বোৰ শুলে। শুক্লা ষষ্ঠীৰ জোনটোও তেতিয়া মাৰ যাওঁ যাওঁ।

অকলশৰে শুদাহাতে নিজৰ ভগা ঘৰটোলৈ অতদিনৰ মূৰত ঘূৰি আহি আলোকৰ অলপ বিমৰ্ষ লাগিল। গাঁওখনৰ মানুহবোৰ যেন মৰি গৈছে। কেনিও সাৰ-সুৰ নাই। সকলো তাৰ চিনাকি, অথচ তথাপি যেন ক'ৰবাত এটা চিনিব নোৱাৰা পৰিবৰ্তন হৈ যাব ধৰিছে। পৰিবৰ্তনটো তাৰ নিজৰনে বাহিৰ জগতখনৰ সি বুজিব নোৱাৰিলে।

সিহঁতৰ চোতালখনত ভালেমান বন গজিছে। সকলোতে অৱহেলা আৰু অপৰিচ্ছন্নতাৰ চিন। সিহঁতৰ ঘৰৰ আগফালৰ মজিয়াতে এটা টিনৰ সৰু চাকি জ্বলি আছে।

সি পিৰালিত উঠিল আৰু সকৈ মাতিলে, "আইজনী, অ' আইজনী—"

তাৰ মাতটো একেবাৰে ক্ষীণ, ভিভিতে যেন তাৰ মাতটো নোহোৱা হৈ গৈছে। আকৌ সি মাতিলে—"অ' আইজনী শুলি নেকি ?"

শোৱা-পাটীৰ পৰা ঢহমহাই আইজনী উঠি আহিল, "কোন ? ককাইদেউ নেকি ?"

লগে লগে আইজনীয়ে দুৱাৰখন মেলি দিলে। তাইৰ চকুত বিস্ময়, বেদনা আৰু আনন্দৰ এটা উজ্জ্বল জ্যোতি।

আইজনীয়ে হৰমূৰ লগাই দিলে, সকলো উঠি আহিল। ৰমাও কেকাই কেকাই উঠি আগফাল পালেহি।

"তই আহিলি ! খবৰ-বাতি একোকে নিদিলি কিয় ?"

আলোকৰ ক্লান্তি বোধ হৈছিল। সি মূঢ়াটোতে বহিল। আলোকে ক'লে, "সকলোৰে ভাল নহয় ?"

"ও, ভালেই আৰু। তইনো ক'ত আছিলি অতদিন ?"—ৰমাই সুধিলে।

"মই পলাই আছিলো। পুলিচে ইয়াত বিচাৰিছিল নেকি ?"

"ঐ, কিমান যে বিচাৰিলে। প্ৰথম তোৰবজতো মাহেকত চাৰিবাৰ

মানকৈ আছে। ভিতৰ-বাহিৰ চাই নেপাই ঘূৰি যায়। তাৰপিছত অহা অলপ পাতলিল। তেওঁ বুলি বিচাৰিয়ে আছিল আজি কেইদিনমান আগলৈকে। তোক যে ধৰিব নোৱাৰিলে, ঈশ্বৰহে কিবা আশীৰ্ব্বাদ।"

"কিবা জুলুম কৰিছিলনেকি?"

"হওতে অত্তক কৰাদি মাৰ-ধৰ কৰা নাই। পিছে ভাবি-ধমকি সদায় দি যায়। উলিয়াই নিদিলে আমাকে ধৰি নিম বুলি ভয় খুৱায়। আমাৰ ইয়াত পাইকাৰী জৰিমনা লগাইছিল নহয়, আমিও ভৰিলো।"

আইজনী ভিতৰলৈ গ'ল। আলোকৰ নিশ্চয় ভোক লাগিছে। চাউল এসাজৰমান আছিল। আজাৰ কাৰণে একো নাই বুলিলেই হয়। গাঁৱৰে ভদ্ৰকান্তই এৰোড্ৰ'মত মহৰী কাম কৰে, মাজে সময়ে খবৰ-বাতৰি কৰি সিয়ে মিলিটাৰী ৰেশ্বনৰ আলু-পিয়াজ অলপ দি যায়। আইজনীয়ে বিচাৰি চাই ডলা এখনত অলপমান শুকান আলুগুটি পালে। তাকে ভাজি আইজনীয়ে আলোকৰ কাৰণে ভাত উলিয়ালে। আৰু একো নাই। ডলা, ঘৰখনত সকলো শূন্য। এনেকৈয়েতো সিহঁতৰ দিনবোৰ কাটিছে। আলোক শিক্ষিত। সি জানো ভুল পথ লৈছে? অস্পষ্টভাবে আইজনীয়ে প্ৰত্যয় যাবৰ চেষ্টা কৰিলে যে আলোকহঁতৰ সংগ্ৰাম এদিন জয়ী হ'ব। হয়তো বৃটিছ গুচি যাব এই দেশৰ পৰা, দেশ স্বাধীন হ'ব। পুৰণি চালপীড়াৰ ওপৰত কৰি দিয়া সৰু বিচনাখনত শুই আলোকে বুজি চাবৰ চেষ্টা কৰিলে সঁচায়ে এইদৰে ককায়েক ভনীয়েকহঁতক দুখ-দাৰিদ্ৰ, ভোক-পিয়াহৰ মাজত এৰি থৈ এটা আদৰ্শবাদী বিপ্লৱত জপিয়াই পৰাটো জানো উচিত হৈছে? তাৰপৰা জানো তাৰ নিজৰ ভাগ্য পৰিৱৰ্তন হ'ব?

মই ভুল কৰিছোনেকি? চাকৰিটো যোৱাৰ কাৰণে বৰ দুখ নাই। বিদেশী চৰকাৰৰ অধীনত চাকৰি কৰাটো অপমানৰ কথা। কিন্তু সিতো এতিয়া আকৌ কিবা এটা কৰিব লাগিব। ঘৰখনৰ দাৰিদ্ৰ দূৰ কৰিবৰ কাৰণে জীৱিকাৰ এটা সন্মানজনক সংস্থান কৰি লব লাগিব। তাৰ নিচিনা নিঃসম্বল অকলশৰীয়া মানুহে বিপ্লৱৰ বিলাসীতা কৰা হাস্যকৰ। তাৰপৰা কাৰো লাভ নহয়। সিহঁতৰ সক্ৰিয় বিদ্ৰোহ সত্বেওতো বৃটিছে যুদ্ধ চলাই গ'ল। ভাৰতীয় জনতাৰ বিক্ষোভলৈ ক্ৰক্ষেপ নকৰি অসমৰ বুকুত যুদ্ধৰ ঘাটি কৰিলে। কাৰ লাভ হ'ল? কাৰ হানি হ'ল?

কিন্তু ব্যক্তিগত লাভ-লোকচানৰ অংক কৰিতো বিপ্লৱ কৰা নেযায়। তথাপি হয়তো ব্যক্তিগতভাবে আলোকৰ আৰু তাৰ সৰু দৰিদ্ৰ পৰিয়ালটোৰেই

হানি হ'ল যেছি। এই যুদ্ধৰ দাৰুণ মহাৰ্ঘতাৰ দিনত কি কষ্টৰ মাজেদিয়েই আইজনীহঁতৰ দিনবোৰ কাটিছে! নাই, সক্ৰিয় বিপ্লৱৰ ক্ষেত্ৰ তাৰ কাৰণে নহয়। সি সাধাৰণ মানুহ, সি দৰিদ্ৰ। তাতকৈ সি বৰং কবিতা লিখিব।

কবিতা? সি আজি কবিতা লিখিব জানো? কি কবিতা লিখিব? ৰাতিৰ কবিতা? নহয়, ৰাতিৰ কবিতাৰ ঠাইত ৰাতিপুৱাৰ কবিতা সি লিখিব। সি ফেহুজালিৰ কবিতা লিখিব।

কিন্তু নিশাৰ কবিতাবোৰ জানো মিছা? অসাৰ্থক? হয়তো অসাৰ্থক নহয়, সেইবোৰ—তাৰ জীৱনৰ জীৱন্ত আৰু অকৃত্ৰিম অনুভূতি। কিন্তু সত্য হোৱাটোৱেই জানো কবিতাৰ একমাত্ৰ সাৰ্থকতা?

তাৰ ক্লান্ত মনটোক অৱশ কৰি কিছুমান মমতাই তাক আৱৰি ধৰিলে। তেতিয়া বাহিৰৰ গাঁৱলীয়া পৃথিৱীখনৰ ওপৰত টোপনিৰ গভীৰ আচ্ছাদন বিয়পি পৰিছে।

* * * *

কেইদিনমান পাৰ হৈ গ'ল। আলোকৰ মনৰ বিমৰ্ষতা লাহে লাহে কমি আহিল। জীৱনৰ দুখ-বেদনাবোৰ আহিনৰ মেঘ। কেতিয়াবা আকাশ ঢাকি ধৰে, কেতিয়াবা বগা পোহৰেৰে আকাশৰ বুকু মুকলি কৰি উজ্জ্বল কৰি তোলে। আলোকে কিন্তু মনৰ প্ৰসন্নতা সহজে ঘূৰাই পোৱা দুষ্কৰ বুলিয়েই অনুভৱ কৰিলে।

মই ভুল কৰা নাই। ত্যাগ যদি কৰিবই লাগে আমিয়েই, সাধাৰণ মানুহেই কৰিব লাগিব। যুগে যুগে আমিয়ে ত্যাগ কৰি আহিছো, আমিয়ে শতিকা শতিকাৰ মাজেদি মৰণক গছকি গছকি আগবাঢ়ি আহিছো। ব্যক্তিগতভাৱে মোৰ জীৱনটো অতি ক্ষুদ্ৰ, তাৰ কোনো মূল্য নাই, কোনো যথাৰ্থতা নাই। কিন্তু ৰাষ্ট্ৰৰ বুকুত, সমূহৰ বুকুত সি এটা শক্তিশালী অগ্নিস্ফুলিংগ, সি অনিৰ্বাণ, জ্বলন্ত শক্তিবীৰ্য্য। আক্ষেপ কৰা স্বাৰ্থপৰতা আৰু কাপুৰুষালিৰ পৰিচায়ক। লাভ-লোকচানৰ হিচাব কৰি জগতৰ আৱৰ্তন নচলে। কাৰোবাৰ পাগলামী, কাৰোবাৰ উদ্দাম ভাবোচ্ছ্বাস, কাৰোবাৰ উশৃংখলতা—হয়তো তাৰ মাজেদিয়ে পুৰণি পৃথিৱীখনে নিজৰ ৰূপ সলাই আহিছে। মানুহে জানো সদায় যুক্তিৰ তুলাচনিৰে নিজক জুখি আগবাঢ়ি আহিছে!

ভুল হোৱা নাই, আমাৰ ভুল হোৱা নাই। ভুল হৈছে সাম্ৰাজ্যবাদৰ, ভুল হৈছে বৃটিছৰ। কিন্তু বৃটিছে নিজৰ ভুল বুজি পাব। জীৱন্ত ভাৰতীয়ৰ মুখনি বাহীত বৃটিছৰ বুটৰ গচকৰ চিন সাবাটে, থাকিব যোৱাবে। হয়তো বৃটিছ

থাকিব, কিন্তু তাঁৰা ভাৰতীয় জনতাৰ ওপৰত শাসক হিচাবে নহয়, ভাৰতীয় জনতাৰ মৰিশালিৰ ওপৰত নিশাচৰ, শিয়াল-কুকুৰ হিচাবে। আমিয়ে জয়ী হ'ম, আমাৰ বিপ্লৱ জয়ী হ'ব।

ভাবি ভাবি আলোকে আনন্দ পালে। নিজৰ পুৰণি শক্তি পুনৰ ঘূৰাই পোৱা যেন অনুভৱ কৰিলে। এবা, সি ফেহুজালিৰ নতুন কবিতা লিখিব। নতুন ফেহুজালিৰ কবিতা লিখিব। সি তাৰ মৰম-কোমল কাপৰ সহায়ত কামিহাড়ৰ নাচোনৰ নতুন কবিতা লিখিব। লিখিব মৰিম্লুতিত অহা ঢলৰ কবিতা, মৰিশালিৰ জীৱন-নৃত্যৰ কবিতা, অমানিশা শেষ হৈ নতুন প্ৰভাত হোৱাৰ কবিতা।

আলোকৰ ভাল লাগিল।

মিলিটাৰী এবোড্ৰ'মত কাম কৰি ঘূৰি অহা গাঁৱলীয়া ডেকাইতৰ মুখত সি নতুন দীপ্তি দেখিলে, সিহঁতৰ গোজত সি জীৱনৰ ছন্দ দেখিলে। জীৱন আছে। মিলিটাৰী সৈন্য শিবিৰৰ ধ্বংসৰ মাজতো কেঁচা জীৱনৰ কঁপনি আছে। সেই কঁপনিক ধ্বংসৰ কামত নলগাই সৃষ্টিৰ কামত লগাব লাগিব। সেয়ে আজি তাৰ কাম, তাৰ কবিতাৰ কাম।

আইজনীয়ে তাৰ প্ৰফুল্ল চকু দুটা দেখি আনন্দ পালে। মানুহতকৈ দামীনো কি আছে?

আলোকে তাৰ, আজি কেইবাবছৰৰ আগতে লিখা কবিতাবোৰ এনেয়ে পঢ়ি চাইছিল। তাৰ মাজত তাৰ পুৰণি মানুহটো সোমাই আছে—অকৃত্ৰিম, জীৱন্তভাবে।

আইজনীয়ে খামৰ চিঠিখন তালৈ আগবঢ়াই দিলেহি।

"মোৰ চিঠি নেকি, আইজনী!"

"হুঁ—"

অলপপৰ তাই ওচৰতে থিয় দি থাকিল। তাৰপিছত কিবা ভাবি গুচি গ'ল।

মায়াই লিখিছে—

"আপুনি ঘৰ ওলাইছে বুলি জানিব পাৰি এই চিঠি লিখিছো। এতিয়া আপোনাৰ বেছি ভয় নাই। আমাৰ ইয়াবো প্ৰায় সকলোৱেই ঘৰলৈ ঘূৰি আহিছে। আপোনাৰ চিঠি ভালেমান দিন পোৱা নাই। জোৰহাট আপুনি যোৱাৰ কথা জনাইছে। কিছুদিন ঘৰত থকাৰ পিছত যদি মন যায় আৰু সুবিধা কৰিব পাৰে এইফালে এবাৰ আহিব। আপোনাক এবাৰ চাবৰ মন গৈছে।

নিশাইতকৈ ভাল। নিশালৈ আপুনি চিঠি দিলে নিশাই আনন্দ পাব। কিন্তু আপুনি নিদিলে আপোনালৈ দিয়াৰ আশা নাই।

বিশেষ একো নাই আৰু......"

কুহুমবুলীয়া কাগজত কলপতীয়া চিয়াঁহীৰে গোট গোট আখৰেৰে লিখা চিঠিখন। খামটোও কুহুম ৰঙৰ। লিখাত যত্নৰ চিন স্পষ্ট। চিঠিখন লেখা কাগজখনৰ বাওঁ কাষটো খালী। চিঠিখন এটা কবিতা যেন লাগে।

আলোকে চিঠিখন পাই ভাল পালে। যেনেকুৱা মায়াই পাহৰি যোৱা নাই। সেই পৰিপাটি, বিলাসী ছোৱালীজনী! এতিয়াও চাগে কিবা এটা বিশেষ ধৰণেৰে চুলিবোৰ সজাইছে।

আলোকে মায়াৰ চিঠিখন থৈ দিলে। মানুহৰ জীৱনৰ বাটত ফুলৰ লগতো চিনাকি হয়, কাইটৰ লগতো; মেঘৰ লগতো, ৰ'দৰ লগতো। সেইবোৰ বিভিন্ন ৰোল, বিভিন্ন সোৱাদ জীৱনৰ। জীৱন বিচিত্ৰ হয়, ৰঙাল হয়, ছন্দময় হয়।

ৰমাৰ অসুখ এটা পুৰণি সাধুকথা। হয়তো তাৰ শেষ আৰু নাই। আলোকে ৰমাক আৰোগ্য কৰাৰ কথা নেভাবে, কিন্তু ৰমাৰ চলাৰ ব্যৱহাৰ কথা চিন্তা কৰে সি—কিবা এটা কৰিব লাগিব। জনসাধাৰণৰ দাৰিদ্ৰ্যৰ কাৰণে বিদেশী শোষণেই প্ৰধানকৈ দায়ী। এদিন বিদেশী শোষণৰ দিন শেষ হ'ব, দেশ মুক্ত হ'ব। জনতাৰ ভাগ্য পৰিবৰ্তন হ'ব। কিন্তু আজি—আজি সেই সমাগত পৰিবৰ্তনৰ আগমুহূৰ্তত আলোকে নিজৰ সকলো শক্তি দি আত্মলোপ হোৱাৰ পৰা ৰক্ষা পৰিবৰ সংগ্ৰাম কৰিব লাগিব। দাৰিদ্ৰ্যই তাক বিপ্লৱী কৰিয়ে এৰা নাই, আদৰ্শবাদীও কৰিছে। সি দৃঢ় হ'ব পাৰিছে।

মুখ ফুটাই সি কাকো একো নক'লে, তাৰ সন্মুখত কবিতাময়, সৌন্দৰ্য্যময় এখন নানা ৰঙীয়া পৃথিৱী—বিশাল, বিস্তৃত, বৰ্ণগন্ধময়। তাৰ দেহাৰ আণু-বোৰত সি জাগ্ৰত যৌৱনৰ দুৰন্ত চৈতন্য অনুভৱ কৰে। চাৰিওফালে উন্মুক্ত জীৱনৰ উদাত্ত আহ্বান। পৃথিৱীয়ে মাতে, আকাশে মাতে, মানুহৰ প্ৰণায় কণ্ঠই মাতে। এই আহ্বান চিৰন্তন; শত দুখ, শত বিভীষিকা, শত দাৰিদ্ৰ্যৰ নিষ্ঠুৰ কোলাহলক ঠেলপেলাই জীৱনৰ এই আহ্বান, যৌৱনৰ এই নিমন্ত্ৰণ দিগন্তৰ ৰন্ধ্ৰে ৰন্ধ্ৰে বাজি উঠে। এই গান ওপচা সৌন্দৰ্য্য, এই ছন্দচঞ্চল কবিতা, এই অকথিত যৌৱন-জোৱাৰৰ প্ৰাণ-স্পন্দন হোহোৱনি—তাৰ মৃদু কৰাঘাত আহি লাগেহি আলোকৰ বুকুৰ দুৱাৰত।

পৃথিৱী ধুনীয়া, মানুহ ধুনীয়া, জীৱন ধুনীয়া।

॥ এষাৰ ॥

যৌৱনৰ জয় উৎসৱৰ মাজতে যদি এদিনৰ কাৰণে, অলপ সময়ৰ কাৰণে পৃথিৱীৰ ঘৃণা নিষ্ঠুৰতাক পাহৰি যাব খোজো, দাৰিদ্ৰ, লাঞ্ছনা, বেদনাৰ কথাক আনন্দৰ হাঁহিৰে ঢাকি পেলাব খোজো, যদি মৃত্যুৰ নৃশংসতাৰ মাজত ক্ষন্তেকৰ কাৰণে জীৱনৰ চপল উত্তেজনা অনুভৱ কৰিব খোজো সি নিজক অপমান কৰা হ'বনে ?

আলোকে কলেজত পঢ়িছিল। যৌৱনৰ অবুজ মাদকতা উপলব্ধি কৰিলেও আলোকে তাৰ চিনাকিক নাম দিব নেজানিছিল।

তাৰপিছত সংসাৰত সোমাইছিল। তেতিয়াও তাৰ দৈনন্দিনতাৰ মাজেদি যৌৱনে ভুমুকি মাৰিবৰ অপচেষ্টা কৰিছিল। কিন্তু কৰ্ত্তব্য চেতনাই তাৰো পথ বন্ধ কৰি ৰাখিছিল। তাৰপিছত সি বিপ্লৱৰ জোৱাৰত নিজকে উটাই দিলে। এই বিপ্লৱো যৌৱনৰে এটা শক্তিমান অভিব্যক্তি। তথাপি সি পৰিপূৰ্ণ যৌৱনৰ নহয়। এটা নৈৰ্ব্যক্তিক তৃপ্তি, এটা অবুজ আত্মপ্ৰসাদ—সি প্ৰেৰণা হ'ব পাৰে, যৌৱনৰ উন্মাদনা নহয়।

আজি সি পুনৰ প্ৰশস্ত পৃথিৱীৰ মুক্ত বুকুলৈ ঘূৰি আহিছে। যুক্তি আৰু নীতিৰ বন্দীশালৰ পৰা তাৰ আত্মাক মুক্ত কৰি মেলি দিছে দিগন্তৰ কোণে কোণে। সি ঘূৰি আহিছে নিজৰ জীৱনৰ মাজলৈ, যৌৱনৰ অনাবিল স্ফুৰণৰ মাজলৈ।

সৌন্দৰ্য্যবোধৰ বাহিৰৰ জগতখন যে তাৰ অন্তৰাত্মাত কেতেকী-ফুলীয়া হৈ উঠিছে, সি বুজিব নোৱাৰিলে। এটা স্বপ্নাবিল আহ্লাদত যেন সি সকলোতে বিয়পি থকা এটা মধুৰ আহ্বান অনুভৱ কৰিলে।

কিন্তু পিছমুহূৰ্ত্ততে সি অনুভৱ কৰিলে এটা অকাৰণ, অকথিত নাম নোহোৱা বেদনা। যৌৱন জানো বেদনাময় ? যৌৱনৰ আশীৰ্বাদত জানো আগন্তুক পৰাজয়ৰ আগজাননী আছে ? পোৱাৰ বেদনা, নোপোৱাৰ বেদনা, পাই হেৰুওৱাৰ বেদনা ; কেৱল বেদনা ; অন্তৰৰ কোনোবা এটা কোণত আঘাত লাগে। মনটো ভাৰাক্ৰান্ত হয়। প্ৰাণটো বিষাদময় হয়। পৃথিৱীত জীৱনৰ লগেলগেই মৃত্যুৰ যাত্ৰা নেকি ? আনন্দৰ লগে লগে নিৰানন্দৰ, বিষাদৰ পদশব্দ নেকি ? পোৱাৰ বুকুতো নোপোৱাৰ, অকাৰণ বিমৰ্ষতা কিয় ?

তথাপি এটা মুহূৰ্তৰ কাৰণেও শাওনুলীয়া যৌৱনৰ কোমল সৌৰভ হৃদয়ৰ মাজত অনুভৱ কৰি তাৰ ভাল লাগিল। আজি, কেৱল আজিৰ এটা সৰু দিন—বৰ তাৎপৰ্য্যপূৰ্ণ, বৰ অৰ্থপূৰ্ণ। তাৰপিছত পৰি আছে মহাকালৰ বুকুত সকলো হেৰুৱাই পেলোৱাৰ নিৰ্মুক্ত মৰ্মন্তুদ গ্লানি।

আলোকৰ খুউব কবিতা লিখিবৰ মন গ'ল। সিদিনা মাথোন সি এটা শক্তিশালী অগ্ৰগামী বিপ্লৱত যোগদান দি ওলাই আহিছে। আজিও সি সৰ্বগ্ৰাসী দাৰিদ্ৰৰ কবলত পৰি আছে। কিন্তু আজিৰ কাৰণে যেন সেইবোৰ সঁচা নহয়।

তেন্তে আজিৰ কাৰণে কি সঁচা? নিজক সি সেইকথা সুধিবৰ প্ৰয়োজন অনুভৱ নকৰিলে। কোনোবাই তাৰ বুকুৰ কথাবোৰ ছন্দত উলিয়াই লৈছে। তাৰ অনুভূতিক কেন্দ্ৰ কৰি আশা অভিলাষবোৰ বন্দী হৈ, কবিতা হৈ নিগৰি আহিছে।

আলোকৰ আনন্দ লাগিল।

•        •        •        •

নৈৰ্ব্যক্তিক হোৱাত নিজৰে এটা উদাৰ, উজ্জ্বল আনন্দ আছে, ব্যক্তিগত হোৱাত, নিজক লৈ ব্যস্ত থকাতো এটা সশংক তৃপ্তি আছে। মই জীয়াই আছো মোৰ কাৰণে, পৃথিৱীখন পূৰ্ণ হৈ আছে মোৰ কাৰণে—হয়তো অত্যন্ত স্বাৰ্থপৰ কথা। কিন্তু এই স্বাৰ্থপৰতা জানো একেবাৰে স্বাৰ্থপৰ, একেবাৰে নীচ, অস্বাভাৱিক?

বিপ্লৱৰ মাজত জপিয়াই পৰি এটা অজানিত ধূসৰ বাটকটীয়া হোৱাত বিপুল উদাৰ আনন্দ আছে। স্বাৰ্থ নাই, তাৰ পৰিবৰ্তে আছে অপৰিচিত অনাগত অজ্ঞৰ কাৰণে ত্যাগ কৰাৰ সচেতন গৌৰৱ।

আৰু অতীতৰ কথা নেভাবি, বৰ্তমান আৰু ভবিষ্যতৰ কথা নেভাবি নিজৰ সৰু সৰু কথাবোৰৰ মাজত নিজক ক্ষন্তেকৰ কাৰণে ব্যস্ত ৰখাটোতো এটা আনন্দ নোহোৱা নহয়।

আলোকে অস্পষ্টভাবে নিশাৰ কথা ভাবিছিল। তাৰ কৰ্মজীৱনৰ মাজত, তাৰ বিপ্লৱ আৰু আত্মবিস্তাৰৰ জগতখনত হয়তো নিশা নাই, থাকিলেও অপ্ৰয়োজনীয়, হিচাপৰ বাহিৰ। কিন্তু তাৰ জগতত অপ্ৰয়োজনীয় হলেও তাৰ জীৱনত জানো নিশাৰ কোনো ঠাই নাই? নিশা আকাশৰ তৰা নহয়, সন্ধিয়াৰ চাকিও নহয়। হয়তো নিশা আজিৰ ৰাতিৰ বুকুত অসাৰ্থক লোকৰ বিলাসৰ কাৰণে পাখি মেলি উৰি-ফুৰা এটা সৰু জোনাকি পৰুৱা।

অস্পষ্টভাৱে আলোকে অনুভৱ কৰিলে যেন তাৰ সকলো ভাব, সকলো চিন্তা, সকলো কৰ্মপ্ৰেৰণা নিশাকে কেন্দ্ৰ কৰি জীৱন্ত হৈ উঠিছে। হয়তো তাৰ জীৱনত অবাঞ্ছনীয় কথা। এটা হৃদয়ৰ ভাগিদাৰ আলো সদায় মুক্তিৰ তুলাচনীৰে জুখিব পাৰে ?

সি এটা অভাব অনুভৱ কৰিলে, এটা বুজিব নোৱাৰা অকাৰণ অভাব। এই অভাব ভাত-কাপোৰৰ অভাৱৰ নিচিনা নহয়, এটা অন্তস্পৰ্শী অবোধ অভাব। এই অভাৱৰ এটা মাদকতা আছে। ইয়াক উপলব্ধি কৰা যায়, উপলব্ধিৰ বেদনাও হৃদয়ৰ মাজত পোৱা যায়। কিন্তু ইয়াৰ বিৰুদ্ধে কোনো সংগ্ৰাম কৰা নাযায়। এই অভাব অতৃপ্ত, গভীৰ, ৰূপহীন। আলোকে ভালেই পালে।

*　　　　*　　　　*　　　　*

ডাক্তৰ শ্ৰীকণ্ঠ ছুটী লৈ আহি ঘৰ ওলাইছেহি। ভালেমান দিনৰ মূৰত আহিছে। মিলিটাৰীলৈ গৈ কিন্তু ডাক্তৰ বেচ শকত-আৱত হ'ল। চেহেৰা আটিও আগতকৈও ফটফটীয়া হ'ল। লেফ্‌টেনেণ্ট হৈ গৈছিল, অলপতে মে'জৰ হৈছে। উত্তৰ আফ্ৰিকা, পেলেষ্টাইন আৰু মধ্যপ্ৰাচ্যৰ বিভিন্ন ঠাইত ঘূৰি ফুৰিব লগা হৈছিল ডাক্তৰৰ। অহাৰ আগতে টিউনিছিয়াত আছিল।

ডাক্তৰৰ হাতৰ বিভিন্ন ফটোবোৰ দেখি সকলোৱে স্তম্ভিত হ'ল। কিমান বিচিত্ৰ, বিশাল এই পৃথিৱী! কত মানুহ, কত দেশ, কত নগৰ-চহৰ। সকলো যেন একে, অথচ কাৰো লগত যেন কোনো মিমিলে!

ভালেমান দিনৰ মূৰত নিজৰ দেশলৈ, নিজৰ ঘৰলৈ ঘূৰি আহি ডাক্তৰৰ ভাল লাগিল। অচিনাকি হৈ যাব ধৰা চিনাকি মানুহবোৰক লগ পাই আনন্দ পালে। যুদ্ধক্ষেত্ৰত থাকি থাকি ডাক্তৰ বেচ বাংচালী আৰু ফুৰ্তিবাজ হৈ পৰিছে। প্ৰাণ উজ্জলভাবে ডাক্তৰে হাঁহে, আনন্দ আহ্লাদ কৰে।

আহি পোৱাৰ পিছদিনাই ডাক্তৰ গৈ নিশাহঁতৰ ঘৰ ওলালগৈ। ডাক্তৰক দেখি নিশাই প্ৰথমতে সংকোচ কৰিলেও, পিছত সহজ হৈ পৰিল। ঘৰ আদৰ আৰু সহৃদয়ভাবে নিশাহঁতে ডাক্তৰক অভ্যৰ্থনা কৰিলে। মহেন্দ্ৰ কেৰেণীয়েও তৎপৰতাৰে আগতকৈ বেছি আগ্ৰহেৰে ডাক্তৰক খোঁজ-পোহ কৰিলে।

লাজ আৰু আনন্দত নিশাজনী ধুনীয়া হৈ উঠিছে। চকুহুটা উজ্জল আৰু দীপ্ত হৈছে। আটিল গড়ৰ দেহটোত কোমল কমনিয়তা বাগৰি পৰিছে। নিশাৰ মেখেলীয়া চুলিকোচা যেন আগতকৈও বেছি ঢৌ উঠা, বেছি মনোৰম হৈ উঠিছে।

আগেয়েও ডাক্তৰে নিশাক দেখিছিল, কিন্তু নিশাৰ দৈহিক ৰূপৰ প্ৰতি বিশেষ মনোযোগ দিয়া নাছিল। আজি নিশাক ডাক্তৰৰ চাই থাকিবৰ মন গ'ল—যেন, কথা কোৱাৰ কোনো প্ৰয়োজন নাই। চকুৰ অব্যক্ত ভাষাতে বহুত কথাৰ মাধুৰী লোমাই আছে।

নিশাই হয়তো অৱস্থাটো কিছুদূৰ বুজি উঠিল। নিশাৰ বেছি লাজ লাগিল। তাই নিকপায় হৈ সুধিলে,—"আপুনি কিমান দিন থাকিব?"

প্ৰশ্নটোৱে শ্ৰীকণ্ঠক সচেতন কৰি দিলে। অলপ হাঁহি শ্ৰীকণ্ঠই ক'লে, "ডেৰমাহৰ ছুটী আছে। কিন্তু আৰু লব লাগিব কিজানি।"

"কিয়?" বুলি সুধিয়ে থতমত খাই নিশা ৰৈ গ'ল। প্ৰশ্নটোত তাই নিজেই লাজ পালে। তাইৰ মৰি যোৱা যেন লাগিল।

শ্ৰীকণ্ঠই হাঁহি নিশাৰ মুখলৈ চালে। নিশা ৰঙা পৰিছে, চকু দুটা জলজলীয়া হৈ উঠিছে। নিশাৰ কাণেমূৰে উদ্বিগ্নতা স্পষ্ট হৈ উঠিল।

ডাক্তৰে ক'লে, "মই আৰু মিড্‌লইষ্টলৈ ঘূৰি নেযাবৰ চেষ্টাত আছো, পাৰিলে ইণ্ডিয়া বা বাৰ্মাতে থাকিবৰ চেষ্টা কৰিম।

ফ'বটিছ আৰ্মিলৈ আহিবৰ কাৰণে মই বদলিৰ চেষ্টা কৰিছো।"

"এইফালে আহিলে ভালেই হয়। কিমাননো আৰু বিদেশত থাকিব।"

"এৰা বিদেশত থাকি আনন্দও লাগে, বেয়াও লাগে। নতুন নতুন ঠাইলৈ গৈ বেচ ভাল লাগে, আনহাতে ইয়ালৈ প্ৰায়ে মনত পৰি থাকে।"

নিশাই প্ৰশ্নৰ উত্তৰ নিদিলে। সহজ প্ৰভাবে শ্ৰীকণ্ঠৰ চকুলৈ চকু তুলি চালে। দেখিলে, শ্ৰীকণ্ঠই সঁচা কথাকে কৈছে—মানুহজন সৰল, মনখোলা।

শ্ৰীকণ্ঠ বাৰলৈ ওলাইছিল, এনেতে মায়া ওলালহি। মায়াই পাতল খোঁৱা ৰৰণীয়া এসাজ কাপোৰ পিন্ধিছে। চাদৰ খনৰ পাৰিটোত বহল ৰূপাৰ ফুল। উজ্জ্বল হৈ উঠিছে পাৰিৰ ফুলখিনি। সৰু সৰু চৌ তুলি মায়াই চুলিবোৰ আধা বন্ধা কৰি বান্ধি থৈছে।

"মায়া নহয় নে?"

"অ' ককাইদেউ, এইখিনি ওলালেহিয়েই। মই ভাবিছিলো, নিশাক লগত লৈ আপোনাক লৈ আহোগৈ। সেই বুলিয়েই ওলাই আহিছিলো।"

মায়া বহিল। নিশা ভিতৰলৈ গ'ল। অৱশ্যে নিশাই জানে মায়াই কেতিয়াও কচিৎ কিৰ্তন নিদিয়ে। গতিকে নিশা হয়তো অপ্ৰস্তুত হ'বলগীয়া নহ'ব। তথাপি মায়াৰ আগত নিশাৰ যেন ডাক্তৰৰ ওচৰত থিয় দি থকা কঠিন হৈ পৰিছিল।

নিশা বোৱাত মায়াই বিশেষ আপত্তি নকৰিলে। মায়াই শ্ৰীকণ্ঠৰ লগত কথা আৰম্ভ কৰি দিলে। ডাক্তৰে তেওঁৰ দৈনিক ডাক্তৰ-জীৱনৰ বিভিন্ন আৰু বিচিত্ৰ কাহিনী কৈ গ'ল। শুনি মায়াৰ ভাল লাগিল।

আগতে মায়াই ডাক্তৰৰ কথাৰ কিছু আভাস পাইছিল। সেইকথা সোঁৱৰাই দিলে, কথা প্ৰসংগত মায়াই ডাক্তৰৰ বিয়াৰ কথা উলিয়ালে। অতি সহজভাৱেই মায়াই সুধিলে, ডাক্তৰৰ বিয়া এই ছুটীৰ ভিতৰতে হ'বনে শিছত হ'ব।

ডাক্তৰ ইয়াৰ যথাযথ সমিধানৰ কাৰণে প্ৰস্তুত নাছিল। গতিকে প্ৰশ্নটো এৰাই যাবৰ কাৰণেই হয়তো ক'লে, "আমাৰ নিচিনা মিলিটাৰী মানুহক জানো বিয়া কৰাব ?"

"নকৰাবৰ কাৰণতো নাই বোধকৰো। আজিকালি মিলিটাৰী বিয়া কৰোৱাটো ফেশনেই হৈ পৰিছে।"

ডাক্তৰে ইয়াৰ পৰা একো স্পষ্টভাৱে বুজিব নোৱাৰিলে, মিলিটাৰী বিয়া কৰোৱাটো ফেশন হ'ব পাৰে, কিন্তু নিশা আৰু তেওঁৰ বিয়া জানো ফেশন ৰক্ষা কৰাৰ প্ৰয়োজনত। নিশাক যে তেওঁ বিচাৰে।

"তেন্তে এতিয়াই বিয়া নেপাতে ?"

"বিয়াৰ কাৰণে জানো অন্য সকলো সাজু আছে ?"

"অ' আপুনি নিশাৰ কথা সুধিছে ? নিশাৰ অনিচ্ছা বা অমত থাকিবৰ কোনো কাৰণ নাই। মই জনাত নিশা নিমান স্বাৰ্থপৰ কেতিয়াও হ'ব নোৱাৰে।"

হঠাৎ নিশা সোমাই আহিল দুয়োলৈকে চাহ লৈ।

নিশাৰ বিষয়ে আলোচনা হৈছে দেখি নিশাৰ অলপ সংকোচ লাগিল। নিশাই চেষ্টা কৰি অলপ সহজ হ'ব খুজিলে।

"চাহ খাওক—"

"তোমালৈকো নানিলা নিশা ?" মায়াই ক'লে।

"খোৱাচোন তোমালোকে।"

"আমি আলহী, নহয় জানো ?"

নিশাই একো নক'লে।

মায়াই পৰিস্থিতিটো সহজ কৰিবৰ কাৰণে অন্য কথাৰ অৱতাৰণা কৰিলে। প্ৰসংগক্ৰমে আলোকৰ কথা ওলাল।

"আলোক ? কোন আলোক ?"

নিশাই কও কও কৰোঁতেই মায়াই ক'লে—"আলোক ছুকন, কিছুদিন হৈয়াছে, নিশাইতৰ ঘৰতে আছিল। সেই যে মাষ্টৰী কৰিছিল।"

তথাপি যেন ডাক্তৰৰ মনত নপৰা হ'ল। নিশাই মনত পেলাই দিলে, "সেইযে আপোনাৰ লগত চিকাৰ কৰিবলৈ গৈছিল।"

"অ' কি আচৰিত। আলোক, হঁ হঁ মনত পৰিছে। সেইযে কবিতা চবিতা লিখে নহয়?"

মায়াই হাঁহিলে—"হয়, আপোনাৰ দেখিছো মনত পৰিল।"

"কি কৰে যেওঁ আজিকালি? ক'ত থাকে?"

"মুভমেণ্টত যোগ দিছিল, এতিয়া ক'ত থাকে, কি কৰে, একো বিশেষ খবৰ পোৱা নাই।" মায়াই ক'লে।

"ঘৰতে থাকিব পায় কিজানি"—নিশাই ক'লে।

"ভাল মানুহ বেচেৰা। কবিতা চবিতা লিখিছিল, ভাল কৰিছিল, বিভলিউশ্বনত যোগ নিদিয়াই ভাল আছিল।"

"কিজানি! কিন্তু এনেকুৱা কবি চবি বিলাকেই সাধাৰণতে বিভলিউশ্বন কৰে।"

অন্য কথা হ'ল। বেলিও বহুত হ'ল। মায়াই অপেক্ষা কৰিলে ডাক্তৰ যাবলৈ, তেতিয়া হলে হয়তো নিশাৰ লগত বিয়া সম্পৰ্কীয় ছুৱাৰ নিৰ্দোষ বহুতৰ কথা পাতিব পাৰে। অৱশেষত ডাক্তৰে যাবৰ বিশেষ তৎপৰতা নেদেখুৱা দেখি মায়াই যাবলৈ যাত লগালে। তাকে দেখি ডাক্তৰো উঠিল। নিশাই দুয়োকে সাদৰে বিদায় দিলে।

*　　*　　*　　*

কেইদিনমানৰ পিছৰ কথা—

জোনালীজনীৰ লগত এখন নক বিছনা, আৰু এটা অলপ ডাঙৰ চুটকেচ, চকলেট বঙৰ চাদৰখন গাত মেৰিয়াই লৈছে, পৰিপাটিকৈ। চুলিবোৰ নকনিওৱাৰ কাৰণে অলপ ভুবুবিয়া হৈ আছিল, কিন্তু তাৰ কাৰণে জোনালী-জনীক ভাল দেখাইছিল।

এবাৰ একেধৰে চাই থকা আলোকৰ চকুৰে চকুৰে পৰি জোনালীজনীয়ে অন্তকালে মুখ ঘূৰালে। আলোকেও সেইদৰে চাই থকাটো ভাল কথা নহয় দেখি হাতত লৈ থকা কিতাপখন চকুৰ আগত মেলি ল'লে। এখন ইংৰাজী উপন্যাস।

ভাৰতবৰ্ষিয় দিন সোনকালেই শেষ হয়। পুৱৰ্বি আহাজনে ঘটৰ ঘটৰ

কৰি উজনিৰ সোঁতত আগুৱাই গৈ থাকে ধীৰে ধীৰে। এটা শান্ত গতানুগতিক মহৰতাত জাহাজৰ ডাকৰীয়া যাত্ৰীবোৰে কথা-বতৰা নকৈ গাৰ কাপোৰ-কানিবোৰৰ মাজত নিজক সুমাই দি নিৰৱে বহি বহি বাহিৰৰ পৃথিৱীখনৰ ফালে চাই আছিল।

আলোকেও কিতাপ পঢ়া এৰি বাহিৰলৈ চালে।

ছোৱালীজনীয়ে একান্তভাবে বাহিৰলৈ চাই আছে—নিবিষ্টমনে—শান্ত, নিষ্পলক চাৱনিৰে।

বগা, বহল বালি চাপৰিবোৰত এটা কৰুণ উদাসীনতা, দূৰৰ পাৰৰ পাতসৰা লঠৰা গছ-গছনি বোৰত এটা অকথিত বেদনাৰ কোমল নিশ্বাস, তাৰ সিপাৰৰ টকলা পাহাৰবোৰৰ গাত আবেলিৰ সূৰ্য্যৰ নিস্তেজ, সেঁতা পোহৰ।

আকাশখন নীল মায়াৰে ভৰা, দিগন্তৰ পৰা দিগন্তলৈ হেঙুলীয়া বান্ধনী ৰ'দৰ লগত নীল আকাশৰ অকাতৰ চুমা-চুমি। পৃথিৱীখন বহল হৈ গৈছে। এটা উদাৰ ব্যাপ্তিৰ মৰমী বুকুত জগতখন লুকাই পৰিছে।

পৃথিৱীত আৰু একো নাই, একো নাই। এখন পানী অকোৰা প্ৰাচীন লুইত, এখন ৰং-এৰোৱা পুৰণি জাহাজ, আৰু কেইটামান নিৰৱ যাত্ৰী, সিহঁতৰ চাৰিওফালে আকাশ, পোহৰ, নিৰৱতা আৰু বেদনাৰ কুঁৱলী-কোমল আবেষ্টন।

আলোকে একো অনুভৱ কৰা নাছিল। এতিয়াও অলপ দূৰতে এখন যুদ্ধ চলি আছে, হাই-উকমি, কোলাহল চলি আছে উন্মাদ উন্মত্তভাবে।

ইয়াত শান্তি। বুঢ়া লুইতৰ বুকুত অমৰণ অভগন, প্ৰাচীন শান্তিৰ একান্ত নিবিড়তা, কথা নেপাতিলেও জাহাজৰ সকলো যাত্ৰী ভাই ভাই, আপোন। চিনাকিৰ কোনো প্ৰয়োজন নাই।

এটোপা চাহ খাবৰ মন গ'ল আলোকৰ। জাহাজৰ ভিতৰৰ সৰু টেলখনত তেতিয়া আৰু কেইবাটাও যাত্ৰ'য়ে চাহ বিচাৰি খিয় দিছে। ৰেইলিং এৰি আলোকো তালৈকে গ'ল।

টেলখনত আৰু জাহাজখনৰ ভিতৰত লাইটবোৰ দেখিহে সি অনুভৱ কৰিলে যে কেতিয়াবাই সন্ধ্যা লাগিছে। বাহিৰৰ জগতখন আন্ধাৰে ঢাকি আনিছে। এতিয়া পৃথিৱীত পোহৰৰ ওপৰত আন্ধাৰৰ জয় হ'ব।

। বাৰ ।

চাহ খাবৰ সময়ত আলোকে দেখিলে সেই সেঁতা মুখৰ ছোৱালীজনীও তাৰ কাষতে খিয় দি আছে চাহৰ কাৰণে। আলোকে অনুভৱ কৰিলে যেন

ছোৱালীজনীৰ লগত কথা পতাত কোনো অস্বাভাৱিকতা নাই। আৰু যেন ছোৱালীজনীয়েও তাৰ লগত কথা পাতিব খুজিছে।

চাহ এচোক খাই আলোকে ছোৱালীজনীৰ ফালে ঘূৰি প্ৰায় সহজভাৱে ক'লে—"আপুনি কোনফালে যাব ?"

"মই চিকাৰী ঘাটলৈ যাম"—উত্তৰটো যেন ছোৱালীজনীয়ে প্ৰস্তুত কৰিয়ে ৰাখিছিল।

"গুৱাহাটীৰ পৰাই আহিছে ?"

"হয়, আজি গুৱাহাটীৰ পৰাই আহিছো।" কথাষাৰত এটা প্ৰশ্নবে গ'ল। আজি গুৱাহাটীৰ পৰা আহিছে, মানে, অন্যদিনা হয়তো ক'ৰবাৰ পৰা গুৱাহাটীলৈ আহিছিল ? আলোকৰ সেইটো জনাৰ কোনো দৰকাৰ নাই।

অলপপৰ মনে মনে থাকি দুয়ো চাহখাই বাৰ ধৰিলে।

ছোৱালীজনীয়ে বয়লাৰটোৰ পৰা অলপ আঁতৰত নিজৰ বিছনাখন কৰিলে। আলোকে কি কৰিব তেতিয়াও ঠিক কৰিব পৰা নাছিল, বাটত ক'ৰবাত বালিচৰত জাহাজ নেলাগিলে হয়তো শেষৰাতি জাহাজ তেজপুৰ ঘাটত লাগিবগৈ। কিন্তু এই দীঘল সময়খিনি বহি বহি কটোৱা জানো সম্ভৱ ? জাৰকালিৰ দীঘলীয়া ৰাতি।

আলোকেও শোৱাৰ কথা ভাবিলে।

ছোৱালীজনীয়ে নিজৰ বিছনাখনৰ কাষতে অলপ খালি পৰি থকা ঠাইডোখৰ দেখুৱাই দি ক'লে, "এইখিনিতে আপোনাৰ বিছনা কৰিব পাৰিব।"

জাহাজখন কাৰো নিজা ঘৰ নহয়। য'তে ইচ্ছা ত'তে যিকোনো যাত্ৰী বহিব পাৰে, শুব পাৰে, পায়চাৰী কৰিব পাৰে। কিন্তু সেইটোৱেই জানো শেষ কথা।

কিন্তু ছোৱালীজনীয়ে নিজেই কৈছে যেতিয়া সংকোচৰ কোনো কাৰণ নাই।

"আপুনি এতিয়াই শোৱে নেকি ? ভাত নেখাব জানো ?"—আলোকে সুধিলে।

"মই আৰু একো নেখাওঁ, তথাপি শুজিছো। এইখিনিতে ঠাই আছে আপোনাৰ বিছনা কৰিব পাৰিব।" দুয়ো দুকলি ডেকৰ যাত্ৰী।

"ভাল বাৰু। মই অলপ পিছতহে শুম। কিন্তু দীঘলীয়া ৰাতি, আপুনি যদি কিবা খায়—"

"আপুনি খাওকগৈ। মোৰ গাটো বৰ ভাল নহয়—"

"কি হৈছে?"

"জ্বৰ উঠিছে কিজানি। গাটো জাৰ জাৰ লাগিছে।"

আলোকে অলপ নিৰুপায় হোৱা যেন হৈ তলমূৰ কৰিলে। এজনী অচিনাকি ছোৱালী! হয়তো অকলশৰে আহিছে! এতিয়া মাজ নৈতে জাহাজৰ ভিতৰত জ্বৰ উঠিলে!

আলোকে সুধিলে—"আপুনি কাৰ লগত আহিছে?"

শেঁতাপৰা ওঠ দুটাত এটা সৰল হাঁহি বিৰিঙাই ছোৱালীজনীয়ে আলোকৰ মুখলৈ চাই ক'লে,—"আপোনাৰ লগত"—

আলোকেও হাঁহিলে।

"লগত আৰু কোনো অহা নাই?"

"নাই, মই অকলে আহিছো।"

আলোকে একো কবলৈ বিচাৰি নেপালে। এজনী ছোৱালী জাহাজত অকলে আহিব পাৰে; জাহাজৰ যাত্ৰী এজনক নিঃসংকোচে যাত্ৰাপথৰ লগৰীয়া বুলি কৈ আশ্বস্ত হ'ব পাৰে। জাহাজত জ্বৰ উঠি পৰি থাকিবও পাৰে। তাৰ বাবে আলোকৰ বিচলিত হবৰ কোনো কাৰণ নাই।

কিন্তু আলোকে দেখিলে প্ৰায়বোৰ যাত্ৰীয়ে নিজৰ নিজৰ বহা ঠাইতে শোৱাৰ আয়োজন কৰিছে। জাহাজখনৰ শ্ৰান্ত গতিটোৱে সকলোৰে চকুলৈ টোপনি মাতি আনিছে। ৰাগখনেৰে মুখ ঢাকি ছোৱালীজনী বিছনাখনতে বহি পৰিছে।

সকলো শুই বহি থকা ঠাইত কোনোবা এজন অকলে থিয় দি থকাটো একৰকম কথা, তাৰ কোনো প্ৰয়োজন নাই।

আলোকে নিজকে কোৱাদি ক'লে, ভাত এমুঠি নোখোৱাকৈ শুব পৰা নেযাব। মোৰ অলপ ভোকো লাগিছে। ভোকত টোপনি নাহে। আপুনি জানো কিবা নেখায়?"

ছোৱালীজনীয়ে আলোকৰ কথাখিনি শুনিছিল। "তাত প্ৰশ্ন নাছিল যেনেই লাগিল তথাপি ছোৱালীজনীয়ে উত্তৰৰ সুৰত ক'লে,—"মই আৰু একো নেখাও। গাটো বেয়া লাগিছে, ভোকো নাই, বাটত ভাত খোৱাৰ মোৰ অভ্যাস নাই।"

কথাবোৰ ভাবাক্ৰান্ত, মধুৰ। হয়তো ৰাতিৰ জাহাজত ক্লান্ত যাত্ৰীয়ে তেনেকৈয়ে কথা কয়। কথাবোৰ যেন কুঁৱলীৰ বেঢ়াত গোটা হৈ গৈছে।

আলোকে ক'লে, "মই আহো মানে আপুনি ৰওক। মই এমুঠি ভাত খাই

আহোঁ। বেগতে আহিম।" হয়তো এই কথাখিনি একেবাৰে অপ্ৰয়োজনীয়, অপ্ৰাসংগিক। মাত্ৰ কেইমিনিট মানৰ চিনাকি কোনোবা যাত্ৰীক মাত লগাই, অনুমতি লৈ যাবলৈ যোৱাৰ কোনো আৱশ্যক নাই। হয়তো ছোৱালীজনীৰ নিজেই ওঠ দুটাৰ ওপৰেদি এটা অতি ক্ষীণ হাঁহিৰ অস্পষ্ট ৰেখা বাগৰি গ'ল—আলোকৰ অজানিতে।

ছোৱালীজনীয়ে মূৰে গায়ে ৰাগখন লৈ বিচনাখনত দীঘল দিলে, ক'ষতে আলোকৰ বিচনা কৰিবৰ কাৰণে অলপ ঠাই ৰাখিলে।

ভাত খাই আহি আলোকে দেখিলে জাহাজৰ অন্য সকলো যাত্ৰী শুইছে। অলপপৰ অপ্ৰস্তুতভাৱে বৈ থাকি আলোকে খালি পৰি থকা ঠাই ডোখৰত নিজৰ সৰু বিচনাখন মেলিলে।

বহি, আলোকে সুধিলে, "টোপনি গ'লনেকি?" ছোৱালীজনীয়ে গভীৰ উশাহ সলাইছে।

আলোক মনে মনে থাকিল। একনী অচিনাকি টোপনি যোৱা ছোৱালীক মতা অন্যায়। মূৰে গায়ে কাপোৰ লৈ আলোকে বিচনাত দীঘল দিলে। শুবৰ কাৰণে হয়তো নহয়, কিন্তু নোশোৱাকৈ নেথাকিবৰ কাৰণে।

আলোকৰ গাৰ কাষতে, হাত মেলিলেই ঢুকি পোৱাতে শুইছে ছোৱালী-জনী। তাইৰ কথা নেভাবিলেও চলে। যাত্ৰাপথৰ মুহূৰ্তৰ চিনাকি মানুহবোৰে আমাৰ চিন্তাত ঠাই কৰি লবলৈ এৰি দিয়াটো দুৰ্বলতা। কিন্তু অন্য কোনো ভাবেই আলোকৰ মনলৈ অহা নাই।

গভীৰ ৰাতি। চলন্ত জাহাজ, অচল সময়। শ্ৰান্ত যাত্ৰী, অশ্ৰান্ত যাত্ৰা। নিবৰ পৃথিৱী, শব-গভীৰ ঘুম। নিগাঢ় ৰতাহ, সেমেকা পৃথিৱী।

সকলোৰেই যেতিয়া চকুমুদি পৰি থাকে, তেতিয়া চকুমেলি থকাৰ কোনো দৰকাৰ নাই। আৰু ৰাতিৰ সকলো প্ৰভাৱ, সকলো শক্তি যেন মানুহৰ ক্লান্ত চকুদুটাৰ ওপৰতে।

"আপুনি টোপনি গ'লনেকি?"—ছোৱালীজনীৰ আকৌ মাতষাৰে আলোকক চমকখুৱাই তুলিলে, তেন্তে তেওঁ টোপনি যোৱা নাই? অথচ সি মাতোতে উত্তৰ নিদি মনে মনে পৰি থাকিল।

"নাই অহা", আলোকে ক'লে, "আৰু আপোনাৰ?"

"মোৰ আজিয়েই নহয়, আজি বহুত ৰাতি টোপনি নাই। টোপনি কেনেকৈ আহে মই কিজানি পাহৰিয়ে গৈছো।" স্থিৰ, গভীৰ মাতেৰে ছোৱালীজনীয়ে ক'লে।

আলোক বিস্মিত হ'ল। কি এটা বাতিৰ ৰহস্যেৰে আবৃত হৈ আছে যেন এই ছোৱালীজনী।

"আপোনাৰ জ্বৰ বেছিকৈ উঠিছে নেকি ?"

"চাওকচোন বাৰু ?" নিলিপ্তভাৱে ছোৱালীজনীয়ে ক'লে।

আলোক আকৌ বিমোৰত পৰিল। জ্বৰ জানো চকুৰে দেখি ? কিন্তু আলোকক বেছি ভবাৰ অৱকাশ নিদি ছোৱালীজনীয়ে ওচৰতে থকা আলোকৰ সোঁ-হাতখন টানি নি নিজৰ কপালত লাহেকৈ হেঁচি ধৰিলে।

ইতিমধ্যে আলোকৰ সংকোচ আৰু দুৰ্ব্বলতা একপ্ৰকাৰ শেষ হৈ গৈছে। এটা প্ৰায় অস্বাভাবিক পৰিস্থিতি। শুই থকা আন এজনে শুই শুইয়ে এজনক হাতদি চোৱা! আলোকৰ কাৰণে নতুন অভিজ্ঞতা।

ছোৱালীজনীৰ গাত যথেষ্ট উত্তাপ আছে। হয়তো ১০২° ডিগ্ৰীমান জ্বৰ। কি বিড়ম্বনা!

"এৰা গাটো গৰম লাগিছে। জ্বৰ উঠিছেনেকি সঁচাকৈয়ে ?"

ইয়াৰ কোনো উত্তৰ দিয়াৰ প্ৰয়োজন আলোকে নেদেখিলে। সঁচাকথা, জ্বৰ উঠিছে, কিন্তু কি কৰা যায় ? মৌখিক সমবেদনা জনোৱাৰ বাহিৰেতো অন্য কিবা কৰাৰ কোনো উপায় নাই।

ছোৱালীজনীয়ে ক'লে, "এনেকৈ ভালেমান দিনৰ পৰা ৰাতি ৰাতি মোৰ জ্বৰ উঠিছে। কি হৈছে কবই পৰা নাই।"

"কোনো ডাক্তৰক দেখুওৱা নাই ?"

ছোৱালীজনী অলপপৰ মনে মনে থাকিল। তাৰপিছত লাহে লাহে ক'লে, "সময়েই পোৱা নাই। আৰু দেখুৱালেও জানো কিবা লাভ হ'ব ?"

"কিয় লাভ নহ'ব ?"

"বিষোৰৰ জীয়াই থকাৰ সাৰ্থকতা আছে, সেইবোৰৰ লাভ হ'ব নিশ্চয়। অ' আপুনি ভাত খালে নহয় ?" পিছৰ কথাষাৰ যেন ছোৱালীজনীয়ে প্ৰসংগটো সলনি কৰিবৰ কাৰণেই উত্থাপন কৰিলে।

আলোকে এটা অকাৰণ ৰহস্য অনুভৱ কৰিলে। এই ছোৱালীবোৰ— ইহঁত জটিল হয় কিয় ? জটিল হৈ ইহঁতে কি তাঁল পায় ? অথচ সিহঁতৰ জটিলতাবোৰ যেন একেবাৰেই অস্বাভাবিক নহয়।

জাহাজখনত তেতিয়া কোনো যাত্ৰী সাৰ পাই থকা নাই। বাতিৰ নিৰৱতাৰ মাজত জাহাজখনৰ শব্দটো কোনোবা দূৰ দিগন্তত আপুনি ম'ৰ ঘোৰা শাওণৰ মেঘৰ গাজনি যেন লাগে।

লাহে লাহে আলোকে সুধিলে, "আপুনি কথাবোৰ তেনেকৈ কৈছে কিয় ?"

ছোৱালীজনীয়ে যেন এনে এটা প্ৰশ্নকে আশাকৰি আছিল, তাই ক'লে, "ইয়াতকৈ সহজভাৱে ক'ব নজনাৰ কাৰণেই তেনেকৈ কৈছো।"

ছোৱালীজনী নিশ্চয় শিক্ষিতা। তাইৰ কথাবোৰ সংযত, বুদ্ধি আৰু জ্ঞানৰ পৰিচয় তাইৰ আচৰণত স্পষ্ট। কিন্তু এইকথা স্পষ্ট যে তাই নিজক লুকুৱাই ৰাখিবৰ চেষ্টা কৰিছে।

আৰু শিক্ষিতা নহ'লে আজিকালিৰ দিনত কোনো ছোৱালীয়েই অকলে এনেকৈ আহিবলৈ সাহস নকৰে।

আলোকে ভাবিলে আৰু কথা নপতাই ভাল হ'ব, হয়তো অব হলেও, ছোৱালীজনীৰ টোপনি আহিব পাৰে।

কিন্তু ছোৱালীজনীয়েই নিস্তব্ধতা ভংগ কৰি মাত লগালে, "আপুনি ক'ত নামিব ?"

"তেজপুৰত।"

"অ' মোতকৈ আগতে নামিব।"

"হয়।"

"তেজপুৰৰ পৰা মই অকলেই যাব লাগিব—"

আলোকে একো নক'লে। সকলো যাত্ৰীয়েই যে একেটা ঘাটতে নামিব তাৰতো কোনো অৰ্থ নাই।

আলোকে সুধিলে, "চিকাৰী ঘাটত নামি আপুনি পিছে কলৈ যাব ?"

"সেইটো এতিয়াও ঠিক কৰিব পৰা নাই। কিন্তু তাতেই নামিব লাগিব।"

ছোৱালীজনীয়ে অৰত ভ্ৰম কৰা নাইতো ? কলৈ যাব ক'ব নোৱাৰাকৈয়ে ছোৱালীজনী আহিছেনে ?

কিন্তু ছোৱালীজনী যলৈকে নোৱাক নাগিলে আলোকৰ সেই বিষয়ে জানিবৰ বা ভাবিবৰ কি প্ৰয়োজন আছে ? হয়তো ছোৱালীজনীয়ে তাইৰ

কিবা কথা এটাকে লুকুৱাবৰ চেষ্টা কৰিছে। কিন্তু ছোৱালীৰ গোপন কথা জনাত তাৰ কোনো স্বাৰ্থ নাই।

দুয়ো ভালেখিনি সময় মনে মনে থাকিল। আলোকে সকলো কথা গোল-মলীয়া যেন অনুভৱ কৰিলে। কি যে অবোধ্য মানুহৰ জীৱনবোৰ। মানুহৰ একোটা সৰু জীৱনেই একোটা কি বিৰাট প্ৰহেলিকা! হয়তো সকলোৰে একোটা ব্যাখ্যা আছে। কিন্তু ব্যাখ্যাটোৱেই জানো শেষ কথা?

"তেজপুৰলৈ আপুনি কেলেই যায়?" ছোৱালীজনীয়ে সুধিলে। উত্তৰ দিবলৈ ধৰি হঠাতে আলোক বৈ গ'ল। কেলেই যায়? কি যে গোলমলীয়া কথা! কিন্তু এটা উত্তৰ নিদিলেই নহয় দেখি আলোকে ক'লে, "আগে মই তেজপুৰতে আছিলো।"

"অ' তাত আপোনাৰ চিনাকি আপোন মানুহ আছে। এৰা, মই যে কি সুধিছো। এনেইনো মানুহ ক'ৰবালৈ যায় নে?" আলোকে একো কোৱাৰ প্ৰয়োজন নেদেখিলে। হঠাৎ আলোকে অনুভৱ কৰিলে এখন গৰম হাতে তাৰ হাতখন টানি ধৰিছে।

"আপোনাৰ বেছি জ্বৰ উঠিছেনেকি?" সহজভাৱে ছোৱালীজনীৰ কপালত হাত দি আলোকে সুধিলে।

"চাওক, মই কিন্তু এনেয়ে আহিছো।" অদ্ভুত এটা বেদনা আৰু তৃপ্তি-মিশ্ৰিত সুৰত ছোৱালীজনীয়ে ক'লে।

ছোৱালীজনীৰ গঁচাকৈয়ে বৰ জ্বৰ উঠিছে। কিন্তু কি কৰা যায় এতিয়া, এই মাজৰাতি; মাজ লুইতৰ মাজত সি কি কৰিব পাৰে?

চিন্তা কৰি সি ক'লে—"এনেয়ে যদি আহিছে আপুনি এই জ্বৰ গাৰে চিকাৰি ঘাটলৈ যাবৈগে নেলাগে। তেজপুৰতে নামক। পাটো অলপ টনকিয়াল কৰি কলৈ যায় যাব।"

একনী অচিনাকি ছোৱালীৰ ওচৰত এনে প্ৰস্তাব কৰাটো অনুচিত হ'লনে নহ'ল ভাবিবৰ সময় আলোকৰ নাছিল।

"তেজপুৰত মোৰ কোনো নাই নহয়। নামিলেও উঠিমগৈ ক'ত?"

যথাৰ্থ প্ৰশ্ন। আলোকে এই অচিনাকি ছোৱালীজনীক জ্বৰীয়া গাৰে নি কাৰ ঘৰত উঠিবগৈ? হঠাৎ সি কি যে কথাবাৰ কৈ পেলালে নভবাকৈয়ে! কিন্তু বিশেষ নিৰুপায় যেন নেদেখুৱাই আলোকে ক'লে, "তেজপুৰত মোৰো কোনো নাই। কিন্তু আপোনাৰ বেছিয়া ইমান জ্বৰ, তাতে লগতো কোনো নাই—"

"কিন্তু জ্বৰটো লগত আছে নহয়—"

ছোৱালীজনীয়ে কি বৃদ্ধাৰ লগতো বিদ্ৰূপ কৰিব? আলোকৰ কিন্তু এজনী বেমাৰী ছোৱালীৰ লগত ধেমালি কৰিবৰ ধৈৰ্য নাছিল। সি মনে মনে থকাই বেছি ভাল হ'ব বুলি ভাবিলে।

"মোৰ এই সদায় থাকি-উঠা জ্বৰটোৱে মোক বহুত সময়ত খুব সহায় কৰিছে জানে?" বেচ স্পষ্ট মাতেৰে ছোৱালীজনীয়ে ক'লে।

হঠাৎ এটা নতুন ভাবত আলোক ভিতৰ বাই উঠিল। এইবাৰ ছোৱালীজনীয়ে কি কথা ক'লে?

অলপ আঁতৰত জ্বলি থকা কম পোহৰৰ লাইটটোৰ পোহৰত বেঁকাকৈ চাই আলোকে দেখিলে ছোৱালীজনীয়ে ভাগৰকৈ চকুদুটা মেলি একেথৰে ওপৰলৈ চাই আছে, আৰু জ্বৰত তাইৰ শেঁতা মুখখন অলপ ৰঙা পৰিছে। অতপৰে কথাবোৰ যেন তাই তাইৰ মুখেৰে কোৱা নাছিল, তাইৰ ভিতৰৰ অন্য এজনী মানুহে যেন কথাবোৰ কৈ গৈছে আৰু তাই একো ক'ব নোৱাৰে।

হয়তো অন্য যাত্ৰীবোৰৰ দৰেই আলোকৰো টোপনি অহা হ'লে ভাল আছিল। কিন্তু এতিয়া আৰু টোপনি অহাৰ কোনো সম্ভাৱনা নাই। এই অচিনাকি ছোৱালীজনীয়ে আলোকৰ চিন্তা-ধাৰাত আহি কিবা খেলি-মেলি লগাই দিছে।

সদায় উঠা জ্বৰটোৱে তাইক সহায় কৰিছে। তাৰ কি অৰ্থ হ'ব পাৰে? ভাবতো এটা বৰ নিষ্ঠুৰ ইংগিতো থাকিব পাৰে। ছিঃ, কি যে অস্বাভাৱিক কথাবোৰ ভাবিছো!

জ্বৰ উঠি আলোকৰ গাৰ কাষতে শুই থকা এই ছোৱালীজনীৰ অন্য কি পৰিচয়েই নাথাকক; সেই পৰিচয় নাই। বেচেৰী ছোৱালীজনী! হয়তো দুখীয়াই দুখক মোৰ বুলি লোৱাৰ দৰে তাইও এই বেমাৰটোক সংগীয়া বুলি লৈছে।

বেচেৰী ছোৱালীজনী!

ৰাতি শেষ হৈ আহিছে। আলোকৰ যাত্ৰাও শেষ হৈ আহিছে। হয়তো আৰু ডেৰ দুই ঘণ্টাৰ মূৰত জাহাজখন তেজপুৰৰ ঘাটত ৰবগৈ। সি নামি যাব। ছোৱালীজনী গৈ থাকিব। চিকাৰী ঘাটত নামিবৰ কাৰণে।

ৰাতিৰ নিৰৱ গভীৰতাত আছে এটা অবোধ্য শান্তি। সি প্ৰাচীন অতীতৰ দৰেই আত্মলীন, সুদূৰ ভৱিষ্যতৰ দৰেই ৰহস্যময়। এই নিৰৱতাৰ যেন এটা নিজস্ব ভাষা আছে। অতি মধুৰ, অতি গভীৰ, অতি শান্ত। জীৱনৰ অবোধ্য

কাহিনীবোৰ যেন শেহ বাতিৰ দৰেই আলোক-আন্ধাৰৰ বুকুত লীন যোৱা……।

চিএৰ-বাথৰ হৈছে। আলোক চমকৃখাই উঠিল। ছোৱালীজনীৰ অৱশ হাতখন হাতৰ মুঠিত লৈ সি যে কেতিয়া টোপনি গ'ল, সি কবই নোৱাৰে। সি বহি দিলে।

"আপুনি সাৰ পালে?" ছোৱালীজনীয়ে সুধিলে।

"মোৰ যে কেতিয়া টোপনি আহিল কবই নোৱাৰো।"

"মই পিছে শুগুলো।"

"কিয়?"

"মযো শুলে পিছে আপোনাক টোপনিৰ পৰা জগাই দিলেহেতেন কোনে?

মৰম লগা চকুহালেৰে আলোকে ছোৱালীজনীৰ চকুলৈ চালে। ছোৱালী-জনীও ইতিমধ্যে বিছনাতে বহিছে। তাইৰ টোপনি নোযোৱা চকুছুটা অলপ বঙা পৰিছে।

বাহিৰখন তেতিয়া অলপ মুকলি হৈ আহিছে। ধলফাট দিছে। পূবফালে ধোৱাঁ বৰণীয়া পোহৰবোৰ বগা হৈছে। আলোক আৰু ছোৱালীজনী দুয়ো খন্তেক বাহিৰৰ ফালে চালে, তাৰপিছত একো নেমাতি আলোকে বিছনাখন সামৰি নামিবৰ কাৰণে সাজু হ'ল।

তললৈ নমা খট্‌খটিয়েদি ছুখোজমান নামি আলোকে হঠাতে সুধিলে, "আপোনাৰ নামটো নেজানিলো নহয়, আৰু আপোনাৰ ঘৰৰ ঠিকনা?"

ছোৱালীজনীয়ে শান্তভাবে হাঁহি ক'লে, "কি কৰিব মোৰ নামটো জানি? মোৰ নামটো নীৰা। আৰু অ', আপোনাৰ ঠিকনাটো মোক দিয়ক। মই কেতিয়াবা মোৰ ঠিকনাটো বিচাৰি পালে আপোনালৈ পঠাই দিম।"

আলোকে তাৰ নাম আৰু ঘৰৰ ঠিকনা ক'লে। তাৰপিছত ক'লে, "আহিলো তেন্তে দেই। আপুনিতো ইয়াত নেনামে।"

ছোৱালীজনীয়ে ক'লে, "এৰা আজি আৰু আপোনাৰ ঘাটত নেনামিলো। আৰু কেতিয়াবা লগ পালে, সেইবাৰ নামিম বাৰু!"

আলোক নামি গ'ল। ছোৱালীজনী বেলিঙৰ কাষলৈ আহিল।

অলপপৰৰ পিছত জাহাজখন এৰি দিলে। ছোৱালীজনীয়ে দেখিলে প্ৰভাতৰ বগা পোহৰবোৰ চকুমুখত সানি আলোকে ঘাট এৰি অহা জাহাজখনৰ ফালে একেথৰে চাই আছে।

চকুৰে মনিব পৰালৈকে ছোৱালীজনীয়ে তালৈ চাই থাকিল। জাহাজ ক্ৰমে দূৰলৈ আঁতৰি গ'ল।

## । চৈধ্য ।

নিশাইতৰ ঘৰৰ দুৱাৰমুখত বৈ আলোকে সকৈ মাতিলে—“নিশা টোপনি গ'লা নেকি? নিশা?”

বাতি ভেতিয়া এবাৰ বাজি গ'ল। জিচেৰ মাছৰ বাতি এখাৰ বজাত বহুত বাতি।

আলোকৰ মনটো ভাবাক্রান্ত, উদাস। একো সি ঠিককৈ বুজিব পৰা নাই। সি কি কৰিছে? কি কৰিব খুজিছে? জীৱনত সি কেৱল ভুলকে কৰিবনে কি? কিন্তু ভুলবোৰ জানো সি নিজে কৰিছে? অৱস্থা মানুহতকৈ সদায় বেছি শক্তিশালীনে? তেনেহলেতো জীৱনৰ ওপৰত অৱস্থায়েই সদায় জয়ী হ'ব? মানুহৰ শক্তিৰ পৰিচয় ক'ত? কেৱল বাৰে বাৰে পৰাজিত হোৱাত?

আলোকে বুকুখনৰ ভিতৰত এটা মৰ্মভেদি নিষ্ঠুৰ বেদনা অনুভৱ কৰিলে।

অৱস্থাৰে অন্য নাম ঈশ্বৰ নেকি?

বাহিৰত ঘন কুঁৱলী আছিল, লাইটবোৰ দুৰ্বলভাৱে জ্বলি আছিল। ৰাতিটো অপ্ৰফুল্ল, গোমোঠা।

আলোকে আকৌ সকৈ কিন্তু স্পষ্টভাৱে মাতিলে—“নিশা?”

হঠাৎ নিশাই সাৰ পালে। মূৰৰ কাষৰ মেজখনৰ ওপৰত জ্বলি থকা লেম্পটো বঢ়াই দি নিশা উঠি আহিল।

“মামা নেকি?”

“এৰা, মষে নিশা।”

ভিতৰ সোমাইলৈ আলোকে মনৰ সকলো বল দি নিশাৰ মুখলৈ চালে। নিশাৰ মুখখন শুকান, ৰুক্ষ। চুলিবোৰত কেইবাদিনো তেল দিয়া নাই। শুকান ওঠ দুটাৰে কিবা ক'বৰ চেষ্টা কৰিলে—হয়তো হাঁহিবলৈ চেষ্টা কৰিলে। কিন্তু দুয়োটাৰ এটাও নিশাই কৰিব নোৱাৰিলে। হঠাৎ নিশাৰ চকুদুটা পানীৰে ভৰি পৰিল।

“নিশা—”

চকুপানীখিনি মচিবৰ চেষ্টা নকৰি নিশাই ক'লে—“আহক ভিতৰলৈকে।”

মাজৰ কোঠালিত দুইকুৰা উমি উমি জ্বলি আছিল। জলা অঙ্গাৰবোৰৰ ওপৰত ছাঁই দি থোৱা আছিল। দুইকুৰাক মাজত লৈ নিশা আৰু আলোক

দুয়ো মুখামুখীকৈ তুখন সক চাপৰ বেতৰ চকীত বহিল। নিশাই জুইকুৰা অলপ বেছিকৈ জলাই দি কাষতে থকা চাহৰ সক কেট্‌লিটো একাষে দিলে।

নিবৰ ৰাতি। জুইকুৰাৰ কোনো শব্দ নাই। বাহিৰত গছপাতৰ পৰা টুপুৰ-টুপুৰকৈ নিয়ৰ সৰাৰ শান্ত শব্দ। জুইকুৰাৰ অঙঠাবোৰৰ পোহৰত আলোক আৰু নিশাৰ বেদনাক্লিষ্ট, উত্তেজিত মুখকেখন ৰঙা পৰি উঠিছে। কাৰো মুখত কোনো কথা নাই।

ভালেমান পৰৰ নিবৰতাৰ মূৰত বহুত যত্নেৰে আলোকে মাতিলে— "নিশা!"

নিশাই চকু দুটা তুলি আলোকৰ মুখলৈ চালে।

—"নিশা"—

লাহে লাহে নিশাই ক'লে—"মই ক'ব পাৰো। আজি মায়াৰ চিঠি পাইছো।"

আলোকৰ বুকুত যেন কোনোবাই বৰ শকত গধূৰ শিল এচটাৰে হেঁচি ধৰিছে। তাৰ যেন উশাহ বন্ধ হৈ যাব খুজিছে।

"মায়াই তোমালৈ লিখিছে? কি লিখিছে?"

"সকলো লিখিছে।"

"এৰা, তেনেহলে বুজিছাই। সকলো শুনে নেকি?"

"শুইছে। আজি পুৱাতে আপুনি আহিল, তথাপি আমাৰ ঘৰলৈ আহিছে এই দুপৰ ৰাতি।"

"ইয়ালৈকে বুলি পোনাই আহিছিলো। পিছে উকীলৰ ল'ৰাটোৱে পালে। সি একপ্ৰকাৰ জোৰ কৰিয়ে মোক টানি লৈ গ'ল। আগৰ ছাত্ৰ আছিল নহয়। তাৰ পিছত ইজন-সিজনকৈ মানুহ আহিয়ে আছে। তুমিও কিন্তু যাবা বুলি আশা কৰিছিলো।"

"নহয়, প্ৰথমে গৈ ভাতে লোমোৱাৰ কাৰণে মই যেন্না পোৱা নাই। আজিৰ দিনটো কিয়, কালিলৈও ভাতে থকা হ'লেও মই যেন্না নেপাওঁ।"

"বাক দিয়া আজিয়ে আহিলো। এতিয়া কোৱাচোন খবৰ-বাতৰি।" পৰিস্থিতিটো লঘু কৰিবৰ কাৰণে আলোকে ক'লে।

"এইকালৰ খবৰবোৰ পাইছে?"

"পাইছো, মায়াই লিখিছিল। সকলো সঁচা তেন্তে?"

নিশাই একো নেমাতিলে। তাই আলোকৰ কাৰণে এপিয়লা চাহ কৰিলে আৰু জুইৰ কাষতে তাক দিলে।

“ডাক্তৰৰ লগত মোৰ বেছিদিনৰ চিনাকি নহয়। তথাপি জানো—ডাক্তৰ এজন বৰ ভাল মানুহ।”

বাধা দিয়াৰ সুৰত নিশাই ক'লে, “অন্য কথা কওঁকচোন, কওঁকচোন— আপোনাৰ কথা। মোলৈতো কোনো চিঠি-পত্ৰকে নিদিয়ে।”

“জনাবলগীয়া একো নাছিল কাৰণেই তোমালৈ কোনো চিঠি দিয়া নাছিলো।”

“জনাবলগীয়া থাকিলেহে মানুহে মানুহলৈ চিঠি দিয়েনেকি? দ'-এতিয়া আপুনি কি কৰিছে বাৰু মামা?”

“ঠিক একো কৰা নাই। কৰিম বুলিছোহে।”

“কি কৰিব?”

“ভুলকৈয়ে হওক বা ভালকৈয়ে হওক, এবাৰ যেতিয়া ৰাজনীতিত নামিলো সেই পথকে লব লাগিব।”

“ৰাজনীতি জানো কিবা কাম? আপুনি থাব কেনেকৈ?”

“এৰা, মই তাকেই ভাবিছো নিশা। আমাৰ দেশত খাবলৈ থকা দলটো ৰাজনীতি কৰেই, খাবলৈ নথকা বোৰেও ৰাজনীতি কৰিবলগীয়া হয়।”

“কিয় আপুনি কবিতা নিলিখেনেকি আৰু?”

“কবিতা? সিওটো ৰাজনীতি কৰাৰ লৈতে একে কথা। অসমৰ সাহিত্যিক সকলে অন্য কিবা নকৰিলে, খাবলৈ ভাতৰ যোগাৰ কৰিব নোৱাৰে।

“তেন্তে আজিকালি আপুনি লেখা-মেলা নকৰা হ'ল।”

“একেবাৰে এৰি দিয়া নাই। পিছে কিনো লিখিম তাকে সেখোন ঠিৰাং কৰিব পৰা নাই। দিনবোৰ যে ইমান সলনি হৈ গৈছে। আগৰ নিচিনা লিখা আজিকালি অচল।”

“তেন্তে সলনি হোৱা দিনবোৰৰ কথাকে লিখক। আপুনিওতো সলনি হৈছে। নাই হোৱা জানো?”

“সকলোৱেই সলনি হৈছে। মই, তুমি—সকলো। কিন্তু বাহিৰ জগতখনৰ যিমান সোনকালে আৰু যিদৰে পৰিবৰ্তন হয়, আমাৰ অন্তৰৰ জগতখনৰ সিমান সোনকালে পৰিবৰ্তন কৰা টান। সেইকাৰণেই সলনি হোৱা দিনবোৰৰ কথা লিখা সহজ যেন লগা নাই। বাৰু, মই যাও নিশা। ৰাতি বহুত হ'ল।” আলোকে কৈ নিশাৰ মুখলৈ চালে।

“যায়? তাৰমানে আপুনি মোক কেৱল দেখা কৰিবলৈহে আহিলে, ইয়াত আজি নোথাকে? আৰু আহিছেও ৰাতি এঘাৰ বজাত।”

"মানে, কথা হ'ল কি জানা ?"

"কথা হ'ল কি জানো। জাহাজ ঘাটৰ পৰা পোনে পোনে আমাৰ ঘৰলৈ নাহি যেতিয়া আপুনি অন্তৰ ঘৰলৈ বাট ললে, তেতিয়াই বুজিলো কথা কি হৈছে।"

"অ' তোমাৰ খঙেই উঠিছে ছাগৈ। এতিয়া ৰাতি বহুত হ'ল, অন্তক আমনি কৰা জানো ভাল ? তেওঁলোকে তাতে শোৱাৰ কথা ক'লে কাৰণেহে।"

"বুজিছো মামা, আমি এতিয়া অন্ত হ'লো নহয় ?"

অলপপৰ দুয়ো মনে মনে থাকিল। এটা হেঁচি ৰখা উত্তেজনাত নিশাৰ মুখখন ৰঙা হৈ পৰিছিল। হঠাৎ নিশা শান্ত হৈ পৰিল আৰু লাহে লাহে ক'লে,—"ভাল তেনে থাওকগৈ। যাওগৈ বুলিলেনো কেনেকৈ ৰাখিম ? টান কথা ক'লো, বেয়া নেপাব দেই মামা।"

কথাখিনি শেষ কৰি নিশা পিফালৰ কোঠাটোলৈ গ'ল আৰু অলপ পৰৰ পিছতে ঘূৰি আহি ক'লে, "সেইটো কোঠাত শোৱকগৈ। বিছনা পৰা আছে। এঘাৰ বাজিবৰ হ'ল।" নিশাৰ কথাষাৰত আছিল আদেশৰ সুৰ।

হঠাৎ আলোকৰ মনটো এটা তৃপ্তিৰে ভৰি উঠিল। সি উজ্জ্বল চকুদুটা তুলি নিশাৰ মুখলৈ চালে। নিশাই আগফালৰ দুৱাৰখন বন্ধ কৰি আহি কুঁজা হৈ আলোকৰ কাষতে বৈ দুমুৰা জুইকুৰাত কাষৰ ভুঁহবোৰ তুলি দিলে।

"তেন্তে মই থাকিব লাগিব নিশা ?" নিশাৰ হাতখনত ধৰি আলোকে সুধিলে।

"এৰা, আজি ৰাতিটোৰ কাৰণে থাকক। মই খুব সোনকালে জগাই দিম। উঠি মুখ নোধোৱাকৈয়ে লৰ মাৰিব।"

খুকখুকাই নিশাই হাঁহি উঠিল। আলোকেও নেহাঁহি নোৱাৰিলে।

। পোন্ধৰ।

ৰাতি আৰু দিনৰ মাজত বহুত পাৰ্থক্য আছে। ৰাতিৰ কোমল অনুভূতিবোৰক দিনত কেতিয়াবা বৰ লঘু আৰু হাস্যাস্পদ যেন লাগে। দিনটো যেন ৰাতিতকৈ বেছি সত্য, বেছি বাস্তৱ। বেছি উজ্জ্বল। ৰাতিয়ে মানুহক দুৰ্বলো কৰে নেকি ?

পিছদিনা দেখিকৈ জই উঠিও আলোকৰ বিশেষ অস্বাভাৱিক যেন নেলা-

গ'ল। হয়তো ইতিমধ্যে নিশাই দুই তিনি পাক মাৰি গ'লহি সি বাৰ পাইছেনে চাই।

দিনত যেন সকলো সহজ হৈ পৰিছে। সি আৰু এতিয়া স্কুলমাষ্টৰ আলোক নহয়। পলাতক ৰাজনৈতিক কৰ্মী আলোকো নহয়। সি এতিয়া মুক্ত আলোক —সি কবি আলোক, ভাবুক আলোক—কাৰোবাৰ মৰম বিচৰা ডেকা আলোক। তাৰ ৰুদ্ধ কল্পনা আকৌ পাখি মেলি আকাশলৈ উৰিছে। তাৰ তাৰুণ্যৰ ৰামধেনু ৰূলীয়া হৈ উঠিছে। হয়তো শুই উঠি পুৱাৰ নতুন পোহৰত সি বাহিৰ নিশাজনীক আৰু বেছি ধুনীয়া দেখিলে। নিশাৰ এটা বিশেষত্ব আছে, এটা সহজ সৌন্দৰ্য্য আছে, এটা কমনীয়তা আছে, যিটো সি সভাই, সমিতিয়ে, ঘাটে-বাটে পোৱা আন কোনো ছোৱালীৰে নাই দেখা।

"কি চাই আছে, মুখ হাত ধোৱক।" প্ৰায় আদেশৰ সুৰতে তাইৰ মুখলৈ চাই থকা আলোকক নিশাই ক'লে।

এই সুৰটোতো আলোকে নিশাৰ মৰম-মিহলি ব্যক্তিত্বটোৰ এটা আভাস পালে।

চাহ খোৱাৰ পিছত আলোক আৰু মহেন্দ্ৰ কেৰেণীয়ে ভালেমানপৰ নানা কথা বতৰা পাতিলে। কথা প্ৰসংগত কেৰেণীয়ে নিশাৰ বিয়াৰ কথাও উলিয়ালে। ডাক্তৰ শ্ৰীকণ্ঠৰ লগত নিশাৰ বিয়াৰ সকলো ঠিক হৈয়ে আছে। সোনকালে বিয়াখন পাতি পেলাব পাৰিলেই তেওঁ ৰক্ষা পায়। ডাক্তৰো কামৰ মানুহ। সৰহদিন ছুটী নেপায়।

আলোকে নিৰ্ব্বিকাৰ কণ্ঠে আৰু সহজভাৱে ক'লে যে সংবাদটো পাই সি বৰ আনন্দ পাইছে। ডাক্তৰক সি চিনি পায়। তেওঁ বৰ ভাল মানুহ। নিশাইও সুখী হ'ব নিশ্চয়।

মহেন্দ্ৰ কেৰেণীয়ে ক'লে, "সকলো ভগৱানৰ হাতত। তাইৰে কিজানি কপাল ভাল। নহলে শ্ৰীকণ্ঠৰ নিচিনা ল'ৰা আমাৰ ঘৰলৈ আহিব বুলি ভাবিবই নোৱাৰি।"

"নিশানো কি বেয়া ছোৱালীজনী"—আলোকে ক'লে। তামোলৰ বটাটোলৈ নিশা ভিতৰৰ পৰা আহিছিল। আলোকৰ কথাষাৰ শুনি বৈ গ'ল।

"তোমাৰ নিজৰ বিষয়ে পিছে কি ভাবিছা?" মহেন্দ্ৰ কেৰেণীয়ে সুধিলে।

"কিবা এটা কৰিব লাগিব। ঘৰৰ অৱস্থাটো আপুনি জানেই। কিন্তু কি কৰো এতিয়াও ঠিক কৰিব পৰা নাই।"

"এৰা, এনেয়ে থাকিলে আজিকালি এদিনো চলিব নোৱাৰি। পিছে

বিভাবেবা আছে যেতিয়া তোমাৰ বেছি চিন্তা কৰিব নেলাগিব। বিষানক ক'তো মৰণ নাই।" তাক আশ্বস্ত কৰিবৰ কাৰণেই যেন কেবেণীয়ে ক'লে।

"আজিকালি বিষান মধ্যবিত্ত শ্ৰেণীবেই বিপদ আটাইতকৈ বেছি। সৰহ ধন নহ'লে কোনো ব্যৱসায়তে হাত দিব নোৱাৰি, সুবিধাজনক চাকৰিও পোৱা নেযায়।"

নিশা তামোল লৈ সোমাই আহিল। অকণমান পৰ এনেয়ে বহি আকৌ কেবেণীয়ে ক'লে—"তোমালোকে কথা পাতাইক, মই আহিছো।"

কেবেণীৰ অফিছলৈ যাবলৈ ওলাবৰ হ'ল। নিশা বহিল, "কি কৰিব পিছে এতিয়া?" নিশাই সুধিলে।

"প্ৰথমতে তোমালোকৰ বিয়া-চিয়া খাই লওঁ। তাৰপিছত চিন্তা কৰা হ'ব।"

নিশা অলপ বঙা পৰিল।

"মোৰ লগত আপুনি কোনোদিনেই পোনকৈ কথা নেপাতে!"

"জানা নিশা, যেতিয়াৰ পৰা মানুহে কথা কবলৈ আৰম্ভ কৰিলে, তেতিয়াৰ পৰা মানুহ কৃত্ৰিম হ'ল। মানুহে মনৰ ভাববোৰ পোনপটিয়াভাবে প্ৰকাশ নকৰি বেঁকাকৈ প্ৰকাশ কৰিবলৈ ধৰিলে। কথা মানুহে কিয় কয় জানা?"

একো নকৈ নিশাই আলোকৰ মুখলৈ চালে।

আলোকে ক'লে—"মনৰ ভাব লুকুৱাবৰ কাৰণেই মানুহে কথা কয়। মানুহৰ ভাব প্ৰকাশৰ সকলো মাধ্যমৰ ভিতৰত শব্দৰ মাধ্যমেই আটাইতকৈ দুৰ্বল।"

"মই সিমানবোৰ বুজো। কথাৰে মানুহে মনৰ ভাব প্ৰকাশ কৰে, আমি সিমানকেহে জানো।"—নিশাই ক'লে।

"কথাৰে মানুহে মনৰ ভাব গোপন কৰে, সেইকথা যেন্তে নেজানা?"

নিশাই তলমূৰ কৰিলে। আজি আলোকে কথাবোৰ অন্তৰকমে কোৱা আৰম্ভ কৰিছে। আলোকে নিশালৈ চালে। নিশা শান্ত। আলোকৰ মনত এনে লাগিল যেন নিশাৰ নিচিনা ছোৱালী এজনীয়ে মনৰ ভাব গোপন কৰিবৰ কাৰণে কথা নকয়—প্ৰকাশ কৰিবৰ কাৰণেই কয়। কিন্তু কি ভাবিব লাগে হয়তো নিশাই আজিও শিকা নাই।

আলোকে ক'লে—"আজিয়ে যামগৈ বুলি ভাবিছিলো, কিন্তু আজি আক যোৱাটো নহ'বগৈ কিজানি—"

নিশাই তেতিয়াও একো নক'লে।

আলোকো মনে মনে থাকিল।

দুৱোৰে মাজৰ নিৰৱতাখিনি স্পষ্ট হৈ উঠিল। লাহে লাহে নিশাই ক'লে—"আপুনি কি কৰিব ?"

আলোকে বাহিৰৰ ফালে চাই আছিল। সি ক'লে,—"মই কি কৰিম কওক নিশা ?"

নিশাই তাৰ চকুলৈ চালে। বাহিৰলৈ চাই আলোকে কিবা এটা ভাবি আছে। নিশাই কিবা এটা ক'ব খুজিছিল, এনেতে মায়া সোমাই আহিল।

মায়াক দেখি নিশা অলপ অপ্ৰস্তুত হৈ পৰিল, কিজানি চঞ্চলা মায়াজনীয়ে কি কৈ দিব এতিয়া।

মায়া কিন্তু অভাবনীয়ভাৱে শান্ত। তাই যেন এজনী বয়স্থা তিৰোতা। আৰু তাইৰ সন্মুখত যেন আলোক আৰু নিশা এহাল সৰু ল'ৰা-ছোৱালী।

শান্তভাৱে চকীখনত বহি মায়াই ক'লে—"ৰাতি আপুনি ইয়াতে থাকিব ?"

"ৰাতি বহুত হ'ল নহয়—"

"মই জানিছিলো, আৰু নিশাওতো ইমান অভদ্ৰ নহয় যে ৰাতি এঘাৰ বজাত আকৌ আপোনাক আমাৰ ঘৰলৈ পঠাই দিব! এতিয়া পিছে আমাৰ ঘৰলৈ এবাৰ যাব জানো ?"

মায়াৰ গাম্ভীৰ্য্য নিশাৰ অলপ অস্বাভাৱিক যেন লাগিল। নিশাই অলপ শান্তভাৱে ক'লে—"তই জানো মামাক লৈ যাবৰ কাৰণেই অহা নাই ?"

"তই এৰি পঠিয়ালেহে মই লৈ যাব পাৰো—"

"মই জানো ধৰি ৰাখিছো। এতিয়াই যাব নেকি মামা ?"

মায়াই ক'লে—"এতিয়াই যাব নলাগে। মই তেওঁক লৈ যাবৰ কাৰণে অহা নাই। তই নিজেই ৰান্ধি আজি দুপৰীয়াৰ ভাতসাজ খুৱা। আজিতো তই ঘূৰাবলৈ নেপাবি।"

মায়াই আলোক আৰু নিশাৰ মুখলৈ এবাৰ চাই, ভিতৰ সোমাই প'ল।

এবাৰ মাথোন আলোকৰ চকুলৈ চাই নিশাই অনুভৱ কৰিলে। মায়াৰ সহজ কথাবোৰে যেন তাইক নিষ্ঠুৰভাৱে আঘাত কৰিলে।

নিশাৰ জীৱনলৈ নতুন দিন আহিব। কিন্তু সেই দিনবোৰে তাইৰ কাৰণে কেৱল নতুন নতুন বেদনাৰ অভিজ্ঞতাকে আনিবনেকি ? আলোকৰ অপূৰ্ণ জীৱনটোক পূৰ্ণ কৰি তোলাৰ কোনো সাধন তাইৰ হাতত নাই। আলোকে জীৱনত কিহবাৰে অপেক্ষা কৰিছে তাই নেজানে। মাথো এটা কথাকেই তাই স্পষ্টভাৱে উপলব্ধি কৰিছে যে তাই আহি জীৱনৰ এটা বাটৰ মোৰোতাত

ৰৈছেছি, ব'ভ তাইৰ গতিয়ে নতুন পথ লব—আলোকৰ জীৱনৰ পৰা এবাই তাই ডাক্তৰ শ্ৰীকণ্ঠৰ জীৱনৰ লগত খোজ মিলাই আগবাঢ়িব লাগিব।

আলোকে হয়তো অন্যকিবা কথা ভাবি আছিল। অলপপৰৰ মূৰত আলোকে ক'লে—

"নিশা—"

"কি মামা?"

"তুমি বন্ধা ভাত এসাজ খাই যাওঁ, নহয় জানো?"

একো উত্তৰ নিদি নিশা লাহেকৈ ভিতৰলৈ উঠি গ'ল।

আলোক বহি আছিল। নিজকে তাৰ এজন প্ৰাচীন দাৰ্শনিক যেন লাগিল। তাৰ চকুৰ আগেদি পাৰ হৈ গৈছে পাখিলগা দুৰন্ত যৌৱনৰ কাৰাভান, পাৰ হৈ গৈছে শীত-বসন্ত, শৰত-হেমন্তৰ নানা বৰণীয়া পালতৰা নাও, পাৰহৈ গৈছে মিলনৰ উৎসৱ আৰু বিচ্ছেদৰ ক'লা ডাৱৰ।

আলোকৰ নিজকে অকলশৰীয়া যেন লাগিল অকাৰণতে। তাৰ মনটো বিষন্ন হৈ উঠিল। সি উঠি থিয় হ'ল আৰু বাহিৰৰ ফালে চালে। মুকলি এখন নীল আকাশ আৰু মুকলি এখন বহল পৃথিৱী।

তাৰ মনটো অলপ প্ৰফুল্ল যেন লাগিল। শূন্য উদাস আকাশখনৰ জানো সৌন্দৰ্য্য নাই? তাৰ জীৱনৰ পথ সুকীয়া। সেই পথত অৱসৰ নাই, শান্তি নাই, ব'বৰ ঠাই নাই। বাহিৰত নতুন জীৱনৰ জোৱাৰ। তাত জঁপিয়াই পৰিব লাগিব। শান্তি নাই, শান্তি নাই!

মামা ভিতৰৰ পৰা ওলাই আহিল, হাতত এখন বহী।

"আপোনাৰ এই বোৰা কবিতাবোৰ—"

"অ'-সেইবোৰ এতিয়াও আছে নহয়? মই হেৰাই গৈছে বুলিয়ে ভাবিছিলো।" আলোকে ক'লে।

"নিশাই ভালকৈ থৈ দিছিল। আপোনাক লাগিব নহয়?"

"লাগিব। অৱশ্যে এইবোৰ কবিতা কিজানি আজিকালি প্ৰকাশ কৰিবলৈ সুবিধাজনক নহ'ব। দিনবোৰযে ইমান বেগাই সলনি হৈছে।"

"কিন্তু সেই অনুপাতে মানুহবোৰ সলনি হৈছে জানো?" মামাৰ প্ৰশ্নত আলোকে হাঁহিলে।

"মানুহ সলনি হৈছে কাৰণেইতো দিনবোৰৰ নতুন ৰূপ দেখিছো। কালিৰ বিদ্ৰোহী আজি হৈ পৰিছে শান্ত, কালিৰ বন্দী আজি মুক্ত, সিদিনাৰ ভাববিলাসী কবি আজি হৈ পৰিছে বাস্তৱৰ উপাসক। ইমান বেগাই মানুহৰ জীৱনৰ গতি

সলনি হৈছে যে মানুহৰ প্ৰকৃত অভিব্যক্তি কোনটো বুজিবলৈও টান হৈ পৰিছে।"

একো নকৈ মায়াই মাত্ৰ হাঁহিলে।

মায়াই ভাবিলে পৃথিৱীখন বৰ পুৰণি। আলোক কবি। তাত যি পৰিবৰ্তন ঘটিছে সি অতি সামান্য। পৰিবৰ্তন ঘটিছে কেৱল নিজৰ মনৰ ভিতৰত। কিন্তু মায়াই একো নক'লে।

নিশা ভিতৰৰ পৰা ওলাই আহিল।

"আপোনাৰ কবিতাৰ বহী পাইছে ?"

আলোকে কিবা ক'ব খোজোতেই মায়াই কৈ উঠিল—"পাইছে পাইছে। তইতো নেথাক, এতিয়া তেখেতৰ আগ্ৰহ এই কবিতাবোৰেই।"

নিশা বঢ়া পৰিল।

মায়াই হাতত অতপৰে লৈ থকা কাগজখিনি আলোকৰ হাতত দি ক'লে—"লওক, এইখিনি ৰাখক। তাত থাগে আহিব যেতিয়া, দিনত আকৌ আমাৰ ঘৰৰ বাটটো চিনি পাব নহয় ?"

মায়া ওলাই গ'ল। আলোকে এবাৰ নিশাৰ মুখলৈ চালে। তাৰপিছত নিজকে কোৱাদি ক'লে—"মায়া ছোৱালীজনীক তুমি বুজিব পাৰানে নিশা ?"

নিশা নিৰুত্তৰ······

• • • •

ৰাতি ভাত-পানী খাই উঠি আলোক আহি মায়াইতৰ পটিকতে বহিলহি। আৰ পৰিছে। দুৱাৰ-খিৰিকী বন্ধ কৰি ৰখাৰ কাৰণে ভিতৰত অলপ উম আছে।

তামোলৰ বটাটো আলোকৰ ফালে আগবঢ়াই দি মায়াই ক'লে—"মই কি ভাবো জানে ?"

"কোৱাচোন—"

"বেয়া পাবনেকি ?"

"ওহো, বেয়া আকৌ পাম কিয় ?"

"নিশাই যিদৰে আপোনাক ওচৰৰ পৰা চিনি পাবৰ সুবিধা পাইছিল, মই নাই পোৱা, মই আপোনাক দূৰৰ পৰাহে লগ পাইছো—"

মায়াই কি ক'ব খুজিছে আলোকে একো ধাৰণা কৰিব নোৱাৰিলে। সি কৌতূহলেৰে মায়াৰ মুখলৈ চালে।

"কিন্তু মই ভাবো, মই আপোনাক যিমানখিনি বুজিব পাৰিছো নিশাই সিমানখিনিও আপোনাক বুজিব নোৱাৰিলে। আপুনি কি ভাবে ?"

"মই ?  মই তোমাৰ প্ৰশ্নটো বুজাই নাই মায়া।"

মায়াই হাঁহি ক'লে—"মোৰ প্ৰশ্নটো আপুনি নিশ্চয় বুজিব পাৰিছে ; কিন্তু উত্তৰটো কি দিব ভাবি পোৱা নাই।"

মায়া মনে মনে থাকিল আৰু আলোকৰ কালে নোচোৱাকৈয়ে ক'লে—"নিশাৰ বিয়াৰ আগতে শেষ দেখাদি যাবৰ কাৰণেই আপুনি আহিল, অথচ নিশাই আপোনাৰ মনটো অকণো বুজি নেপালে।"

"হয়তো বুজিব লগা একো নাইও, মায়া।"

তীব্ৰভাবে আলোকলৈ চাই মায়াই ক'লে—"আপোনাক সান্ত্বনা দিবৰ চেষ্টা কৰি মই আপোনাক বেদনা দিবলৈ নিবিচাৰো। কিন্তু নিশাই যিদিনা আপোনাক বুজি পাব, সেইদিনা বহুত পলম হৈ যাব হয়তো।"

আলোকে তলমূৰ কৰিলে। গাভৰু কথা নলগা মায়াজনীয়ে এইবোৰ কি কথাৰ অৱতাৰণা কৰিছে আজি!

"তুমি কি ভাবিছা মই নেজানো মায়া, কিন্তু এইটো জানো যে নিশা আৰু আমাৰ জীৱনৰ পথ বেলেগ বেলেগ।"

"সেইকথাকে মই আপোনাক ক'ব খুজিছিলো। আপুনি বুজিছেই। ময়ো ভাবিছো, আপোনাৰ জীৱনৰ পথ স্বকীয়া। শেষ পৰ্য্যন্ত আপুনি ৰাজনীতি কৰিবনে নকৰে আৰু কৰিলেও কি ৰাজনীতি কৰিব, সেইটো এতিয়া কবলৈ টান। কিন্তু আপুনি কবি মানুহ, সাহিত্য সাধনাই আপোনাৰ জীৱনৰ অৱলম্বন। মোৰ মনেৰে ভাব মাজেদিহে আপুনি নিজক প্ৰতিষ্ঠা কৰিব লাগিব।"

"প্ৰতিষ্ঠাৰ কথা মই ভবা নাই। বৰ্তমান ভাবিছো জীৱিকাৰ কথা। আমি যিদৰে সোঁতৰ বিৰুদ্ধে সাঁতুৰিছো, সেইদৰৰ কষ্ট আছেই।"

"আপুনি কি কৰিব পিছে ?"

"জীৱিকাৰ কাৰণে, কেইখনমান ইংৰাজী বাতৰি কাকতৰ লগত আৰু বাতৰি যোগনিয়াৰ প্ৰতিষ্ঠানৰ লগত লিখালিখি চলাইছো। সাংবাদিকৰ কাম বেয়া নহয়। স্বাধীনতা আছে, আত্মতৃপ্তিও আছে আৰু তাৰ যোগেদি দেশ আৰু সমাজৰ সেৱাও কৰা যায়।"

অলপপৰ মায়া মনে মনে থাকিল। তাৰপিছত ক'লে—"সম্প্ৰতি অন্ততঃ তেনেকুৱা কিবা এটাকে কৰক। বেয়া নহয়, কিন্তু মই ভাবো যে যুদ্ধৰ শেষত আমাৰ দেশলৈ ৰাজনৈতিক পৰিবৰ্ত্তন আহিব। তেতিয়া সংস্কৃতি-সাহিত্যৰ মূল্য বাঢ়িব। আপুনি যদি একাগ্ৰচিত্তেৰে সাহিত্য সাধনাত লাগি থাকে, তাৰ পৰা আপোনাৰ উপকাৰ হ'ব, দেশৰো উপকাৰ হ'ব।"

কথাখিনি কৈ শেষ কৰি মায়া বঢ়া পৰি উঠিল। কোনে কাক উপদেশ দিছে! আলোকে তানো মোৰ উপদেশ, পৰামৰ্শ বিচাৰিছে? উপদেশ দিবৰ যোগ্যতা তানো মোৰ আছে, অধিকাৰেই বা ক'ত আছে?

গভীৰ, চিন্তান্বিত ভাবে লাহে লাহে আলোকে ক'লে—"মায়া, তোমাৰ দৰেই মাজে মাজে চিন্তা কৰো, কিন্তু যুদ্ধৰ পিছত দেশৰ অৱস্থা যে কেনে হ'ব তাৰ কোনো স্পষ্ট ধাৰণা মই কৰিব পৰা নাই। অৱশ্যে সাহিত্য সাধনা জোৰ কৰি কৰো বুলি যিদৰে কৰিব নোৱাৰি, এৰো বুলি তেনেকৈ এৰি দিবও নোৱাৰি। কিন্তু অসমত সাহিত্যৰ যোগেদি জীৱন নিৰ্ব্বাহ কৰাৰ দিন আহিবলৈ আৰু বহুতদিন লাগিব। গতিকেই যদি প্ৰেছ, কৰেচপণ্ডেণ্ট হ'ব পাৰো হয়তো লগে লগে অলপ লিখা-মেলাও কৰি থাকিব পাৰিম। আৰু সুবিধা কৰিব পাৰিলে Law টোও পঢ়ি পাছ কৰো বুলি ভাবিছো।"

ভালেমান পৰ মায়া আৰু আলোক মনে মনে বহি থাকিল। দুয়ো নিজ নিজ ভাবত আমগ্ন। বাহিৰৰ ভাব আৰু নিৰৱতা গাঢ় হৈ আহিছিল। জীৱনৰ মূল দাবীক অস্বীকাৰ কৰি কেৱল জীৱিকাৰ প্ৰয়োজনত জীৱনৰ গতি পৰিবৰ্ত্তন কৰাৰ পক্ষপাতি মায়া নহয়, কিন্তু আলোকে ভাবিছিল একে মাটিৰ বুকুৰ পৰাই অবাঞ্ছনীয় ঘাঁহো গজি উঠে আৰু সুন্দৰ ফুলো গজি উঠে। ঘাঁহে ফুলৰ পথ ৰুদ্ধ কৰিব নোৱাৰে, হয়তো সামান্য বাধাৰ সৃষ্টি কৰিব পাৰে। জীৱনকেই যদি জীয়াই ৰাখিব নোৱাৰে, তেন্তে কবিতাই কি উদ্দেশ্য সাধন কৰিব?

লাহে লাহে মায়াই ক'লে—"কালিলৈ আপুনি যাবগৈ নেকি?"

"কিয় মায়া?"

"বিশেষ কাম যদি নাই, কালিলৈ থাকক।"

"কাম অৱশ্যে নাই। কিন্তু থাকিনো কি কৰিম?"

"আপোনাৰ লগত এইদৰে কথা-বতৰা পাতি মোৰ ভাল লাগিছে। থাককচোন এদিন। আৰু কথা পাতিম।"

এইজনী সেই সৰু ছোৱালী মায়াজনী—পাত নলগা কথা কোৱা মায়াজনী। কথাত আত্মীয়ৰ সহজ আব্দাৰ।

আলোকে ক'লে—"মই বৰ এলেহুৱা হৈ পৰিছো, জানিছা মায়া। ক'ৰবাত বহিলে উঠিব নোৱাৰা হওঁ।"

মায়াই হাঁহি ক'লে—"এলেহুৱা মানুহৰ মনত সহজে কবিতাই ধৰা দিয়ে—নহয়?" আৰু দুআষাৰমান কথা পাতি মায়াই আলোকক শুবলৈ কৈ বাহিৰটোৰ কাৰণে বিদায় ল'লে।

বিচনাত দীঘল দি আলোকে ভাবিলে, শিক্ষিত মধ্যবিত্তৰ জীৱনত কাব্য চৰ্চাৰ অৱকাশ থাকিলেও প্ৰেম-প্ৰণয়ৰ ঠাই আছে জানো ? মোৰ জীৱিকাইকৈ জীৱন ডাঙৰ ; কিন্তু জীৱনতকৈ প্ৰেম ডাঙৰ নেকি ? নিশাই মোক নুবুজিলে। বুজাবলো কোনো প্ৰয়োজন নাই—সাৰ্থকতাও নাই। এই বুজাইতো কাৰো জীৱনলৈ কল্যাণ নানে। প্ৰেমৰ উপলব্ধিয়ে যদি অশান্তি আৰু অকল্যাণ মাতি আনে তাৰপৰা কাৰ লাভ হ'ব ? দুৰ্বল হ'লে নচলিব, স্বাৰ্থপৰ হোৱাৰ কোনো গৌৰৱ নাই। সঁচা নিশা, তোমাৰ জীৱনৰ পথ সুকীয়া, মোৰো সুকীয়া। বাটত লগ পোৱা বাটকৰাৰ এৰা-এৰিৰ সময় আহিল। শোক, অনুতাপৰ কোনো সাৰ্থকতা নাই। আকৌ আমাৰ কেতিয়াবা দেখাদেখি হ'ব। সেইদিনা মোক তুমি চিনিব পাৰিবাতো ? শ্ৰীকণ্ঠ ডাক্তৰৰ বাহুৰ মাজত তোমাৰ কাৰণে আছে নিৰ্ভীক আশ্ৰয়। তোমালোকে খোজ দিছা শিলেৰে বন্ধোৱা ৰাজআলিৰ ওপৰেদি। মোৰ জীৱনৰ পথ এতিয়াও আৱিষ্কাৰ হোৱা নাই। কিন্তু মই তোমাক আজিয়েই কৈ থলো নিশা—মোৰ এই জীৱনৰ বাটত কোনো নতুন সূৰ্যই পোহৰ নেপেলায়। মোৰ নিজৰ চকুৰ পোহৰেৰেই তাক পোহৰাই মই আগবাঢ়ি যাম। ক'ৰবাত কেনেবাকৈ কোনোবা বাটৰ কেকুঁৰিত যদি তোমাৰ লগত হঠাৎ দেখা হৈ যায়, মোক যেন ভুল নুবুজা। মই তোমাৰ বাটত থিয় নিদিও। মই মাত্ৰ দূৰত বৈ এবাৰ চাম, চাম তুমি কিমান সুখী হৈছা……”

আলোকে টোপনি যাবৰ চেষ্টা কৰিলে। ভাৱ-প্ৰৱণ সৰু ল'ৰাৰ নিচিনাকৈ কি ভাবিছো এইবোৰ……ৰাতিৰ কোলা আৰু মাতৃৰ কোলা একেই নেকি ? মাতৃৰ কোলাত আছে হেজাৰ নতুন আশাৰ গজালি—আৰু ৰাতিৰ কোলাত স্মৃতিৰ দ'ম দ'ম শোক-পকৰা। জোনাকি পকৰাবোৰৰ চকুত অবোধ হাঁহি।

* * * *

চিঠি সকলোৱে পৰা পাইছিল—শ্ৰীকণ্ঠ, নিশা, মহেন্দ্ৰকেৰেণী, মায়া সকলোৱে নিমন্ত্ৰণ জনাইছিল। কিন্তু আলোকৰ যোৱাৰ সুবিধা নহ'ল। নিশাৰ বিয়ালৈ আলোক আহিব নোৱাৰিলে।

ইতিমধ্যে আলোকে ঘৰ এৰিছিল। সাংবাদিকৰ নতুন জীৱন আৰম্ভ কৰি আলোক গ'ল কাৰ্যক্ষেত্ৰ—ডিব্ৰুগড়লৈ। মেডিকেল স্কুলৰ অলপ আঁতৰতে সৰু এটা ভাড়া ঘৰ লৈ আলোকে সংবাদ সংগ্ৰহ কৰি বাতৰি প্ৰতিষ্ঠানলৈ পঠোৱাত মনোযোগ দিলে। বৰ বেছি ঘূৰা-পকা কৰিব নেলাগিলেও যথেষ্ট তৎপৰতাৰে

আৰু সাৱধানেৰে বাতৰি প্ৰস্তুত কৰি পঠাওতে প্ৰথম অৱস্থাত আলোকৰ কিছু বেছি মনোযোগৰ প্ৰয়োজন হৈছিল।

তাৰ-প্ৰৱণ আলোকে সাংবাদিকৰ জীৱনৰ নতুন অভিজ্ঞতাৰ এটা সোৱাদ অনুভৱ কৰিলে, আৰু সি পঠোৱা বাতৰিবোৰ পিছদিনাৰ কাকতত নিয়মিতভাৱে প্ৰকাশ হোৱা দেখি তাৰ বৰ ভাল লাগিল। সভা-সমিতিবোৰত ঘূৰি, নেতা-উপনেতাৰ বক্তৃতাওতো মানুহে কাণ দি শুনে। অৱশ্যে ইয়াত এতিয়াও বহুতে সি থকাৰ গম নেপায়। নহ'লে সাংবাদিকৰ পৰিচয় এৰি সি নেতাৰ কাম কৰিব লাগিলহেঁতেন এতিয়া।

সিদিনা আগবেলাতে, আগদিনা ৰাতি নগৰৰ এচুকত জুই লগাৰ পূৰা বাতৰি লবৰ কাৰণে আলোক যাবলৈ ওলাইছিল। এনেতে পিয়নটোৱে কেইবাখনো চিঠি দি গ'ল। খুলি চাই সি দেখিলে নিশাৰ বিয়াৰ নিমন্ত্ৰণী চিঠি।

চিঠিকেইখন হাতত লৈ আলোক চকীখনতে বহি পৰিল। কোনো নতুন বাতৰি নহয়। সি সকলো জানে। সিদিনা মাথোন আজি অলপ দিনৰ আগতে সি নিশাৰ পৰা শেষ বিদায় লৈ আহিছে। সি ভাবিছিল, নিশাৰ বিয়াৰ নিমন্ত্ৰণী চিঠিয়ে তাক একো কৰিব নোৱাৰিব। কিন্তু আজি চিঠিকেইখন পঢ়ি বিশেষকৈ নিশাৰ সৰু চিঠিখন পঢ়ি তাৰ মনটো হঠাৎ মৰি গ'ল কিয়, তাৰ মনৰ সকলো উত্তম, আনন্দ এক মুহূৰ্ততে নোহোৱা হৈ গ'ল কিয়?

আলোকে অনুভৱ কৰিলে যেন তাৰ ডিঙিটো শুকাই গৈছে, যেন তাৰ মূৰটো অলপ ঘূৰাইছে। চিঠিখনৰ আখৰবোৰে যেন নাচিছে:

"পূজনীয় মামা!

আপুনি কিন্তু ফাঁকি দিলে নহ'ব। অকল আহিব লাগিব। আমনি পালেও এদিনৰ কাৰণে আহি যাব। এয়ে শেষ আমনি। আৰুতো আপোনাক আমনি নিদিওঁ। আপুনি নাহিলে কিন্তু চিৰদিনলৈ মোৰ অভিমান ৰৈ যাব।

মৰম আৰু সেৱা জনালোঁ,

আপোনাৰ মৰমৰ

—নিশা।"

একেবাৰে সাধাৰণ এখন ছোৱালীৰ চিঠি। অলপ আবাৰ, অলপ চেনেহ, অলপ অভিমান! আৰুতো বিশেষ একো নাই। বিয়াৰ কথা নিশাই চিঠিত উল্লেখ নকৰিলে, সিমান কণ লাজ থকা স্বাভাৱিক।

কিন্তু সাধাৰণ স্বাভাৱিক কথা থকা এই চিঠিখনেই আলোকক মৰ্মাহত কৰি তুলিলে। এই চিঠিৰ অৰ্থ কি? তাৎপৰ্য্য কি?

ইয়াৰ অৰ্থ—আজিৰ পৰা আলোকৰ জীৱনত নতুন যুগৰ সূচনা হ'ব। আলোকে এটা সম্ভাৱনাৰ পৰা বইছ্ছাবে নিজক আঁতৰাই আনি অন্য এটা অনিশ্চিতৰ বাবে প্ৰস্তুতি কৰিব। পৃথিৱীৰ কোনোৱে নেজানে যে আলোকৰ হিয়াৰ পৰম ক্ষতিৰ ক্ষণটোক আজি কিমান সহজভাবে আলোকে লব লগা হৈছে।

মোৰ হৃদয়ে জানো নিশাকেই বিচৰা নাছিল? এতিয়াও জানো নিবিচাৰে? কিন্তু আজিৰ পৰা এই কথা সম্পূৰ্ণ অৰ্থহীন হৈ যাব। আজিৰ পৰা এই কথা পৃথিৱীৰ অন্য কোনোৱে জনাটোও হ'ব দুৰ্নামৰ কথা—পাপৰ কাহিনী।

কিন্তু আলোকৰ প্ৰাণে যে নিশাকে বিচাৰিছিল সেইকথা আজি সি নিশাৰ পৰা গোপন কৰা কোনো প্ৰয়োজন বোধ নকৰিলে।

চিঠি তাৰ ঘৰৰ পৰা ৰিডিৰেক্‌টেড্ হৈ আহিছে। সি তাৰিখ চালে। ইতিমধ্যে নিশাৰ বিয়া হৈ গৈছে। আজি দুদিন হ'ল। তাৰ বিবাদৰ মাজতে অলপ হাঁহি উঠিব খুজিলে। নিশাৰ বিয়াৰ চিঠিখনো পালো বিয়াৰ দুদিনৰ পিছত।

আলোক বহাৰ পৰা উঠিল, চুটকেছটো মেলি চিঠিকেইখন ভৰাই থলে। ৰাতি ঘৰত জুইলগা ৰাতৰিটো সংগ্ৰহ কৰি পঠাব লাগে। অন্য ৰাতৰিও বিচাৰিব লাগে। একপ্ৰকাৰ আমোদেৰেই সি ভাবিলে: লোকৰ ঘৰত জুই লগাৰ বাতৰি, বাতৰি কাকতলৈ পঠাম। কিন্তু নিজৰ ঘৰত জুই লাগি ছাই হৈ যোৱাৰ বাতৰি পৃথিৱীৰ কোনোৱে নেজানিব! আনকি নিশায়ো! এটা প্ৰাচীন অদৃষ্টবাদীৰ দৰে সি নিজকে ক'লে—জলিবৰ কাৰণেই যাৰ জন্ম, তাৰ জলি যোৱাত আনন্দ নকৰিবৰ কোনো হেতু নাই। তাৰ উদাস লগা মনটোক অন্য চিন্তাত লগাবৰ সি চেষ্টা কৰিলে। জীৱনটো সক হ'লেও—চমু নহয়, বহুত সম্ভাৱনা আছে। ডাক্তৰৰ লগত নিশা সুখী হ'ব, নতুন নতুন আনন্দ আমোদৰ মাজত নিশাৰ জীৱন পূৰ্ণ হৈ উঠিব।

নাই, নাই, নিশাৰ কথা আৰু নেভাবো। কিন্তু তেন্তে কাৰ কথা ভাবিম? কাৰোবাৰ নহয় কাৰোবাৰ কথাতো ভাবিব লাগিব। কাৰ কথা? সেই আজলি মুছলমান ছোৱালীজনীৰ কথা? জাহাজত লগ পোৱা অবোধ্য ছোৱালীজনীৰ কথা? নে কোনো অনাগতা অপৰিচিতাৰ কথা?

সি আকৌ বহিল। বাতৰি বিচাৰি যাবলৈ তাৰ মনটো আগনেবাঢ়িল। সি প্ৰেছ টেলিগ্ৰামৰ ফৰ্মখন লৈ এনেয়ে এটা বাতৰি ড্ৰাফ্‌ট কৰিলে: "বজাৰত জুই লাগি বহুত ঘৰ পুৰিলে। জুই দুমাৰ পৰা নগ'ল। জুই কেনেকৈ লাগিবলৈ পালে, বুজিব পৰা নগ'ল। সকলোবোৰ পুৰি ছাই হৈ গৈছে—"

যুদ্ধ শেষ হ'ল। দেশত নতুন ৰাজনৈতিক আৰু অৰ্থনৈতিক সমস্যাই দেখা দিলে। চাকৰিত হাজাৰৰ হিচাবেৰে ৰিট্ৰেঞ্চমেণ্ট আৰম্ভ হ'ল। বাটে-ঘাটে নিবনুৱাৰ মিছিল।

আলোকে দেখিলে এই পৰিস্থিতিত স্থিৰ পদক্ষেপেৰে আগনেবাঢ়িলে এনে ভাওৰ ভুল হৈ যাব যাক শুধৰাবৰ সুযোগ হয়তো পিছত আৰু নেথাকিব। এতিয়াই নিৰ্ভুলভাৱে কৰ্তব্য স্থিৰ কৰি লব লাগিব। সাংবাদিকৰ সামান্য আৰ্জনেৰে পৰিয়াল আৰু নিজক পোহা সহজ কথা নহয়। আনহাতে চিৰদিন দুখৰ মাজত পৰি থকা তাৰ পৰিয়ালটোক আৰু দুখত পেলাই ৰখাটো আলোকৰ পক্ষে মূঢ়তাৰ পৰিচায়ক হ'ব। কিন্তু সাধাৰণ অৱস্থাতে আৰ্জন বৃদ্ধি কৰাটো কোনো উপায় আলোকৰ চকুত পৰা নাই।

'৪২ চনৰ গণবিপ্লৱ শেষ হৈ গৈছে। তাৰ পৰিণামৰ জমাখৰচ ভৱিষ্যতৰ ইতিহাসে কৰিব। কিন্তু তাৰ প্ৰভাৱ বিপ্লৱী দলৰ চিন্তাৰ ওপৰত বৈ গ'ল। সক্ৰিয় বিপ্লৱ শেষ হৈ গলেও জীৱনৰ মাজৰ পৰা বিপ্লৱৰ আদৰ্শ গুচাই নগ'ল। সি প্ৰকাশৰ নতুন বাট বিচাৰিলে।

কিন্তু আদৰ্শবাদেই আলোকৰ কাৰণে যথেষ্ট নহয়। আলোকৰ ওপৰত আছে পৰিয়ালৰ ভৰণ-পোষণৰ দায়িত্ব আৰু কৰ্তব্য।

আলোকে বুজিছে চৰকাৰৰ তলত চাকৰি পোৱাৰ আশা নাই, আলোকে নকৰেও, স্বাধীন জীৱিকাই আলোকৰ কাম্য। যুদ্ধ শেষ হৈছে, স্বাধীনতাৰ সংগ্ৰাম শেষ হোৱা নাই।

বিশেষ নেভাবি এদিন আলোকে ককায়েকহঁতৰ পৰা বিদায় লৈ গুৱাহাটীলৈ যাত্ৰা কৰিলে, হাতত কেইটামান টকা লৈ। গুৱাহাটীৰ পৰা আলোকৰ সহপাঠী নবীন তালুকদাৰে মাতি পঠিয়াইছে। শান্তিপুৰত নতুনকৈ পতা স্কুলটোত এজন শিক্ষক লাগে। যদি আলোক আহে ভাল হয়।

ঠিক এই স্কুলৰ চাকৰিটোকে কৰো বুলি নহয়, কিন্তু একো নকৰাকৈ বহা আমনি লগা অৱস্থাটোৰ পৰা মুক্তি পাবৰ কাৰণেই আলোকে গুৱাহাটীলৈ যোৱাৰ সিদ্ধান্ত কৰিলে। ঘৰত বিশেষ একো নক'লে।

আলোকে স্কুলত যোগ দিলে। লগে লগে সাংবাদিকৰ কামো চলাই গ'ল।

গুৱাহাটীৰ কাৰ্যক্ষেত্ৰ বহল। সাংবাদিকৰ কাৰণে সুযোগ যথেষ্ট আছে। তদুপৰি ভালেমান দিনৰ মূৰত আকৌ কিছুদিন গুৱাহাটীত থকাৰ সুবিধা হোৱাত আলোকৰ মনটোও মুকলি লাগিল।

নবীন তালুকদাৰে আলোকক বুজিছিল। গতিকে ক'লে যে যদি আলোকে প্ৰাইভেট টিউশ্যান কৰিব খোজে সি তাৰ দিহা কৰি দিব। কিন্তু আলোক ঘৰুৱা শিক্ষক হোৱাৰ পক্ষপাতী নাছিল। তাৰ পৰিবৰ্তে আলোকে আইন কলেজত নাম লগালে। হয়তো স্বাধীন ব্যৱসায় ওকালতি কৰি জীৱন আৰু আদৰ্শ দুয়োটাকে ৰক্ষা কৰিব পাৰিব। গোটেই জীৱন স্কুল মাষ্টৰী কৰি কটোৱা কথাটো আলোকে স্বীকাৰ কৰি লবলৈ টান পালে। শিক্ষকতাৰ মাজত আলোকৰ কাৰণে বিশেষ কোনো মোহ নোহোৱা হৈছে। আলোকৰ প্ৰাণে বিস্তাৰ বিচাৰে, আদৰ্শৰ অনুসৰণৰ মাজত নতুন সৃষ্টিৰ উন্মাদনা বিচাৰে।

অৱশ্যে আলোকৰ অলপ শংকাও হৈছিল। ওকালতি বুদ্ধিৰ ব্যৱসায়, সাহিত্য অনুভূতি, চৰ্চাৰ কথা। সমন্বয় ৰক্ষা কৰিব পাৰিব জানো? কিজানিবা ওকালতিয়ে মনৰ মাজৰ অনুভূতিবোৰ খৰ্ব কৰি পেলায়? জীৱিকাৰ কাৰণে কিজানিবা জীৱনাদৰ্শ পংগু কৰি পেলাবলগীয়া হয়? আলোকে নিজকে আশ্বস্ত কৰিলে—ওকালতি হ'ব মোৰ জীৱনৰ অৱলম্বন, উপলক্ষ্য—ই জীৱনৰ লক্ষ্য নহয়। আৰু ল পাছ কৰিলো বুলিয়েই যে ওকালতিকে কৰিব লাগিব তাৰতো কোনো মানে নাই। অন্য উপায়েওতো জীৱনটো গঢ়ি তুলিব পৰা যাব পাৰে!

আলোকৰ খাটনি যথেষ্ট বাঢ়িল। পুৱা ল ক্লাছ, দিনত স্কুল, বাকী সময় বাতৰিৰ সন্ধান, সভা-সমিতিত যোগদান, নেতাৰ লগত সাক্ষাত আৰু আনুসংগিক অন্যান্য কাম। তথাপি আলোকৰ আনন্দ লাগিল। নিয়মমতে আলোকে ককায়েকলৈ কম হলেও, মাহেকত ষাঠি টকা পঠাব পাৰিছে।

স্কুলৰ ওচৰৰে সৰু ঘৰটোত আলোক আৰু এজন শিক্ষক থাকে। আৰু থাকনি ল'ৰাটোও। ঘৰৰ লগত আলোকৰ সম্পৰ্ক অতি সামান্য। চাহ প্ৰায় হোটেলতে খায়। ভাতকেইটা খাবৰ কাৰণে আৰু ৰাতি শুই থাকিবৰ কাৰণে কেৱল নিজৰ ঘৰটোলৈ আহে। লিখা-মেলাত আলোক অনিয়মীয়া হৈ পৰিছে। কিবা এটাৰ যেন অভাৱ। অন্তৰৰ মাজত লিখিবৰ কাৰণে যেন আগৰ উত্তম নোহোৱা হৈছে!

তথাপি মাজে মাজে-আলোকে দুই এটা কবিতা লিখে, আলোচনীলৈ পঠায়, প্ৰকাশ হ'লে আনন্দ পায়। মাজে মাজে প্ৰকাশ হোৱা কোনো কবিতাৰ

কাৰণে চিনাকি অচিনাকি দুই এজনৰ মুখৰ দুআষাৰ ভাল কথাও শুনিবলৈ পায়।

শিক্ষকতা কৰি নহয়, এটা কৰ্মব্যস্ত নতুন পৰিবেশৰ মাজত সোমাই পৰি আলোকৰ ভাল লাগিল। আলোকে নিজকে বুজাবৰ চেষ্টা কৰিলে যে এই নতুন পথৰ সীমান্ততে হয়তো জীৱনৰ পূৰ্ণতাৰ আভাস পাব। সি আৰু আগ্ৰহেৰে নিজক অধ্যয়ন আৰু কামত ব্যস্ত কৰি ৰাখিবৰ চেষ্টা কৰিলে।

ল ক্লাছ কৰাত সি কোনো আনন্দ পোৱা নাছিল। কিন্তু আলোকে বৰ মনোযোগেৰে ঘৰত আৰু লাইব্ৰেৰীতো ল অধ্যয়নকৰা প্ৰয়োজন বুলি বোধ কৰিলে। তাৰ জীৱনৰ প্ৰতিটো ক্ষণ যেন নতুন নতুন জ্ঞান, নতুন নতুন অভিজ্ঞতাৰে ভৰাই তুলিবৰ চেষ্টা কৰিলে আলোকে।

বন্ধু তালুকদাৰে ক'লে যে ভাল উকীল হ'বৰ কাৰণে দৰকাৰ Common sense আৰু Presence of mind.ৰ। তথাপি আজিৰ Specialisation-ৰ যুগত উকীলেও কোনো একোটা বিশেষ বিভাগত specialised হোৱা ভাল।

আলোকৰ এই suggestion-টো ভাল লাগিল। আলোকে ঠিক কৰিলে শিল্প-উদ্যোগ সম্পৰ্কীয় আইন, Industry আৰু Labour সম্পৰ্কীয় বিভিন্ন বিধি-বিধান সি ভালকৈ অধ্যয়ন কৰিব। ইয়াৰ প্ৰয়োজন আছে।

সংবাদ বিচাৰি আলোকে নগৰত হোৱা প্ৰায় সকলো সভাসমিতিতে যোগদান নকৰিলে নচলে। বামপন্থী, দক্ষিণপন্থী, ৰাজনৈতিক, অৰ্থ নৈতিক, সাংস্কৃতিক—বিভিন্ন সভাৰ নানা ধৰণৰ বক্তৃতা, আলোচনা শুনি শুনি আলোকৰ ভিতৰত সচেতন হৈ উঠিল এটা জীৱন্ত প্ৰাণ—সেই প্ৰাণে বৰ্তমানৰ প্ৰতিভাৱ নাড়ি-নক্ষত্ৰ চিনিবৰ প্ৰয়াস কৰিছে।

মাজে মাজে আলোকেও সভাত বক্তৃতা দিব লগা হয়। কোনো সাহিত্য আলোচনা সভাত, কোনো সাংস্কৃতিক অনুষ্ঠানত, কেতিয়াবা কোনো ৰাজনৈতিক সভাতো আলোকে বক্তৃতা দিব লগাত পৰিল।

আলোকে অনুভৱ কৰিলে যেন জনতাৰ সন্মুখত কোনো এটা বিষয়ত কথা কবলৈ ল'লে তাৰ ভিতৰত সি এটা বেলেগ মানুহৰ সহাৰি পায়, কথাবোৰ যেন সি নকয়, কয় তাৰ ভিতৰত সুপ্ত হৈ থকা অন্ত এটা আলোকে। তাৰ ভাল লাগে। মানুহৰ পৃথিৱীখন কথাৰ পৃথিৱী। আৰু সি কোৱা কথা অনেই কাণ দি শুনিছে। আনন্দৰ কথা, ভাৰতবৰ্ষত বক্তৃতাৰ দাম সেথাকিলেও নাম আছে। তাতে আলোক এজন কবি বুলিও পৰিচয়টো ইতিমধ্যে কিছু স্পষ্ট হৈ পৰিছে।

এখন ডাঙৰ ৰাজহুৱা সভা হৈছিল। চাৰ্চফিল্ডত। ৰাজনৈতিক সভা। যুদ্ধৰ পিছতে ভাৰতৰ স্বাধীনতাৰ দাবী তীব্ৰতৰ হৈ উঠিছে। ভাৰতীয় জনতাই জাতীয় মুক্তিৰ শেষ সংগ্ৰাম কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হৈ চৰম প্ৰতিজ্ঞা গ্ৰহণ কৰিছে। বৃটিছ ভাৰত এৰি যাওক, আৰু সময় নাই, সময় নাই। আলোকেও এটা চমু কিন্তু তেজাল বক্তৃতা দিলে। শেষ আঘাত হানিবৰ কাৰণে, মুক্তিকামী ভাৰতীয় জনতাৰ মৰণপন একতা আৰু আন্দোলনৰ আহ্বান জনালে আলোকে। সি আহ্বান জনালে চৰম ত্যাগৰ প্ৰস্তুতি কৰিবৰ কাৰণে—।

আলোকৰ উদাত্ত ভাষাৰ বক্তৃতা শ্ৰোতাৰ ভাল লাগিল।

অন্যান্য বক্তায়ো বক্তৃতা দিলে। সভাৰ শেষত আলোক অকলশৰেই ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে শান্তিপুৰলৈ ঘূৰিছিল।

"অকণমান গুমক"—পিছফালৰ পৰা কোনোবাই মাতিলে।

আলোক বৈ গ'ল আৰু ঘূৰি চালে। সন্ধিয়া শেষৰ আন্ধাৰত সি দেখিলে কোনোবা ছোৱালী এজনী তাৰ ফালে অলপ বেগেৰে আগুৱাই আহিছে।

ওচৰ পাই ছোৱালীজনীয়ে ক'লে, "চিনিবই পৰা নাইনেকি? মই মায়া"—

"মায়া! তুমি ক'ৰপৰা ওলালাহি?" আলোকৰ মাতটোত আনন্দ আৰু বিস্ময়ৰ মিশ্ৰিত সুৰ।

"আপুনি এতিয়াই ঘৰলৈ যায় নেকি?"

"ও—মানে, এতিয়া আৰু অন্য তেনে কোনো কাম নাই—ঘৰলৈকে বুলি—"

"তেন্তে আহক, অলপ ফুৰি আহোঁ"— মায়াই ক'লে।

"ফুৰি?—অৰ্থাৎ তুমি এতিয়া ফুৰিবলৈ যাবা! ৰাতি হৈ আহিলেই দেখোন।"

মায়াই এবো নকৈ ঘূৰিল, আৰু ক'লে—"আহক।"

কন্তেক ইতস্ততঃ কৰি আলোকো ঘূৰি মায়াৰ লগে লগে আহিব ধৰিলে।

মায়াই লাহে লাহে ক'লে—"আগেতো অকল কৰি আছিল, এইবাৰ নেতা হোৱাত লাগিল দেখিছো।"

"নেতা নহয় মায়া, মানে দু-আষাৰমান কবলৈ ক'লে, নকলেতো ভাল নহয়।"

আপুনি কিন্তু বেচ গৰম কথাই ক'লে। আপোনাৰ নিচিনা ঠাণ্ডা মানুহে ইমান গৰম কথা ক'ব পাৰে বুলি মই জনাই নাছিলো।"

অলপপৰ দুয়ো মনে মনে আগবাঢ়িল।

ভাবপিছত আলোকে সুধিলে,—"কিন্তু তুমি গুৱাহাটীলৈ কেতিয়া আহিলা মায়া, আৰু আজিৰ সভাত ওলালাহি কেনেকৈ ?"

"এৰা, নিশাৰ বিয়াৰ পিছৰ পৰাতো আপুনি মোৰ লগত অসহযোগ আৰম্ভ কৰিলে। চিঠি এখনিও নাই। মোৰ কেইখন চিঠিৰ উত্তৰ দিয়া নাই, ক'ব পাৰে ? চাবিখন।"

"নানা কিবাকিবিত লাগি থকাৰ কাৰণে—"

"ফাঁকি নিদিবচোন, নানা কিবাকিবিত লাগি থাকি নহয়, নিশাক হেকওৱাৰ দুখত।"

"আমি এতিয়া কোনফালে যাম মায়া ?" আলোকে মাজতে সুধিলে।

"কিয় মোৰ ঘৰলৈ নেযায় ?"

"তোমাৰ ঘৰলৈ, মানে ?"

"অ' আপুনি মোৰ বিষয়ে একোকে নেজানে। উজান বজাৰত আমাৰ এগৰাকী পেহীদেউৰ ঘৰ। ঘৰত আছে পেহীদেউ, তেওঁৰ ছোৱালী দুজনী আৰু জ্যোতিৰ ককাইদেউ।"

"কিন্তু এতিয়া জানো এনেকৈ তালৈ যোৱাটো ভাল হ'ব ?"

"সেইটো আপুনি ঘূৰি আহোতে বাটে বাটে ভাবি আহিব। তাতে মই থাকো। বেনাবছৰত এবছৰ থাকি ঘূৰি আহিলো। এতিয়া মই কটনত।"

"সঁচা ?"

"আপোনাৰ লগত কেতিয়াবা মিছা কৈছো জানো ?"

"মই গুৱাহাটীতে ইমান দিন আছো। কবই নোৱাৰো মায়া। তুমি মোক নিশ্চয় জনাব পাৰিলাহেঁতেন।"

"কিন্তু আপুনি যে বহুতদিনৰ পৰা গুৱাহাটীতে আছে মইনো কেনেকৈ জানিম ? মাজে মাজে বাতৰি কাকতত আপোনাৰ কিবাকিবি বাতৰি ওলায়, ক'ৰবাত সভাত বক্তৃতা দিয়াৰ কথা। কিন্তু মইতো আৰু সভা নহয়—"

'মায়া, যদি বেয়া নোপোৱা তোমাৰ ঘৰলৈ অন্য এসময়ত যাম। আজি আৰু.. "

"বাৰু আজি মোৰ ঘৰলৈ যাব নেলাগে, পেহীদেউৰ ঘৰলৈকে আহক। অন্য এদিন মোৰ ঘৰলৈ যাব।"

আলোকে আৰু একো ক'বৰ সুবিধা নেপালে।

গেটখন খুলি মায়া কম্পাউণ্ডৰ ভিতৰলৈ আগে সোমাল আৰু ক'লে, "আহক—এয়াই ঘৰ।"

মায়াৰ পিছে পিছে আলোক সোমাই আহিল।

আহল-বহল কম্পাউণ্ডটোৰ ভিতৰত ধুনীয়া ঘৰটো। আগফালৰ বাৰাণ্ডাত এটা লাইট জ্বলি আছিল। দুয়ো পৰ্টিকলৈ সোমাই গ'ল।

আলোক বহাৰ প্ৰায় লগে লগেই এজনী ছোৱালী ভিতৰৰ পৰা ওলাই আহিল। আগত এজন অচিনাকি মানুহ দেখি কিছু হতভম্ব হৈ গ'ল, লগে লগেই মায়াই কৈ উঠিল—"আলোক মামা—"

"অ' বুলি ছোৱালীজনীয়ে আলোকক প্ৰণাম জনালে। আলোকে ক'লে—"বাটতে পাই মায়াই লৈ আহিল। এনেকৈ অহাটো নিশ্চয় ভাল হোৱা নাই।"

মায়াই ক'লে—"এইয়া বন্দনা, পেহীৰ জীয়েক, ফাৰ্ষ্ট ইয়েৰত পঢ়ে। আপোনাৰ কবিতাৰ বৰ ভক্ত।"

আলোকে ক'লে,—"মোৰ এজন বন্ধুৱে কৈছিল যে ছোৱালীবোৰে কবিতা নপঢ়ে।"

বন্দনাই সকৈকৈ হাঁহিলে, মায়াই ক'লে,—"আপোনাৰ বন্ধুজনৰ নিশ্চয় কোনোবা এজনী ছোৱালীৰ বিৰুদ্ধে কিবা গোপন অভিযোগ আছে। বাৰু বহকচোন—একমিনিট।"

মায়া ভিতৰলৈ গ'ল। অলপ পিছত ওলাই আহিল পেহীদেৱেক। সুন্দৰী, স্বাস্থ্যৱতী প্ৰায় ৪৩/৪৪ বছৰীয়া এগৰাকী মহিলা। দেখিলেই এগৰাকী অভিজাত পৰিবেশত থকা মহিলা বুলি সহজে বুজা যায়।

বন্দনাই ক'লে,—"এইয়াই মায়া বাইদেউৰ আলোক মামা, মা—"

আলোকে তেওঁক প্ৰণাম জনালে। বন্দনাৰ মাকে ক'লে—"বহা বোপা, এবা, তোমাৰ কথা মায়াই প্ৰায়েই কয়। ইয়াত পিছে ক'ত আছা? কি কৰিছা?"

আলোকে চমুকৈ নিজৰ কথা ক'লে।

"ল পঢ়িছা? ভাল কথা, ইইঁতৰ দেউতাকো প্ৰথমে উকীল আছিল। পিছত ছবজজ হ'ল। তেখেতক জানো চিনানে নিচিনা?"

আলোকে হাঁহিলে।

বন্দনাই ক'লে,—"দেউতাকনো কেনেকৈ তেখেতে চিনি পাব? তেখেতটো বহুতদিন আগাৰ গ্ৰাউণ্ডত আছিল। নহয় জানো?"

এনেতে মায়াই চাহ আনিলে।

"অ' ভই চাহ আনিলি মায়া? খোৱা বোপা, চাহটোপা খোৱা। ভইত বহচোন মায়া, মই অকণ বাৰুনি-শালৰ পৰা আহোঁ।"

তেওঁ বোৱাৰ পিছত মায়া আৰু বন্দনা বহিল।

চাহ বাকি দি মায়াই ক'লে,—"মোৰ ঘৰটো চিনিলে নহয়? আহিব মাজে মাজে।"

আলোকে ক'লে—"মই তোমালোকৰ ইয়াৰ পৰা বহুত দূৰত থাকো, তথাপি কেতিয়াবা আহিবৰ চেষ্টা কৰিম।"

হাঁহি মায়াই ক'লে,—"এৰা, আপুনি থাকে শান্তিপুৰত। ইমানখিনি উজাই অহাটো ভাল নেলাগিব।"

বন্দনাই ক'লে,—"আপোনাৰ কবিতাবোৰৰ সংগ্ৰহ প্ৰকাশ নাই কৰা নহয়?"

"অসমত কবিতাৰ কিতাপ বিক্ৰী নহয়। কিতাপ ছপা কৰিলে ছপা খৰচো ঘূৰাই পোৱা নেযায়—বিশেষকৈ আমাৰ নিচিনা লিখকৰ।"

"কিন্তু বন্দনাৰ কি ইচ্ছা জানে? আপুনি এটা কবিতাৰ সংগ্ৰহ প্ৰকাশ কৰক আৰু সেইখন বন্দনাৰ নিচিনা যোনোৱা কবিতা ভালপোৱা ছোৱালীৰ নামত উচৰ্গা কৰক।"

অলপ বঙা পৰি বন্দনাই ক'লে,—"কি যে কয় বাইদেউজনীয়ে। কিন্তু সঁচাকৈয়ে, আপোনাৰ কবিতাবোৰ যদি কিতাপ কৰি প্ৰকাশ কৰে ভাল হ'ব।"

সহজ স্বীকৃতিৰে আলোকে ক'লে,—"সেই বিষয়ে মই আজিলৈকে ভবাই নাছিলো, কিন্তু কিতাপ ছপা কৰি উলিয়ালে কিজানি গ্ৰন্থকাৰ বা সাহিত্যিক হৈ যাও?"

মায়াই ক'লে, "এতিয়া আপুনি সাহিত্যিক নহয়?"

আলোকে ক'লে, "সাহিত্যিক হ'বলৈ বহুত বাকী, এতিয়া লিখক বুলি কবলৈও লাজহে লাগে।"

চাহ খোৱা শেষ কৰি মায়াই ক'লে,—"নিশাৰ কিবা খবৰ পাইছে?"

"নিশাৰ খবৰ? ওহোঁ—"

"অ' আপুনি জানেনে নেজানে জানো—

নিশাৰ এজনী ছোৱালী হৈছে—নমাহ মান হ'ল কিজানি। বুকুৰ পিছত ডাক্তৰো যুৰি আহিল। তেওঁ আজিকালি গুৱাহাটীত।"

"নিশা এতিয়া ক'ত আছে?"

"ক'ত থাকিব আৰু, ডাক্তৰৰ লগত, ডাক্তৰ আজিকালি ছিভিল চাৰ্জন। ইমান কম বয়সত অতি কম ডাক্তৰহে ছিভিল চাৰ্জন হয়। ছোৱালীজনী কিন্তু বৰ ধুনীয়াজনী হৈছে।"

আলোকে শান্তভাৱে শুনি গ'ল। কোলাত কেচুৱাৰে নিশাজনী দেখিবলৈ কেনেকুৱাজনী হৈছে—এবাৰ মনতে কল্পনা কৰিবৰ চেষ্টা ক'ৰিলে, কিন্তু স্পষ্ট যেন নেলাগিল।

অলপপৰৰ মূৰত আলোকে ক'লে, "মই এইবোৰ খবৰ পোৱাই নাই, নিশাৰ ছোৱালী হৈছে নহয়?"

"ওলাওক এদিন চাই আহোগৈ, নিশাকো চাই আহিব। নিশাজনী কিন্তু আগৰ নিচিনাই আছে, অকণো শকত-আবত হোৱা নাই। চিনি পাবলৈ আপোনাৰ কোনো অসুবিধা নহ'ব।"

বন্দনাই আলোকৰ মুখৰ ফালে চাই আছিল। কিন্তু তাৰ মুখৰ কোনো পৰিবৰ্তন দেখা নেপালে।

" অলপপৰৰ মূৰত আলোকে ক'লে,—ৰাতি বহুত হ'ল। আজিলৈ উঠো আৰু মায়া—"

বন্দনাই ক'লে,—"মাজে মাজে আহিব কিন্তু, দেউতা ঘৰত নেথাকেই। জ্যোতিষ ককাইদেউও ক্রিকেট আৰু থিয়েটাৰ লৈয়ে ব্যস্ত থাকে। আপুনি আহিলে কিন্তু আমাৰ ভাল লাগিব। ফুৰা-মেলাবো লগ হ'ব।"

মায়াই ক'লে, "তই অলপ বেছি আশা কৰিছ বন্দনা। জীৱনত আজিলৈকে কেইজন কবিক লগ পাইছ, মোক কচোন।"

হাঁহি আলোকে ক'লে, "সময় সঁচাকৈয়ে বৰ কম থাকে বন্দনা। পুৱা ল ক্লাছ, দিনত স্কুল, অন্য সময়ত বাতৰি গোটোৱা।"

"জানো, কিন্তু ইয়ালৈ আহিলে কেতিয়াবা আমিওতো দুই-চাৰিটা বাতৰি দিব পাৰো। ধৰক, আজিয়েই নিশাৰ খবৰটো পালে—"

"নিশাৰ খবৰটো?" আলোকে হাঁহিলে। কিন্তু এইবাৰ আলোকৰ হাঁহিত এটা দুৰ্বলতা স্পষ্টভাৱে ধৰা পৰিল। আলোকে সহজ হ'বৰ চেষ্টা কৰিলে। "কিন্তু নিশাৰ খবৰটোত প্ৰেছলৈ পঠাব পৰা কিবা News value আছে জানো?"

মায়াই ক'লে, "News value নাথাকিলেও কিন্তু এইটো নিশ্চয় এটা valuable news, অন্ততঃ আপোনাৰ কাৰণে—"

কিছুপৰৰ মূৰত আলোকে বিদায় ল'লে।

*         *         *         *

ডাক্তৰ শ্ৰীকণ্ঠ আৰু নিশাৰ জীৱনলৈ নামি আহিছিল তৃপ্তি, সুখ আনন্দৰ জোৱাৰ। ডাক্তৰৰ প্ৰমোশ্বন হৈছে। এতিয়া তেওঁ ছিভিল ছাৰ্জন। মানুহজন আগতকৈও বেছিহে প্ৰফুল্ল আৰু ফুৰ্তিবাজ হৈ পৰিছে। চিকাৰৰ নিচা এতিয়াও আছে। তাতে নিজেই এটা বন্দুক আৰু এটা ৰিভলভাৰ কিনি লৈছে। গাড়ীখনো নতুন আৰু ধুনীয়া। ডাঠ হালধীয়া ৰঙৰ গাড়ীখন। দেখিলে দূৰৰ পৰাই মানুহে ছিভিল ছাৰ্জনৰ গাড়ী বুলি চিনি পায়।

নিশা আগতকৈ ধুনীয়াজনী হৈছে। গাল-মুখবোৰ ৰাঙলী হৈ পৰিছে। মাতৃ হোৱাৰ পিছতহে নিশাৰ সকলো ৰূপ, সকলো সৌন্দৰ্য্য আঁহ-পাহ মেলি পূৰ্ণ হৈ পৰিছে। নিশা সুখী।

—আমি সুখী! ডাক্তৰে ভাবে।

—আমি ইমান সুখী! নিশাই ভাবে।

দুয়োৰে সুখ আৰু উজ্জ্বল হৈ পৰে অকণমানিজনীৰ কাষৰত। ইমান ধুনীয়া লোদোৰ-পোদোৰ জনী হৈছে অকনিজনী, তাই হাঁহিবলৈ শিকিছে। অকনিজনীৰ হাঁহি দেখি বাপেক-মাক দুয়ো আনন্দত অধীৰ হৈ পৰে। ইমান মৰমলগা, ইমান মোহনীয় অকনিজনীৰ হাঁহিটো।

ডাক্তৰে নাম দিছে বুঢ়ী। নিশাই নাম দিছে কবিতা।

নিশাই কেতিয়াবা কয়, "মোৰ কবিতা জনীক আপুনি বুঢ়ী বুঢ়ী কৰি এতিয়া বুঢ়ীয়েই কৰি পেলাব।"

ডাক্তৰে কয়, "কিন্তু ছোৱালীৰ নাম কবিতা হ'ব পাৰে কেনেকৈ? কবিতা মানে মিলি মিলি যোৱা অৰ্থ নথকা কথা। মোৰ বুঢ়ীজনী তেনেকুৱানেকি?"

"কবিতা কি আপুনি নেজানেই। কবিতা মিলি যোৱা অৰ্থ নথকা কথা নহয়। মিলি যাওক বা নেযাওক, তাৰ অৰ্থ সদায় থাকে।"

ডাক্তৰে হাঃ হাঃ কৰি হাঁহে।

"সেইবোৰ মই একো বুজি নেপাওঁ। বুঢ়ী মোৰ বুঢ়ীজনী, তুমি বুঢ়ী নেই—" ডাক্তৰে কবিতাক নচুৱাই চুমা খায়, মৰম কৰে। তৃপ্তিত উজ্জ্বল চকুৰে নিশাই চাই থাকে। শ্ৰীকণ্ঠই নিশাৰ মুখলৈ চায়। তাৰপিছত দুষ্টালি কৰি কয়, "অ' তোমাক চুমা খোৱা দেখি মাৰাৰ হিংসা হৈছে, চকু খোপা হৈ গৈছে! থাকা নেই বুঢ়ী—"

নিশাই দুয়োহাতেৰে ডাক্তৰক নিজৰ পৰা আঁতৰত ৰাখিবৰ চেষ্টা কৰে, কিন্তু বেছিপৰ নিশাই আত্মৰক্ষা কৰিব নোৱাৰে, আত্মৰক্ষাৰ ইচ্ছাও নকৰে।

ডাক্তৰৰ বাহু দুটাৰ মাজত অলসভাবে সোমাই পৰে নিশা। দাম্পত্য জীৱনৰ সকলোখিনি মধুৰতাৰ মাজত ডুবো আপোন পাহৰা হয়।

নিশাই আড়ষ্ট মাতেৰে কয়, "আপুনি বাৰু মোক সদায় এইদৰে ভাল পাই থাকিবনে ?"

নিশাক আৰু জোৰেৰে বুকুৰ কাষলৈ টানি আনি ডাক্তৰে কয়,—"সদায় মানে, মই কোনোদিন তোমাক মোৰ বুকুৰ পৰা এৰি নিদিও—জানা ?"

"কিন্তু মই যদি কৰবাত হেৰাই যাওঁ ?"

"তুমি হেৰাই যাব নোৱাৰা, তুমি মোৰ, তুমি সদায় মোৰ।"

তৃপ্তিত নিশাৰ চকু মুদখাই যায়। দেহ-প্ৰাণ সকলো দি নিশাই শ্ৰীকণ্ঠক আৱৰি ৰাখিব খোজে।

এদিন ডাক্তৰে নিশাক ক'লে,—"নিশা, মই কিছুদিন তোমাৰ পৰা আঁতৰি থাকিম।"

হঠাৎ নিশা অপ্ৰতিভ হৈ পৰিল। শংকিতভাবে নিশাই সুধিলে, "তাৰ মানে ? কিয় ? কি হৈছে ?"

"একো হোৱা নাই। অলপতে আমাৰ দেশে স্বাধীনতা পাব, আৰু চাৰি পাঁচ মাহ আছে। তাৰ পিছত দেশখন হ'ব আমাৰ, দেশৰ সকলো দায়িত্ব আমি লব লাগিব।"

"এতিয়াওতো আপোনাৰ দায়িত্ব আছে। আপুনি ডাক্তৰ, আপুনিতো মিনিষ্টাৰ গভৰ্ণৰ হবলৈ নেযায়।"

"তথাপি দেশ স্বাধীন হ'লে আমাৰ দায়িত্ব বহুত বাঢ়ি যাব।"

"পিছে সেইকাৰণেই হবলা আপুনি মোৰ পৰা আঁতৰি থাকিব লগীয়া হৈছে ?"

"এৰা, সেইকাৰণেই। ইংলেণ্ডত ছুবছৰীয়া এটা ক'ৰ্চ আছে—হাৰ্টৰ বেমাৰ চিকিৎসাৰ। আজিকালি আমাৰ দেশত হাৰ্ট ডিজিজেই বেছি। তাত specialise কৰি পাছ কৰি আহিব পাৰিলে বহুত কাম হ'ব।"

নিশাই হাঁহি দিলে।

"অ' সেইকাৰণেই আঁতৰি থাকিব খুজিছে! মই বোলো, মোক কিবা কাৰণত বেয়া পায়হে আঁতৰি যোৱাৰ কথা ভাবিছে, যাওক, তেনেকুৱা চাক ওলালে নেযাব কিয় ?"

"যাওঁ তেন্তে, নহয় ?"

"মই কি জানো, কিমান দিনৰ ক'ৰ্চ, দুবছৰৰ ?"

"দুবছৰ, হয়তো আঢ়ৈ বছৰ মানো লাগিব পাৰে। জাৰ্মানীত সেই বিষয়ৰ ডাক্তৰ আৰু বিখ্যাত specialist আছে। তাত যদি আৰু ছমাহ এবছৰ কিছু practical training লব পৰা যায়, তেতিয়া হ'লে প্ৰকৃততে কৰ্মটো complete কৰি অহা যায়।"

"সেইটোতো আৰু ভাল কথা। তিনটা বছৰ চাওতে চাওতেই যাব। যাব লাগিব কেতিয়া ?"

"এতিয়াও যাব পাৰি, কিন্তু মই ভাবিছো অহা অক্টোবৰ, নৱেম্বৰ মানত যাওঁ। তেতিয়ামানে হয়তো আমাৰ দেশ স্বাধীনো হৈ যাব পাৰে। আৰু—"

"আৰু কি ?" নিশাই ডাক্তৰৰ মুখলৈ চালে।

নিশাৰ অলপ শকত হৈ পৰা গাটোৰ ফালে চকুৰে দেখুৱাই ডাক্তৰে ক'লে,—"আৰু তেতিয়ামানে কবিতাৰ ভায়েক—"

নিশা লাজত ৰঙা পৰিল।

"যাঃ নিলাজটো।" নিশা আঁতৰি পৰিব খুজিলে।

শ্ৰীকণ্ঠই ক'লে, "লাজনো কাৰ আগত কৰিম ? কবিতাওতো নাই ইয়াত, কিন্তু মই নেথাকিলে, তুমি অকলে থাকিব পাৰিবাতো ?"

"কিয় নোৱাৰিম ?"

"কিজানি ক'ৰবাত হেৰাই যোৱা ?" হাঁহি ডাক্তৰে ক'লে।

নিশা নিৰব হৈ গ'ল।

নিশাৰ কাষচাপি আহি ডাক্তৰে ক'লে, "অৱশ্যে বিলাতলৈ যাও বুলিয়ে যোৱাটো সহজ কথা নহয়। মই এটা স্কলাৰশ্বিপৰ চেষ্টা কৰিছো। পালে বহুত সুবিধা হয়। নহলে নিজৰ খৰছত দুই তিনিবছৰ বিলাতত থাকি পঢ়াটো বৰ সহজ কথা নহ'ব। মোৰ চাকৰিৰতো এতিয়ালৈকে এটা পইচাও বচাব পৰা নাই—"

"কেনেকৈ পইচা বাচিব ? অলপ ভাবি-চিন্তি খৰছ কৰিলেহে। উধাই-মুধাই, হোৱা।ই-নোহোৱাই খৰছ কৰিলে পইচা বাচে নেকি ?"

"এৰা, কম খৰচ কেনেকৈ কৰিব লাগে সেইটো মই নেজানো। আৰু যুদ্ধৰ পিছৰ পৰা বস্তু-বাহানিৰ যি অসম্ভৱ দাম হৈছে !"

নিশাই সুধিলে,—"scholarship যদি নেপায়, তেতিয়া জানো যাব পাৰিব ?"

"এটা উপায় আছে। চৰকাৰৰ পৰা টকা ধাৰলৈ লোৱা যাব পাৰে।

অৱশ্যে security দিব লাগিব। তদুপৰি চৰকাৰৰ টকাৰে পঢ়িলে ঘূৰি আহি কিছুদিন, অন্ততঃ কেইবছৰমান চৰকাৰৰ কাম কৰি দিব লাগিব।"

"সেইটোতো বেয়া নহয়। এতিয়াও কাম কৰি আছে, তেতিয়াও কৰিব। টকা তেতিয়া নিশ্চয় বেছি দিব, নিদিব জানো?"

"ভাল ডাক্তৰে চাকৰি নকৰে। প্ৰাইভেট প্ৰেক্টিছ কৰিলে চাকৰিৰ দহ-গুণ বেছি টকা পোৱা যায়।"

আৰু বহুত আলোচনা কৰিলে নিশা আৰু শ্ৰীকণ্ঠই। শ্ৰীকণ্ঠৰ কাৰণে বিলাতলৈ যোৱাটোত কোনো নতুনত্ব বা অভাৱনীয় ৰোমাঞ্চ নাই। কিন্তু ডাক্তৰৰ স্বপ্ন এজন হাৰ্ট স্পেচিয়েলিষ্ট হোৱাটো। অসমত specialist-ৰ অভাৱ আৰু specialist হৈ আহিব পাৰিলে ডাক্তৰে পৃথিৱীৰ যেই কোনো ঠাইত প্ৰেক্টিছ কৰিব পাৰিব। খ্যাতি, যশস্যা, আৰু আত্মপ্ৰসাদ সকলো আহিব তাৰ লগে লগে।

চেপ্তেম্বৰ মাহৰ প্ৰথম ভাগতে নিশাৰ দ্বিতীয় সন্তানটোৰ জন্ম হ'ব। ডাক্তৰৰ বিশ্বাস, এই সন্তানটো ছোৱালী নহয়—হ'ব এটা ল'ৰা। এই প্ৰত্যয় ডাক্তৰৰ এনেয়ে হৈছে। নিশায়ো আশা কৰে যে কবিতাৰ এটা ভায়েক হওক—এটি ল'ৰা, এটি শ্ৰীকণ্ঠৰ প্ৰতিৰূপ, প্ৰতিনিধি। তেতিয়াহলে শ্ৰীকণ্ঠ আঁতৰি থাকিলেও নিশাৰ বেছি অকলশৰীয়া যেন নেলাগিব। ল'ৰা-ছোৱালী হাল লৈ নিশাই সহজভাৱেই দিনবোৰ কটাই দিব পাৰিব।

ডাক্তৰৰ পৰিকল্পনাটো নিশাৰ ভাল লাগিল। শ্ৰীকণ্ঠ ডাঙৰ ডাক্তৰ হ'ব—সেই গৌৰৱৰ অংশ পাব নিশায়ো। নিশাই ভাৱিলে—মই যদি কিবা উপায়ে ডাক্তৰক কিবা অকণমান সহায় কৰি দিব পাৰিলোহেঁতেন!

মহেন্দ্ৰ কেৰেণীৰ সংসাৰৰ কোনো উন্নতি হোৱা নাই। মামনিজনীও ডাঙৰ হৈ আহিছে। দেউতাই ডাক্তৰক শুভেচ্ছাৰ বাহিৰে অন্য একো দিব নোৱাৰে।

আনহাতে ডাক্তৰে নিজৰ ঘৰৰ পৰাও কোনো সহায় লবলৈ নিবিচাৰে। তেওঁৰ যুক্তি: তেওঁৰ পঢ়াতে ঘৰখনে বহুত টকা খৰছ কৰিলে, সেই টকা পৰিশোধ নকৰাকৈ আৰু টকা বিচৰা অন্যায়। নিশায়ো ডাক্তৰৰ যুক্তিকে সমৰ্থন কৰে। কিন্তু যদি বিলাতত পঢ়িবৰ কাৰণে কিছু টকা ঘৰৰ পৰা লয়, কিনো বেয়া হ'ব? হয়তো ঘূৰি আহি কাম কৰি শোধাই দিবহি। কিন্তু এই কথা ডাক্তৰৰ আগত উত্থাপন কৰিবলৈ নিশাৰ ভাল নেলাগিল। ডাক্তৰ অলপ একগুঁয়া লোক। কিবা এটা কৰো বুলিলে যেনেতেনে কৰিহে এৰে, আৰু

নকৰো বুলিলে কোনোৱে জোৰ কৰি একো কৰাব নোৱাৰে। নিশাৰ লগত বিয়াওতো তেনেদৰেই হ'ল। শ্ৰীকণ্ঠই সেইদৰে আকোৰ-গোজকৈ নথৰা হ'লে, হয়তো নিশাৰ বিয়া আজি ডেঙৰ লগত নহ'লহেঁতেন।

শ্ৰীকণ্ঠ মানুহটোক নিশাই বুজে, সেই দেখি বেছি মৰম লাগে। শ্ৰীকণ্ঠ ভাল ডাক্তৰ—স্বাস্থ্যবান, প্ৰফুল্ল। তদুপৰি ডাক্তৰে মিলিটাৰীত থাকোতে সৈনিক জীৱনত যি মদ খোৱা শিকিছিল, নিশাক বিয়া কৰোৱাৰ পিছৰ পৰা তাকো প্ৰায় এৰি দিছে। ডাক্তৰে কয়, যে শাৰীৰিক শ্ৰম বেছি হ'লে মদ খোৱা বেয়া নহয়, কিন্তু নিয়মমতে ভাল আহাৰ আৰু আৱশ্যকীয় টনিক আদি খাই থাকিলে মদ খোৱাৰ কোনো প্ৰয়োজন নাই।

দ্বিতীয় কথা, নিশাই ডাক্তৰৰ পৰা শুনিছে যুদ্ধক্ষেত্ৰত থকা ডাক্তৰ আৰু নাৰ্চবোৰৰ অথবা W. V. S. ৰ ছোৱালীবোৰৰ অবাঞ্ছনীয় কাৰ্যকলাপৰ কথা। বিশেষকৈ যিবোৰ অবিবাহিত ডেকা ডাক্তৰে war service ত যায়, সেই ডাক্তৰবোৰ কিছু উদণ্ড হৈ পৰে আৰু নৈতিক বিচাৰ বৰ বেছি মনত ৰাখি নচলে, নাৰ্চবোৰ বহুত ডাক্তৰৰ প্ৰকাশ্যে অঙ্কশায়িনী হৈ পৰে। তদুপৰি বহুত নাৰ্চ আৰু W. V. S. ৰ কৰ্মীয়েই সংযম ৰক্ষা কৰিব নোৱাৰি অবাঞ্ছিত মাতৃত্বৰ বোজা ব'ব লগা হয়। যুদ্ধক্ষেত্ৰত সৈন্য বাহিনীৰ সৈনিকৰেই মৃত্যু নঘটে। বহুত অবাঞ্ছিত ভ্ৰূণ শিশুৰো মৃত্যু হয়—সিহঁতৰ হিচাব কোনোৱে নেৰাখে, অৱশ্যে জানে বহুতেই।

এই কুমাৰী মাতৃবোৰৰ বহুতেই সম্মান আৰু চাকৰি কৰাৰ কাৰণে মুক্তিদাতা ডাক্তৰৰ ওচৰতো বহু সময়ত উপযাচিকা হৈ কামনাৰ চিকাৰ হ'বলগীয়া হয়। যুদ্ধ ক্ষেত্ৰৰ আচাৰৰ মাজত ব্যতিক্ৰম বোৰেই হৈ পৰে নিয়ম। তাত দুৰ্নীতি বুলি কোনো স্বকীয়া বস্তু নোহোৱা হয়।

শ্ৰীকণ্ঠৰ মুখৰ পৰাই নিশাই শুনিছে এইবোৰ কথা। অৱশ্যে নিশাই কোনো দিন সোধা নাই। ডাক্তৰোতে যুদ্ধক্ষেত্ৰত আছিল, ডাক্তৰৰ ওচৰলৈকোতো বহুত ভাল বেয়া নাৰ্চ আহিছিল। ডাক্তৰ জানো সকলো প্ৰলোভনৰ ঊৰ্ধ্বত থাকিব পাৰিছিল? নাই সোধা।

কিন্তু নিশাৰ বদ্ধমূল বিশ্বাস, নিশাক বিয়া কৰোৱাৰ আগতে যদিও ডাক্তৰৰ ক'ৰবাত কিবা দুৰ্বলতা আছিল—আৰু দুৰ্বলতানো কাৰ নথাকে? তাৰ বাবে অভিযোগ কৰিবলগীয়া নিশাৰ একো নাই। কাৰণ এতিয়া আৰু ডাক্তৰে নিশাৰ মৰমক বিশ্বাসঘাটকতা নকৰে। আজি নিশাৰ বাহুপাশত শ্ৰীকণ্ঠ মুকলি হ'ব নোৱাৰাকৈ বন্দী হৈ পৰিছে।

আজি শ্ৰীকণ্ঠক বেয়া পাবৰ কোনো হেতু নাই বুলিয়েই নিশাই বিশ্বাস কৰিলে। এই প্ৰত্যয়ক দৃঢ়তৰ কৰিলে কবিতাৰ ধুনীয়া মুখখনে আৰু অমৰ সম্ভাৱনাবোৰ অপেক্ষা কৰি থকা নিশাৰ গৰ্ভত থকা সন্তানটোৱে।

। ওঠৰ ।

ভাৰতৰ প্ৰথম স্বাধীনতা উৎসৱ উপলক্ষে দেশজুৰি প্ৰাণচঞ্চল আলোড়ন উঠিল। নগৰ-চহৰ-গাওঁ-ভুঁৱৰি সকলোকে উন্মত্ত কৰি তুলিলে স্বাধীনতা লাভৰ উন্মাদনাই। দুশবছৰ গোলামীৰ শেষ হ'ল। এশবছৰৰ সক্ৰিয় মুক্তি আন্দোলন জয়ৰ সাৰ্থকতাৰে পূৰ্ণ হৈ উঠিল। ১৯৪৭ চনৰ ১৫ আগষ্টই ভাৰতৰ ইতিহাসৰ অভূতপূৰ্ব্ব নতুন অধ্যায়ৰ সূচনা কৰিলে।

গুৱাহাটী চহৰ জনাৰণ্য হৈ পৰিছে। সভা-শোভাযাত্ৰা; আনন্দ উৎসৱৰ বিপুল আয়োজন হৈছে। ভাৰতৰ হেজাৰ হেজাৰ বছৰৰ ইতিহাসত জনসাধাৰণে এনে পূৰ্ণ প্ৰাণেৰে মুক্তি উৎসৱ পতাৰ ইতিহাস নাই। কোনো সাৰ্বভৌম নৃপতিৰ অভিষেকতো এনেধৰণে ধনী-দুখীয়া নিৰ্বিশেষে কোনোৱে প্ৰাণ ঢালি দি আনন্দত আত্মহাৰা হোৱাৰ দৃষ্টান্ত নাই।

আবেলি স্বাধীনতা উপলক্ষে হোৱা বিৰাট জনসমাবেশত জননেতাসকলে উদাত্তকণ্ঠে ওজস্বী ভাষাত ভাৰতৰ এই নতুন দিনক স্বাগত জনালে। এই যুগক্ৰান্তিয়ে ভাৰতৰ মুক্ত স্বাধীন ভাৰতৰ কাৰণে কি সম্ভাৱনা, কি প্ৰত্যয়, কি নতুন স্বপ্নলৈ আহিছে, তাৰ ৰঙীন দৃশ্য শ্ৰোতাসকলৰ চকুৰ আগত দাঙি ধৰিলে। ৰাইজৰ স্বতঃস্ফূৰ্ত হৰ্ষধ্বনিয়ে আকাশ-বতাহ আনন্দমুখৰ কৰি তুলিলে।

কোনোবাই ঠেলি-হেচি আলোককো আগবঢ়াই দিলে। দুআষাৰ ক'বৰ কাৰণে। এই জনসমুদ্ৰৰ সন্মুখত থিয় হৈ এষাৰ কবলৈ পোৱাটো জীৱনৰ চৰম সাৰ্থকতা বুলি অনুভৱ হ'ল আলোকৰ।

আলোক প্ৰস্তুত নাছিল। আজিতো বক্তৃতা দিয়াৰ দিন নহয়, আনন্দ কৰাৰ দিন। আলোক কথা কবলৈ উঠিল। এবাৰ চাৰিওফালে চালে, জনতাৰ কৌতূহলত উজ্জল চকু তাৰ মুখৰ ওপৰত। সভাপতিয়ে সৰুকৈ ক'লে—

"কওক—পাঁচ মিনিট—।"

মাইক্ৰফ'নৰ কাষলৈ মুখখন চপাই নি শান্তভাৱে আলোকে ক'লে,

"ভাৰতীয় জনসাধাৰণৰ বহু বছৰৰ সাধনা, বহু বছৰৰ শ্ৰম, ত্যাগ আৰু আত্মদানৰ বিনিময়ত আজি আমি এই দিনটো পাইছো। বিলকল অগ্যাত নিৰৰ বীৰ সন্তানৰ উদাৰতা আৰু ত্যাগৰ বিনিময়ত আমি আজি স্বাধীন হৈছো, সকলো চেষ্টা, সকলো চিন্তাকৰ্ম, সাধনাৰে আমি তেওঁলোকৰ জীৱনৰ স্বপ্নক সাৰ্থক কৰি তুলিব লাগিব। আমি পাহৰি যাম ব্যক্তিগত লাভ-ক্ষতিৰ কথা, পাহৰি যাম মুক্তিকামী ভাৰতীয়ৰ ওপৰত হোৱা সাম্ৰাজ্যবাদীৰ নৃশংস, অমানুষিক উৎপীড়ন অত্যাচাৰৰ কথা, পাহৰি যাম আমাৰ দেশৰ হীন, নীচ, কাপুৰুষইতৰ বিশ্বাসঘাতকতাৰ কথা। আজি এই চৰম সফলতাৰ দিনত আমি এটা মাথোন নতুন প্ৰতিজ্ঞা ল'ম—ঐক্য, সৌহাৰ্দ্য, ভ্ৰাতৃত্ব আৰু মানৱতাৰ মহান আদৰ্শৰ ভিত্তিত আমাৰ স্বাধীন ভাৰতক আমি বিশ্বৰ নমস্ত কৰি, বৰণীয় কৰি তুলিম।"

আৰু কি ক'লে আলোকে ক'ব নোৱাৰিলে, জাউৰিয়ে জাউৰিয়ে হাত চাপৰিয়ে সভাথলিত জোৱাৰৰ সৃষ্টি কৰিলে।

ৰাজহুৱা সভা ভাগিল। জনসমুদ্ৰ বিক্ষিপ্ত হ'বলৈ আৰম্ভ কৰিলে। তেতিয়া ৰাতিয়েই হৈছে।

মানুহৰ মাজৰ পৰা কোনোবাই আহি পিছফালৰ পৰা আলোকৰ হাতখন ধৰি মাতিলে "মামা—"

আলোকে ঘূৰি চালে, মায়া; লগত বন্দনা।

"তোমালোক?"

"অন্য বুলি ভাবিছিল নেকি?"

আলোকে হাঁহিলে।

"এতিয়া কোনফালে যাবা?"

"আপুনি যিফালে নিয়ে"—মায়াই ক'লে।

আলোকৰ হাতত ধৰি ধৰি মায়া আৰু মায়াৰ হাতত ধৰি বন্দনা হেচি-ঠেলি মানুহৰ মাজৰ পৰা ওলাই আহিল। থিয়েটাৰ হৈছে, ভেৰাইটি শ্ব' হৈছে, নানা খেল-ধেমালি হৈছে। জনতা উন্মাদ।

"মোৰ লগত তোমালোক যাবা জানো মায়া?"

"ওঁ, নেযাম বুলি কিয় ভাবিছে? আজি আপুনি এজন নেতা, এজন নেতাৰ লগত গৈ আমাৰ খুউব ভাল লাগিব। নহয়নে বন্দনা?"

বন্দনাই সৰুকৈ ক'লে—"ওঁ—"

"অ' নেতাৰ লগত ফুৰাৰ আনন্দ বিচাৰিছা যদি আৰু লগত যাব

নাথিছিল। ·ইয়াত আলোকহে আছে, নেতা নাই"—আলোকে ক'লে।"

"বাক সেইটো বিচাৰ অন্ত এদিন কৰা যাব। আজি আপুনি নেতা।"

কিছুদূৰ যোৱাৰ পিছত আলোকে ক'লে, "জানিছা মায়া, তোমাৰ নগৰত অন্ত কোনো নথকা হ'লে তোমাক আজি মোৰ ঘৰলৈকে লৈ গ'লোহেঁতেন।"

বন্দনাই প্ৰায় লগেলগেই ক'লে—"মই অকলেই ঘৰ ওলাবগৈ পাৰিম। বাইদেউ তুমি যোৱা—"

মায়াৰ হাঁহি উঠিল, "তইতো দেখিছো মান অভিমানকে আৰম্ভ কৰিলি। মামাৰ ঘৰত মোৰ কাৰণে ঠাই হ'লে, তোৰ কাৰণেও নিশ্চয় হ'ব, ব'ল যাওঁ—"

বন্দনাই ক'লে—"আজি আৰু মই নেযাওঁ বাইদেউ—"

আলোকে একো মতা নাছিল। কিন্তু বিশেষ নভবাকৈয়ে তিনিও নিৰৱে শান্তিপুৰৰ আলোকৰ ঘৰৰ ফালেই আগবাঢ়িছিল।

কিছুপৰ নিৰৱতাৰ পিছত মায়াই সুধিলে, "আপুনি বাৰু ভাবিছিলনে যে ভাৰত ইমান সোনকালে স্বাধীন হ'ব?"

আলোকে ক'লে, "ভবা নাছিলো, কিন্তু আমি যি স্বাধীনতা আজি পাইছো মোৰ মনেৰে এনে স্বাধীনতা আৰু পলমকৈ পোৱা হ'লেও বেয়া নাছিল। বৃটিছে আজি ভাৰতখনক দুভাগ কৰি থৈ গ'ল। হয়তো ইয়াৰ পৰিণাম বৰ শুভ নহ'ব। হয়তো এনে স্বাধীনতা লবলৈ ইমান খৰখেদা নকৰি আমি অখণ্ড ভাৰতৰ পূৰ্ণ স্বাধীনতা পাবৰ কাৰণে সংগ্ৰাম কৰাহে উচিত আছিল।"

"কিন্তু নেতাসকলে যে তাকে মানি ল'লে।"

"সেইটোৱেই আক্ষেপৰ কথা হৈছে। সংগ্ৰামৰ সময়ত আমাৰ নেতা-সকলে দেশৰ ৰাইজক আগত আনিছিল, প্ৰথম শাৰীতে আনিছিল, কিন্তু সংগ্ৰামৰ ফল ভোগ কৰিবৰ সময়ত নেতাসকলে অন্তক পিছ পেলাই থৈ নিজেই আগুৱাই গ'ল। কোনো নেতাই যদি ভাবে যে আমাৰ ৰাইজে ৰাজনীতি বুজি নেপায়, তেন্তে মাৰাত্মক ভুল কৰিছে।"

তিনিও আহি ভৰলুমুখ পালেহি। বন্দনা যেন সচেতন হ'ল—

"আমি ঘূৰো আৰু ব'লা বাইদেউ—বহুত দূৰ আহিলো।"

আলোক ৰ'ল আৰু ক'লে, "বন্দনা ঘূৰিব খুজিছানেকি? এৰা, আমাৰ এইফালে স্বাধীনতা দিন পালনৰ কাৰণে একো আড়ম্বৰেই নাই, দেখিছানে গোটেইখন আন্ধাৰ, নগৰৰ দীপালী আমাৰ ইয়াত হোৱা নাই।"

"কিন্তু আপুনি একো নকৰিলে কিয়?" মায়াই সুধিলে।

"ব'লাচোন বাৰ মোৰ ঘৰলৈ, মই কি কৰিছো চাবা—"

"সঁচা! যাবিনে বন্দনা?"

বন্দনা মনে মনে থাকিল।

অলপপৰৰ মূৰত তিনিও গৈ আলোকৰ ঘৰৰ দুৱাৰ মুখত ৰ'লগৈ।

"অকণমান ৰ'বা দেই, মায়া, মই দুৱাৰ খুলি লেমটো জ্বলাওঁ। বন্দনাই আকৌ বেয়া পাইছানেকি?"

"ওহো, কিয় বেয়া পাম?" বন্দনাই প্ৰতিবাদৰ সুৰত ক'লে।

"এই ঠাইডোখৰ অলপ এয়াৰ কণ্ডিচন্দ—"

"এয়াৰ কণ্ডিচন্দ?"

"এৰা, অৱস্থা ভেদে ইয়াত গৰম ঠাণ্ডা হয়।" হেচামাৰি দুৱাৰখন মেলি আলোকে ক'লে আৰু লেমটো জ্বলাই মেজখনত থৈ ক'লে—"মই অকলে থাকিলে ইয়াৰ temperature-টো ঠাণ্ডা থাকে, কিন্তু আজি তোমালোক আহিছা গৰম হ'ব পাৰে।"

মায়াইতে হাঁহিলে।

চকী দুখন, এখন মেজ, এটা বেতৰ মুঢ়া, কাষতে বিছনাখন আৰু বিছনাৰ কাষতে কিতাপৰ চেল্‌ফ্‌টো, কেইটামান কিতাপ বিছনাৰ ওপৰতো পৰি আছে।

মায়াই নিজেই আগবাঢ়ি গৈ আলোকৰ বিছনাখনত বহিল, অলপ ইতস্ততঃ কৰি মায়াই ক'লে, "বহ বন্দনা, চকীখনতে বহ। কবি বহা চকী। তোৰ উপকাৰ হ'ব পাৰে।"

আলোকে ক'লে, "বহা বন্দনা, তুমিও চকীতে বহিব পাৰিলাহেঁতেন মায়া—"

"আপোনালোকেই বহকচোন আজিলৈ, কিন্তু ক'ভা, আপোনাৰ স্বাধীনতাৰ চিন?"

"অ' স্বাধীনতাৰ চিন! আছে বহা, কিন্তু তাৰ আগতে এপিয়লা চাহ খোৱা যাওক। অকণমান বহাহক দেই বন্দনা—"

"আপুনি কি কৰে?"

"পাচ মিনিটতে হ'ব। সুদা এপিয়লা চাহ। ন'বাটো উৎসৱ চাবলৈ যাব পায়।"

মায়াই কৈ উঠিল, "আজি স্বাধীনতা উৎসৱৰ নিমিত্তে বন্দী-শালত সোমাই থকা ডিবোতাও বাহিৰলৈ ওলাই গৈছে, আৰু আপুনি বাহিৰৰ পৰা আহি

বান্ধনী-শালত সোমাব আমাক চাহ খুৱাবৰ কাৰণে। ইমান cynic হ'ল কাহানিৰ পৰা ? কিন্তু চাহ নোখোৱাকৈ নগৈছো, তই বহ, কথা পাত বন্দনা, মই চাহ কৰো—"

"তুমি নহয়, মায়া, তুমি নোৱাৰিবা।"

"কৰিয়ে খোৱা চাহ নহলেও, চাহপাত সিজোৱা গৰম পানীতো কৰিব পাৰিম।"

বান্ধনী-শালখনৰ ভিতৰলৈ সোমাই গ'ল মায়া।

আলোকে বিছনাৰ কাষত থকা ভাঙৰ টিনৰ বাকচটো খুলিলে, আৰু তাৰ পৰা দুটা নতুন কিতাপ উলিয়ালে, এটা কিতাপ বন্দনালৈ আগবঢ়াই দিলে আলোকে।

ভিতৰৰ পৰা মায়াই চিঞৰি ক'লে, "তইতো দেখোন মনে মনে আছ বন্দনা ?"

"ওঁ—চোৱাহি বাইদেউ—" আনন্দত আপ্লুত মাতেৰে বন্দনাই উল্লাসেৰে ক'লে।

"চেনি ক'ত আছে মামা ?" মায়াই চিঞৰিলে।

"অ' পাইছো, পাইছো—ৰবি দেই বন্দনা, কি ওলাইছে চামগৈ, আগতে চাহটোপা কৰি লওঁ—"

কিতাপটো বন্দনাই চকুৰ আগত দাঙি ধৰিলে, আলোকৰ কবিতাৰ কিতাপ —"গন্তালিৰ স্বপ্ন।"

"কেতিয়া ওলাল ?" পাতনিখনৰ ওপৰত চকুফুৰাই বন্দনাই সকৈকে সুধিলে।

"কালি—"

"কালি ?"

"ওঁ, তত্তাভৈয়াকৈ কালি দহ কপি বান্ধি উলিয়াই দিছে। মোৰ প্ৰথম প্ৰকাশিত কবিতাৰ পুথি।"

বন্দনাই কিন্তু আলোকৰ কথালৈ কাণ দিয়া নাছিল—বন্দনাৰ চকু ইতিমধ্যে কবিতাৰ মাজত নিবদ্ধ হৈ পৰিছে।

দুপিয়লা চাহ লৈ মায়া ভিতৰৰ পৰা ওলাই আহিল।

"কি কিতাপ পালি বন্দনা ?" চাহ মেজখনত থৈ মায়াই সুধিলে।

আলোকে এটা কিতাপ মায়ালৈ আগবঢ়াই দিলে।

কিতাপৰ নাম আৰু লিখকৰ নামৰ ওপৰত চকু ফুৰাই মায়াই কৈ উঠিল—"আপুনি দিনে দিনে Romantic হৈ গৈছে মামা—"

"Romantic ? মানে ?"

"স্বাধীনতা উৎসৱ উপলক্ষে কবিতাৰ কিতাপ ছপা কৰি প্ৰকাশ কৰা এই Idea-টো Romantic নহয় আৰু কি ? কিন্তু নাম দিলে কি ? 'গজালিৰ স্বপ্ন ?' কিয়—স্বপ্নৰ গজালি নিদিলে কিয় ?"

"তুমি সঁচাই চাহ কৰিলা মায়া—বহা, পিছত সমালোচনা কৰিম। আগে চাহ খাই লোৱা যাওক—সুদা চাহ—"

"সুদা চাহ ক'ত ? চাহৰ লগত আপোনাৰ কবিতা। তই চাহৰ কথা পাহৰিয়ে গৈছনেকি বন্দনা ?"

বন্দনাই ক'লে, "ও খাওঁ—কিন্তু এই কবিতাবোৰ কেতিয়া লিখিলে ? আগে প্ৰকাশ হোৱা নাই কিজানি।"

"আগে নাই প্ৰকাশ হোৱা। বেছি ভাগ underground-হৈ থাকোতে লিখা।"

মায়াই নিজৰ চাহ পিয়লাও ভিতৰৰ পৰা আনিলে আৰু মুঢ়াটোতে বহি ল'লে।

"আজিৰ দিনটো পালন কৰিবৰ কাৰণে আপুনি এনে প্ৰণীয়া দিহা কৰি থৈছিল অথচ মই নিজে নহা হ'লে হয়তো কিতাপ আপোনাৰ বাকচতে সোমাই থাকিলহেঁতেন আজি গোটেই ৰাতিটো। কি যে স্বাৰ্থপৰ আপুনি।"

"মই কিতাপৰ কথা পাহৰিয়ে গৈছিলো মায়া। বাহিৰত ইমান ডাঙৰ উৎসৱ হৈছে, তাৰ তুলনাত মোৰ কবিতা—"

বন্দনাই ক'লে—"আপোনাৰ কবিতাৰ সমালোচনা আপুনি নিজে নকৰাই ভাল।"

আলোক মনে মনে থাকিল।

মায়াই ক'লে,—"আপুনি হয়তো বেয়া পাব, কিন্তু মোৰ এতিয়া কবিতা প'ঢ়িবৰ ধৈৰ্য্য নাই। ইমান আনন্দ লাগিছে মোৰ!"

"কিয় ?"

"গজালিৰ স্বপ্নই ৰূপ লোৱা দেখি! কিন্তু আপুনি নিজৰ কথাকে লিখিছে-তো ?"

"মানে ?"

"মানে—মইতো ভাবো গজালিয়ে মুকলি আকাশ আৰু মুক্ত পোহৰৰ স্বপ্ন দেখে, আলোকৰ স্বপ্ন কোনোবাই যেতিয়া কাঢ়ি লৈছে জানো ?"

মায়াৰ প্ৰশ্নটোত যেন আলোক অলপ বিব্ৰত হ'ল। বন্দনাই কিতাপৰ পাতৰ পৰা মূৰ তুলি আলোক আৰু মায়াৰ মুখলৈ চালে।

হাঁহি মায়াই ক'লে, "আলোক মানে পোহৰ, নহয় জানো বন্দনা ?"

আলোকে ক'লে, "ভাবিছো, ইয়াৰ একোটা কপি তোহঁতৰ আৰু নিশালৈ পঠাম।"

মায়াই ক'লে, "সিহঁতেইতো এইবোৰ কবিতাৰ প্ৰেৰণা, নহয় জানো ? নিশাই বাৰু আজিকালি চিঠি-পত্ৰ দিছেনে ?"

"ভালেমান দিন পোৱা নাই। ময়ো লিখা নাই। এই কিতাপখনকে একপি পঠাই দিও বুলি ভাবিছো।"

"কবিতাবোৰত জানো চিঠিৰ বাতৰি আছে ?"

মায়াৰ কথাত অলপ বিষন্নভাবে আলোকে ক'লে, "এতিয়া আৰু মোৰ নিশালৈ জনাবলগীয়া বিশেষ বাতৰি নাই মায়া আৰু থাকিলেও জনাবৰ প্ৰয়োজন নোহোৱা হৈছে। কিন্তু মোৰ কবিতাত হয়তো অন্তৰ দৰে নিশায়ো মোৰ ভাব-চিন্তাবোৰ উপলব্ধি কৰিব পাৰিব। অ' ৰবা বন্দনা, তোমালোক দুয়োকো দুকপি দিওঁ, দিওঁনে ?"

মায়াই ক'লে, "বন্দনাকে একপি দিয়ক। আমিতো একে ঘৰতে থাকো।"

"তোমাক নেলাগে ?"

"যি আপোনাক বুজি নেপায়, সি আপোনাৰ কবিতা পঢ়ে, মইতো আপোনাক বুজো, আপোনাৰ কবিতা পঢ়ি বেলেগে বুজিবৰ চেষ্টা কৰাৰ দৰকাৰ জানো আছে ?"

আলোকে একো নক'লে।

কলমটো লৈ আলোকে 'গজালিৰ স্বপ্ন'ৰ কপি এটাত নিজৰ নাম লিখি বন্দনাক দিলে।

কিছুপৰ দুইচাৰিটা সাধাৰণ কথা পতাৰ পিছত তিনিও উঠিল। ৰাতি যথেষ্ট হ'ল। মায়াইত ভালেমান দূৰ যাব লাগিব।

দুৱাৰখন বন্ধ কৰি আলোক লগে লগে আহিল।

"তোমালোকৰ লজিয়াটো কিজানি আজি নষ্টহে কৰিলো বন্দনা। আজিৰ দিনত সুদা চাহ এপিয়লাৰে বিদায় দি লাজহে পাইছো।"

হাঁহি বন্দনাই ক'লে, "কিন্তু আপোনাৰ প্ৰথম প্ৰকাশিত কবিতাৰ কিতাপখন যে আমিয়ে প্ৰথম পঢ়িবলৈ পালো আপোনাৰ ঘৰলৈ আহি।"

মায়াই ক'লে, "ভাকৰ শ্ৰীকণ্ঠ বোলে অলপতে বিলাতলৈ যাব—শুনিছে ?"

"অ' হয়নেকি ? কেতিয়া যাব ?"

"এতিয়াও ঠিক হোৱা নাই। কিন্তু তাৰ আগতে দেউতা ডিব্ৰুগড়লৈ বদলি হৈ যোৱাৰ কথা আছে। বোধকৰো অসপতে যাব।"

"ডিব্ৰুগড়লৈ, অ'—"

আলোক মনে মনে থাকিল।

"ল পাছ কৰি আপুনি কি কৰিব ?"

"এতিয়াওতো এটা বছৰ আছে। অৱশ্যে ওকালতি কৰিম বুলিয়ে ভাবিছো, যদি পাছ কৰিব পাৰো।"

মায়াই সুধিলে, "ক'ত কৰিব ? ডিব্ৰুগড়ত ?"

"ডিব্ৰু—! সেইটো এতিয়াও ভাবিবৰ সময় হোৱা নাই কিজানি।"

বন্দনাই সুধিলে, "আপুনি জানো পলিটিক্স নকৰিব!"

"পলিটিক্সৰ ধাৰা স্বাধীন ভাৰতত কেনেকুৱা হ'ব, এতিয়াও ক'ব নোৱাৰি। মই গৰীব মানুহ—হয়তো সাংস্কৃতিক আন্দোলন, শ্ৰমিক আন্দোলনৰ ক্ষেত্ৰহে মোৰ ৰাজনীতিৰ ক্ষেত্ৰ হ'ব। অৱশ্যে কি কৰিম এতিয়াও ঠিক কৰা নাই।"

মায়াই ক'লে, "আপুনি কি কৰিব মই কিন্তু ক'ব পাৰো। ৰাজনীতি, ওকালতি, সাহিত্যতো কৰিবই, তাৰ উপৰিও আপুনি—"

মায়া ৰৈ গ'ল।

"আৰুনো কি কৰিম মায়া।"

"আজিয়েই সেই কথা কোৱা ঠিক নহ'ব। বন্দনাই জানিলে মনে মনে হাঁহিব—"

বন্দনাই ক'লে, "বাক বাইদেউ, তুমি এখেতক ইমান টান টান কথা কোৱা, তেখেতে জানো বেয়া নেপায় ?"

"বেয়া পাবৰ কাৰণেইতো কওঁ। অন্য সকলোৱেইতো কোমল কোমল কথা কয়, নহয় জানো মামা ?"

"বেয়া পাবলগীয়া কথাতো তুমি নাই কোৱা মায়া। মোৰ বিষয়ে যদি কোনোবাই ভাবে, তেওঁৰ ওচৰত মোৰ কৃতজ্ঞ হোৱাৰ বাহিৰে অন্য কৰিবলগীয়া একো নাই।"

বন্দনাই ক'লে, "কিন্তু কোনোবাই যদি আপোনাৰ বিষয়ে ভুলকৈ ভাবে ?"

"অসম্ভৱ নহয়। মই কিন্তু কাকো ভুলকৈ ভাবিবৰ সুযোগ দিবলৈ নিবিচাৰো।"

মায়াই আলোকৰ মুখলৈ চালে, আলোক কিন্তু অচঞ্চল। কথাবোৰ ভাবি

চিঞিয়ে কৈছে। কবি আলোকে নহয়, উকীল আলোকে নহয়, নহজ আলোকে কথা কৈছে।

বন্দনাই ক'লে "তেতিয়া হলে আপোনাবো কাকো ভুল বুজিবৰ দুৰ্ভাগ্য নহ'ব।"

তিনিও নিৰবে আগবাঢ়িল ব্যস্ত নগৰৰ জন কোলাহলৰ ফালে।

॥ উনৈশ ॥

চৰকাৰী হস্পিতালৰ ছিভিল ছাৰ্জন চৌধুৰীয়ে নীৰাক ক'লে,—"তোমাৰ অৱস্থা মই ভালকৈ বুজিছো। কিন্তু নাৰ্চৰ জীৱনটো বৰ সহজ নহয়। কঠিন শ্ৰমৰ দৰকাৰ, ত্যাগ আৰু সেৱাৰ আদৰ্শ থকাৰ, তদুপৰি নিজক ঠিক ৰখাৰ দৰকাৰ।"

তলমূৰ কৰি নীৰাই শুনি গ'ল। এই আদহীয়া ডাক্তৰজনে বহুত নাৰ্চ দেখিছে, বহুত নাৰ্চক কাম শিকাইছে, চাকৰিও দিছে। তেওঁ মিছা কোৱা নাই।

ত্যাগ কৰিবলৈ মোৰ আৰু একো নাই। সকলো শেষেই হৈছে। দেহাটো ভালে থাকে মানে যি কোনো প্ৰকাৰৰ শ্ৰম কৰিবই লাগিব, নহ'লে খাম কেনেকৈ? আৰু সংযম? হয়তো তাৰো নতুন শিক্ষা লাভ কৰিবৰ অৱকাশ মোৰ আৰু নাই। আৰু সেৱা? মিছা কথা ডাক্তৰ চৌধুৰী, সেৱা কৰিবৰ কাৰণে কোনো নাৰ্চ হবলৈ নাহে—জীৱিকাৰ কাৰণে আহে। অৱশ্যে সেৱা কৰাটোৱেই যাৰ জীৱনৰ একমাত্ৰ উপায়, তাৰ সেৱা কৰাত তৃপ্তি পোৱাৰ বাহিৰে গত্যন্তৰ নাই। দুৱাৰ ৰখীয়া দাৰোৱানে দুৱাৰমুখত দিনে বাতিয়ে থিয় হৈ থাকি ভাল পায় বুলি গৰ্ব কৰাৰ মহত্ব নাই।

কিন্তু মুখ ফুটাই একো নকৈ নীৰাই তলমূৰ কৰি ক'লে,—"মই বুজিছো চাৰ। মই সকলো কৰিব পাৰিম।"

ডাক্তৰে নীৰাৰ মুখলৈ এবাৰ চালে—ক্ষীণ, নিশকটীয়া ছোৱালীজনী,—মুখখন শুকান, শেতা পৰা, অলপ ৰোগী যেন দেখি, কিন্তু মুখখন আৰু মাহুহজনী ধুনীয়া, মৰমলগা।

ডাক্তৰে ক'লে, "নোৱাৰিবৰ কোনো কাৰণ নাই। আজিকালি বহুত নাৰ্চ হৈছে, তুমি ট্ৰেইনিং লোৱা, সকলো কাম ভালকৈ শিকা আৰু তোমাৰ নিজৰ স্বাস্থ্যও অলপ ভাল কৰি লোৱা। পিছে থাকিবা ক'ত ?"

"তাৰ দিহা মই কৰিম ছাৰ। কিন্তু মোৰ হাতত বৰ্তমানে চলিবলৈকে পইচা-পাই নাই। যদি কিবা এলাৱেন্স এটা দিয়ে—"

অলপ ভাবি ডাক্তৰে ক'লে, "এলাৱেন্স তুমি পাবাই; কিন্তু আগতীয়াকৈ! বাৰু--" ডাক্তৰে নিজৰ জেপত হাত দিলে আৰু এখন দহটকীয়া নোট উলিয়াই নীৰাৰ হাতত দি ক'লে—"এতিয়া ইয়াৰেই চলা, মই বাৰু তুমি চলিব পৰাকৈ কিবা এটা এলাৱেন্সৰ দিহা কৰি দিম।"

এই মহৎহৃদয় ডাক্তৰজনৰ ওচৰত নিঃসহায় নীৰাই কৃতজ্ঞতাত মূৰ দোঁৱালে।

সপ্তাহতে নীৰাই Midwifery আৰু general nursing-ৰ ট্ৰেনিং লবৰ এটা ব্যৱস্থা কৰি দি ডাক্তৰ নিজৰ কামত লাগিল। নীৰা ডাক্তৰৰ কোঠাৰ পৰা ওলাই আহিল।

নীৰাৰ জীৱনৰ ভিতৰৰা খবৰ পোৱা তৃতীয় মানুহজন হ'ল এই ডাক্তৰ চৌধুৰী। হতাশা আৰু ধিক্কাৰত অতীষ্ঠ হৈ নীৰাই ডাক্তৰে নোসোধাকৈয়ে নিজৰ জীৱনৰ চমু কাহিনী কৈ গৈছিল :

নীৰাৰ মাক আছিল যোৰহাট টি কোম্পানীৰ অন্তৰ্গত কোনোবা এখন চাহ বাগানৰ বনুৱা। দেখাই মেলাই নীৰাৰ মাক ধুনীয়া আছিল। গতিকে বাগানৰ ইউৰোপীয় ডেকা মেনেজাৰে নীৰাৰ মাকক 'মেম' কৰি পেলালে। নীৰাৰ মাকৰ আপত্তি কৰিবৰো উপায় নাছিল। বাগানৰ বহুত বনুৱাৰ গাভৰু ছোৱালীয়েই নানা উপায়ে বগা মালিকহঁতক সন্তুষ্ট কৰিব লগা হয়। স্বামীৰ লগত শুই থকা গাভৰু তিৰোতাকো কেতিয়াবা বাতি জগাই নি চাহাবৰ লগত থৈ আহিব লগা হয়। নীৰাৰ মাক দেখা দেখি ভাবে 'মেম' হৈ থাকিব লগা হোৱাত বৰং ভালেই পালে।

কিন্তু নীৰাৰ জন্মৰ অলপ দিনৰ আগতে মেনেজাৰ বিলাতলৈ যাব লগা হ'ল। নীৰাৰ মাকক সাধাৰণভাবে চলিব পৰাকৈ কিছু টকা-পইচা দি চাহাব গুচি গ'ল।

কিন্তু নীৰা এবছৰীয়া হোৱাৰ পিছতে স্বচ্ছলভাবে চলিবৰ উপায় নেপাই, নীৰাৰ মাক পুনৰ বাগানৰ কাম কৰা বনুৱা হ'ল। তাৰ ছমাহৰ পিছতে বাগানৰে অন্য এটা বনুৱাৰ লৈতে বিয়া সোমাল।

বাগানৰ সকলো বন্থুবাৰে জানে নীৰা চাহাবৰ ছোৱালী। নীৰাৰ ৰূপ দেখি সকলো বিস্মিত আৰু মুগ্ধ হ'ল। তাই যিমানে বাঢ়ি আহিল, সিমানে দিনে দিনে তাইৰ ৰূপ চৰি আহিল। তাইৰ ৰূপ বাগানৰ সকলোৰে এটা আলোচনাৰ বিষয় হ'ল। অৱশ্যে মাক আৰু নতুন বাপেকৰ লগতে নীৰাইও বাগানত কোৰমৰা, পাত তোলা কাম কৰি যাবলৈ ধৰিলেহেঁতেন; কিন্তু বিলাতৰ পৰা খবৰ কৰি নীৰাৰ চাহাব দেউতাকে নীৰাক মিছন স্কুলত ৰাখি পঢ়াবৰ ব্যৱস্থা কৰিলে। কোম্পানীৰ যোগেদি নীৰাক বিশেষ খৰচ দি থকাৰ ব্যৱস্থা হ'ল। নীৰা আহি মিছন স্কুলৰ হোষ্টেলত থাকিবলৈ ল'লে আৰু স্কুলতো নাম লগাই পঢ়াত লাগিল। নীৰাক নিয়মমতে খৃষ্টান ধৰ্মত দীক্ষিত কৰা হ'ল। আগৰ অন্য কিবা নাম আছিল যদিও, স্কুলত তাইৰ নাম ৰখা হ'ল নীৰা।

নীৰাই এদিন মেট্রিক পাছ কৰিলে। কিন্তু ইতিমধ্যে নীৰাৰ জীৱনলৈ নামি আহিছিল যৌৱনৰ পাৰ ওপচোৱা ঢল। নামি আহিছিল দেহৰ ৰেখাৰ ছন্দে ছন্দে ৰূপৰ উন্মাদনা। নীৰাই পালে মাকৰ নিচিনা আটিল অটুট দেহাৰ গঠন আৰু বগা বাপেকৰ নিচিনা শৰীৰৰ ৰং। যৌৱনে তাত মাদকতাৰ আবিৰ সানিলে। তাইৰ ধুনীয়া গভীৰ নীলা চকুহালত জলমলাই উঠিল—হেজাৰ অকথিত কামনাৰ আলিপ্সনা। তাইৰ ৰূপ, সৌন্দৰ্য্য লোভনীয় আৰু আকৰ্ষণীয় হৈ উঠিল।

মৰম কৰাৰ নামত, ভাল পোৱাৰ নামত বহুতেই নীৰাক খেলাৰ বস্তু হিচাবে লবলৈ বিচাৰিলে। হোষ্টেলৰ মেট্রনে নীৰাৰ মনটোক শাসনত ধৰাবৰ কোনো চেষ্টা কৰাৰ উপায় ভাবি নেপালে। নীৰা যেন আকাশৰ বুকুত শূণ্যতে ওপণ্ডি ফুৰা এডাল সোণোৱালী আকাশীলতা। মাটিৰ বুকুৰ ৰস তাই নিবিচাৰে, আকাশৰ বুকুৰ বায়ুৰ বুকুত যেন তাইৰ কাৰণে আছে প্ৰচুৰ জীৱনৰ ৰস। তাই অনুভৱ কৰিব নেজানে যে তাই ছিন্নমূল এডাল সৰু লতা। মাথোন তাই তাইৰ ৰক্তত অনুভৱ কৰে চাহ বাগিচাৰ শ্যামল বিস্তাৰৰ উদাৰতা, পূৰ্ণ স্বাস্থ্যৰ উন্মাদনা আৰু ক'ৰবাৰ দূৰণিৰ অচিন দ্বীপৰ স্বাভাৱিক adventure-ৰ উদগ্ৰ ক্ষুধা। তাইৰ প্ৰাণত যেন উৰি ফুৰাৰ, ওপণ্ডি ফুৰাৰ, দেশৰ পৰা দেশান্তৰলৈ উদ্দেশ্যহীন যাত্ৰা কৰাৰ অধীৰ উন্মাদনা।

এই উন্মাদনায়েই এদিন নীৰাক লৈ গ'ল সন্ত পৰিচিত এজন যুৱকৰ লগত—দূৰলৈ! ডেকাৰ ধন আছিল, যৌৱন আছিল, কথাৰ মাজত কল্পনাৰ ৰহণসানি স্বপ্ন সৃষ্টি কৰাৰ মোহনীয় শক্তি আছিল। এই ডেকাজনক হঠাতে নীৰাৰ বৰ

ভাল লাগি গ'ল। তেওঁৰ লগত নীৰা ঘৰৰ বাহিৰ ওলাই গ'ল—আত্মাৰ বাস্তিৰ ৰহস্তেৰে নিজৰ গা ঢাকি।

বহুত ঘূৰিলে দুয়ো—আগ্ৰা, দিল্লী, চিমলা, কাশ্মীৰ, ৰাজস্থান, হাইদৰাবাদ, বোম্বাই, কলিকতা। গতিয়েই গতিৰ প্ৰেৰণা। গতিৰ আনন্দতেই গতিৰ উন্মাদনা। পৰিচয় দিলে স্বামী-স্ত্ৰী বুলি—সহজ পৰিচয়। দুয়ো অনুভৱ কৰিলে জোনৰ পৰা অনাস্বাদিত মধুক্ষণৰ অবাৰিত তৃপ্তি। হনিমুন!

নীৰাই অনুভৱ কৰিলে, যেন ডেকাৰ লগত হোৱা পৰিচয়েই নীৰাক বহুত ডাঙৰ কৰিলে, বহুত নতুন কথা, নতুন ৰহস্যৰ লগত পৰিচয় কৰি দিলে। তৃপ্তি, আত্মপ্ৰসাদত নীৰাৰ চকুমুখ উজ্জল হৈ উঠিল।

কিন্তু ক্ৰমে যেন ডেকাৰ অৱসাদ আহিল। ডেকাৰ যেন চেতনা আহিল। ডেকাই দিনে দিনে কামৰ কথা কৈ নীৰাৰ পৰা আঁতৰি থকাৰ চেষ্টা কৰিলে।

তাৰপিছত এদিন কলিকতাৰ এটা হোটেলত নীৰাক অকলে এৰি ডেকা নিৰুদ্দেশ হ'ল। নীৰাই বাট চালে—এদিন, দুদিন—এমাহ, দুমাহ।

তাৰ পিছত হোটেলৰ মেনেজাৰৰ মুখত শুনিলে কোনোদিনে নুশুনা এষাৰ কথা: "তেওঁ আক ঘূৰি আহিব বুলি বহি থাকিলে তোমাৰ কোনো লাভ নহ'ব। এনেকৈ বহুতেই ছোৱালী আনি আমাৰ ইয়াতে থৈ নিৰুদ্দেশ হয়। আমি বেয়া পাইছো—তোমাৰ নিচিনা এজনী ছোৱালীক ঠগাৰ কাৰণে। কিন্তু মতা মানুহ তেনেকুৱাই। মোৰ মনেৰে তুমি যেনে তেনে ঘৰলৈকে ঘূৰি যোৱাগৈ।"

"কিন্তু মোৰ হাতত যে পইচা এটাও নাই। কেনেকৈ যাম? আৰু অসমতো মোৰ কোনো নাই।"

নীৰাৰ কথা শুনি মেনেজাৰজনে অলপ পৰ নীৰাৰ মুখলৈ চাই ৰ'ল। বয়স্থ, অভিজ্ঞ মানুহজন। ব্যৱসায়ী হলেও মৰমীয়াল মানুহ। তেওঁ লাহে লাহে ক'লে, "তোমাৰ নিচিনা, হাতত পইচা নথকা, নিজৰ ঘৰ-বাৰী নোহোৱা ছোৱালী বহুত আছে কলিকতাত। কিন্তু সেইটো জীৱন বৰ বেয়া। সি মানুহক ধ্বংস কৰি পেলায়। মোৰো নিজৰ ছোৱালী আছে—তোমাৰ বয়সীয়া।"

মেনেজাৰ আঁতৰি গ'ল।

কেইদিনমানৰ পিছত নীৰা এদিন মেনেজাৰৰ ওচৰলৈ গ'ল আৰু নিজৰ সকলো শক্তি দি, নিজৰ লাজ মান কাটি কৰি কঁপি কঁপি ক'লে—"কিন্তু মই এইদৰে অসমলৈ কেনেকৈ ঘূৰি যাম?"

মেনেজাৰে নীৰাৰ গাটোৰ ফালে চালে। নীৰাৰ গাত প্ৰথম মাতৃত্বৰ

খাকৰ স্পষ্ট হৈ উঠিছে। তলযুৰ কৰি মেনেজাৰে সুধিলে—"তোমালোকৰ বিয়া হোৱা নাছিল ?"

নীৰা মনে মনে থাকিল। লাজ আৰু অনুশোচনাত নীৰা বগা পৰিল।

"তাৰ ঘৰ ক'ত ?"

"অসমতে।"

"যদি তাৰ বাপেক মাকৰ ওচৰলৈ গৈ তোমাৰ কথা কোৱাগৈ, তেওঁলোকে তোমাক গ্ৰহণ নকৰিব জানো ?"

কিছুপৰ কিবা ভাবি নীৰাই ক'লে, "আশা নাই।"

"কিয় ?"

"তেওঁলোক মুছলমান—"

মেনেজাৰ চিন্তিত হৈ পৰিল।

তাৰ পিছত তেওঁ নিৰ্লিপ্তভাবে সুধিলে, "কিমান দিন হ'ল ?"

ইতিমধ্যে যেন নীৰাৰ সকলো লাজ, সংকোচ শেষ হৈ আহিছিল। নীৰাই সহজভাবেই ক'লে, "পাঁচ মাহতকৈ অলপ বেছি হৈছে।"

কিছু পৰ মেনেজাৰ মনে মনে থাকিল, তাৰ পিছত লাহে লাহে ক'লে—"বাৰু বেছি চিন্তা নকৰিবা। সন্তানটোৰ জন্ম নহয় মানে তুমি আমাৰ ঘৰতে থাকিবা, কিন্তু অসুবিধাহে কিছু পাবা। মোৰ ঘৰ সৰু।"

নীৰাই ক'লে, "যেনে তেনে থাকিম। কিজানি তেওঁ ওলাবহিও পাৰে ইতিমধ্যে।"

মেনেজাৰে উপহাসৰ এটা হাঁহি মাৰিলে, "তোমাৰ আৰু বহুত কথা শিকিবলৈ বাকী আছে, আকৌ আহিবৰ কাৰণে সি যোৱা নাই।"

নীৰা মেনেজাৰৰ ঘৰলৈ গুচি আহিল। প্ৰায় ছমাহৰ মূৰত নীৰাৰ এজনী ছোৱালী উপজিল হস্পিতালত। পোন্ধৰ দিনৰ মূৰত নীৰা হস্পিতালৰ পৰা আহিল। তাৰ পিছত আৰু ডেৰমাহ মেনেজাৰৰ ঘৰত থাকিল আৰু এদিন তাই মেনেজাৰৰ লগত গৈ ছোৱালীজনী অৰ্ফেনেজত দি গুচি আহিল। তেতিয়া তাই বৰ বেছি অনুভৱ নকৰিলে—ইয়াৰ প্ৰতিক্ৰিয়া তাইৰ জীৱনত কি হ'ব পাৰে। ছোৱালীজনীৰ বাপেক আৰু ছোৱালীজনীৰ ওপৰত তাইৰ বিৰক্তি আৰু বিতৃষ্ণা উপজিল। বাপেকৰ অপৰাধৰ কাৰণে তাই যেন জীয়েকৰ ওপৰত নিষ্ঠুৰ হৈয়ে প্ৰতিশোধ লবলৈ বিচাৰিলে। নীৰাই কঠিনতাক ইমান সহজভাবে লোৱা দেখি মেনেজাৰ অলপ আচৰিত হ'ল। হয়তো এছিয়া আৰু ইউৰোপৰ

তথা নিবক্ষৰ শ্ৰমিক আৰু শিক্ষিত কালচাৰ্ডৰ বক্ত সংযোগৰ ফলতে নীৰা এনে .নিৰ্বিকাৰ হ'ব পাৰিছে বুলি মেনেজাৰে প্ৰত্যয় যাবৰ চেষ্টা কৰিলে।

অৱশ্যে নীৰাই নিজেও ভেতিয়া যুক্তিৰ নোৰাবিলে উন্নত প্ৰেমৰ প্ৰথম অবদান এই ছোৱালীজনীক তাই কেনেকৈ ইমান নিৰ্বিকাৰ আৰু সহজভাৱে অৰ্কেনেজত এৰি আহিব পাৰিলে।

অসমলৈ ঘূৰি অহাৰ খৰচ মেনেজাৰেই দিলে। কলিকতা এৰাৰ আগতে মাথোন নীৰাই মেনেজাৰক এটা কাতৰ অনুৰোধ কৰি আহিল যেওঁ যেন ছোৱালীজনীৰ খবৰ ৰাখে। নীৰাই ক'লে, "যদি কিবা আৰ্জন কৰিব পাৰো মই আপোনাৰ নামত ছোৱালীজনীৰ কাৰণে টকা পঠাম। আপুনি চাব যাতে ছোৱালীজনীক ভালকৈ ৰখা হয় আৰু যেন তাইৰ কোনো গাৰ্জেন ওলাই লৈ নেযায়। তাইৰ নাম দিছো প্ৰাৰ্থনা, সেইটো নামকে যেন ৰাখে।"

নীৰা বেলেৰে গুৱাহাটীলৈ আহিল, তাৰ পিছত জাহাজেৰে চিকাৰী ঘাটলৈ গ'ল। নেঘেৰেটিং বাগানত নীৰাৰ এজনী সহপাঠী আছিল। কেইদিনমান তাতে থাকি নীৰা নাৰ্চৰ ট্ৰেইনিঙৰ কাৰণে যোৰহাটৰ ছিভিল হাৰ্জনৰ কাষ চাপিল।

**। কুৰি ।**

ডাক্তৰ শ্ৰীকণ্ঠৰ ইউৰোপলৈ যোৱাৰ ব্যৱস্থা একপ্ৰকাৰ সম্পূৰ্ণ হৈছিল। অপেক্ষা কৰিছিল পাছপৰ্টৰ কাৰণে আৰু নিশাৰ দ্বিতীয় সন্তানটোৰ জন্মৰ কাৰণে। এনেতে ডাক্তৰে অৰ্ডাৰ পালে যেওঁক ডিব্ৰুগড়লৈ বদলি কৰিছে।

নিশাৰ লগত ডাক্তৰে কথাটো ভালকৈ আলোচনা কৰিলে। ডিব্ৰুগড়ত ডাক্তৰৰ দেউতাকৰ এটা নিজস্ব সম্পত্তি আছে—নগৰৰ ভিতৰতে। এখন বহল বাৰী আৰু থাকিব পৰা পুৰণি ধৰণৰ এটা ঘৰো আছে। মাজে মাজে ঘৰটোত ভাড়াতীয়া থাকে, মাজে মাজে এনেয়ে পৰি থাকে। মাটি-সম্পত্তি বেচি পেলোৱাৰ পক্ষপাতী শ্ৰীকণ্ঠৰ দেউতাক নহয়। স্থাৱৰ সম্পত্তি থাকিলে কোনো দিন অথলে নেযায়।

শ্ৰীকণ্ঠই আৰু এটা কথা ভাবিছিল—স্বাধীন হোৱাৰ পিছত অসমৰ দুখন নগৰৰে পৰিবৰ্তন হোৱাৰ সম্ভাবনা বেছি—গুৱাহাটী আৰু ডিব্ৰুগড়। গুৱাহাটীত বিশ্ববিদ্যালয় হ'ব, হাইকৰ্ট হ'ব, নানা ধৰণৰ বিকাশ আৰু সম্প্ৰসাৰণ হ'ব।

ডিব্রুগড়তো মেডিকেল কলেজ খোলা হোৱাৰ আয়োজন হৈছে। ডাক্তৰ হিচাবে শ্ৰীকণ্ঠ যদি ডিব্রুগড়ত স্থায়ীভাবে থকাৰ ব্যৱস্থা হয়, হয়তো সি দূৰ-দৰ্শিতাৰে পৰিচায়ক হ'ব। শ্ৰীকণ্ঠৰ কাৰণে গুৱাহাটীতকৈ ডিব্রুগড়ত সুযোগ সুবিধা বেছি হ'ব বুলিয়ে ডাক্তৰে ধাৰণা কৰিলে।

অৱশ্যে এনে অৱস্থাত নিশাক খুবুৰীৰ পৰা ডিব্রুগড়লৈ নিয়াটো ঠিক হ'বনে নহয়, তাকো ভাবি চাবলগীয়া। নিশাৰ স্বাস্থ্য ভালে আছে। তথাপি এনে শৰীৰেৰে ইমান দীঘলীয়া যাত্ৰা কৰা জানো ভাল হ'ব? আনহাতে নিশাক নি তেজপুৰৰ ঘৰত ৰখাৰো ইচ্ছা শ্ৰীকণ্ঠৰ নাই। তেওঁ ঘৰত নথকা অৱস্থাত নিশাই কোনো প্ৰকাৰৰ অযত্ন অথবা অৱহেলা পোৱাটো ডাক্তৰৰ কাৰণে অসহনীয় কথা।

নিশাই শ্ৰীকণ্ঠক আশ্বাস দিলে; "মই ডিব্রুগড়ত থাকিয়ে ভাল পাম। মোৰ কাৰণে আপুনি কোনো চিন্তাই কৰিব নেলাগে। আগে যে আপোনালোকৰ ডিব্রুগড়ৰ ঘৰত আপোনাৰ মাহীদেৰেক 'আছিল—তেওঁৰতো কেও কিছু নাই। হয়তো ক'লে তেৱেঁ। আহি আমাৰ লগত থাকিবহি পাৰে।"

শ্ৰীকণ্ঠই আৰু ভবাৰ দৰকাৰ নেদেখিলে। তেওঁৰ এগৰাকী বিধবা মাহীয়েক আছিল। তেওঁৰ কোনোৰেই নাই—এজনী ছোৱালী আছিল—বিয়া দিছে। আজিকালি ভতিজাক এটাৰ লগত ডিগবৈত থাকে। তেওঁক আনি ৰাখিলে তেওঁ নিজেও ভাল পাব আৰু নিশাৰো সহায় হ'ব। মাজতে কিছুদিন তেওঁ শ্ৰীকণ্ঠৰ ঘৰটোত আছিল। অৱশ্যে তেওঁৰ স্বাস্থ্য সিমান ভাল নহয়, তদুপৰি চকুৰেও কম দেখে, কিন্তু মানুহগৰাকী বৰ মৰমিয়াল, আৰু নিশাৰ সন্তানৰ কাৰণে তেনে এগৰাকী আপোন মানুহৰ সহায়-সাহচৰ্য্য বৰ সময়োপযোগী হ'ব, আৰু মাহীয়েকৰ লগত থৈ গলে নিশা সম্পৰ্কে ডাক্তৰ শ্ৰীকণ্ঠও নিশ্চিন্ত হ'ব পাৰিব। নহ'লে হস্পিতেল-মস্পিতেলে নিশ্চয় কেতিয়াবা নিশাৰ অসুবিধা হ'ব পাৰে।

পলম নকৰি সোনকালে শ্ৰীকণ্ঠই ডিব্রুগড়লৈ যোৱাৰ আয়োজন কৰিলে। বেছি পলম কৰিলে নিশা যোৱাত বেছি অসুবিধা হ'ব আৰু সন্তান জন্মাৰ পিছতো দুমাহ-ডেড় মাহৰ কমে নিশা যাব নোৱাৰিব।

কিছুমান বস্তু ডাক্তৰে বুক কৰি আগতীয়াকৈ ডিব্রুগড়লৈ পঠাই দিলে। চাৰ্জ দিয়াৰ কামত কেইদিনমান তেওঁৰ কিছু বেছি খাটনিয়েই পৰিল।

তাৰ পিছত এদিন সহকৰ্মী আৰু বন্ধু-বান্ধৱৰ পৰা বিদায় লৈ ডাক্তৰ আৰু ছোৱালীজনী আৰু চাকৰ ল'ৰাটো লৈ ডিব্রুগড়লৈ যাত্ৰা কৰিলে।

যথেষ্ট আহল-বহল বাৰীখন। পুখুৰী আৰু টিউবৱেলো আছে। আগফালে এখন যঁাহভৰা বহল চোতাল। বাৰীখনত অৱশ্যে কেইজোপামান আম-কঠালৰ বাহিৰে অন্য গছ নাই। এৰা পৰি থকা বাৰীত সাধাৰণতে বনৰীয়া বন গজেই।

ভাঙৰ ঘৰটো পুৰণি ধৰণৰ। টিনপাতৰ ঘৰ, আহল-বহল অৱশ্যে। কিন্তু বেৰবোৰ যথেষ্ট পুৰণি হৈছে। কিছুমান ঠাইত বেৰৰ মাটি ছিমেণ্ট এৰাই গৈছে। বাক্ষনী-শালটো শ্ৰীকণ্ঠৰ নিৰ্দ্দেশমতে অলপতে সজোৱা হৈছে। নতুনেই। অলপ পাছফালে চাকৰ থাকিবৰ কাৰণে এটা সৰু ঘৰ আছে। তাতে ঘৰ ৰখীয়াটো থাকে।

ঘৰত কেইদিনমান ৰাখিয়েই ডাক্তৰে নিশাক হস্পিতালৰ মেটাৰ্নিটি ৱাৰ্ডত বন্দোবস্ত দিহা কৰিলে, ডাক্তৰৰ নিজৰ তত্ত্বাবধানতে থাকিব; কিন্তু কিছু বেছি পৰিচৰ্যা পাব, আৰু নিয়মমতেও থাকিব।

মাত্র কেইদিনমানৰ আগতে নীৰাই যোৰহাটত নাৰ্চৰ ট্ৰেইনিং শেষ কৰি আহি ডিব্ৰুগড় হস্পিতালত কামত সোমাইছিলহি। এই ধুনীয়া, গাভৰু নাৰ্চজনীকে লেডি ডাক্তৰৰ কথামতে শ্ৰীকণ্ঠই নিশাৰ কাৰণে বিশেষভাবে নিয়োগ কৰিলে। নীৰাক দেখি নিশায়ো ভাল পালে। নীৰায়ো ছিভিল ছাৰ্জনৰ পৰিবাৰ নিশাৰ পৰিচৰ্যাৰ সম্পূৰ্ণ ভাৰ নিজে লবলৈ পাই আনন্দ পালে। প্ৰথম অৱস্থাত দুই এদিনৰ কাৰণে অৱশ্যে নীৰাৰ ভয় হৈছিল—কিজানিবা ডাক্তৰনী বৰ গৰম মেজাজৰ হয়। কিন্তু নীৰাই দেখিলে নিশা বৰ শান্ত আৰু নিৰহংকাৰ। তদুপৰি সন্তানসম্ভৱা কোনো তিৰোতায়ে কাকো অসন্তুষ্ট কৰিবলৈ নিবিচাৰে, কিজানিবা গৰ্ভৰ সন্তানটোৰ কিবা অনিষ্ট হয়, কিজানিবা কাৰোবাৰ কিবা অভিশাপ লাগে।

নীৰা কেইদিনমানতে নিশাৰ বৰ আপোন আৰু অন্তৰংগ হৈ পৰিল।

ইতিমধ্যে ডাক্তৰে ঘৰ-বাৰীবোৰ আৱশ্যকীয় মেৰামতি আদি কৰাই, চূণ দিয়াই, লিপাই-পোচাই প্ৰায় নতুন কৰি তুলিলে। এৰাপৰলীয়া হৈ পৰি থকা ডাক্তৰৰ ঘৰ-বাৰীবোৰ দুদিনতে জকমকাই উঠিল।

ডাক্তৰে দেখিলে বহল বাৰীখন এনেয়ে পৰি আছে। আজিৰ দিনত নগৰৰ মাজত এনেদৰে অকাৰণত ঘৰ-মাটি পেলাই থোৱাৰ কোনো যুক্তি নাই। দুই এজনৰ লগত পৰামৰ্শ কৰি, ডাক্তৰে বাৰীৰ ভিতৰতে এটা সৰু নতুন ঘৰ সাজিবলৈ মানুহ লগালে। এটা সৰু পৰিয়াল থাকিব পৰা হব, যাতে কোনো ভাল মানুহক ভাড়া দি ৰখা যায়। তেতিয়া হলে অলপ পইচাও আহে আৰু

নিশায়ো কাষত এনে মানুহ পাই নিশ্চিন্ত হ'ব পাৰিব। যিমানেই শাহ নেথাকক ইমান বহল বাৰীখনৰ মাজত এই পুৰণি ঘৰটোত অকলশৰে থকা নিশাৰ কাৰণে ভাল কথা নহ'ব। ভাড়াঘৰ সজোৱাৰ কথাবাৰত নিশায়ো আনন্দ পালে। তথাপি নিশাই ক'লে, "সেই বুলি অচিনাকি যাকে-তাকে ওচৰ চপাই লব নোৱাৰি। ভাল মানুহ নহ'লে ঘৰ পৰি থাকিব—নিদিব।"

শ্ৰীকণ্ঠই হাঁহি ক'লে "নিশ্চয়। পিছে কোন যে ভাল মানুহ কেনেকৈ বুজি পাবা? দেখাততো সকলো মানুহেই ভাল।"

নিশাই ক'লে—"মই বুজি পাম। আপুনি চিন্তা কৰিব নেলাগে।"

ডাক্তৰে ঘৰটো চকুত লগাকৈ সজালে। দুয়োটা ঘৰৰ মাজত অন্য ব্যৱধানৰ সৃষ্টি নকৰি মাত্ৰ এখন ওখ বেৰ দিয়ালে। তথাপি একে পুখুৰী আৰু কুঁৱাৰ পানী ব্যৱহাৰ কৰিব লাগিব বাবে পাছফালে দুয়ো ঘৰৰ অহা-যোৱাৰ কাৰণে মুকলি বাটো ৰাখিলে। বেৰতো প্ৰাচীৰ বা দেৱাল নহয়, পাৰিবাৰিক নিজস্বতা ৰক্ষাৰ ব্যৱস্থা মাথোন।

ল'ৰাটো হোৱাৰ এসপ্তাহৰ পিছত ডাক্তৰে নিশাক ঘৰলৈ আনিলে। ইতিমধ্যে মাহীয়েকো আহি পাইছিল। নীৰাই হস্পিতালত ডিউটি কৰাৰ উপৰিও পুৱা-গধূলি আহি নিশাৰ আৰু কেচুৱাটোৰ আৱশ্যকীয় পৰিচৰ্যা কৰি যায়হি। ইতিমধ্যে নীৰা সম্পৰ্কে কিছু কথাৰ নিশাই সম্ভেদ লৈছিল। এই নিৰাশ্ৰয়া ছোৱালীজনীলৈ নিশাৰ মৰমো লাগিল। নিশাই তাইক দহ-পাঁচ টকাৰ উপৰিও আৰু কাপোৰ-কানিও মাজে মাজে দিব ধৰিলে।

ল'ৰাটো হোৱাৰ সময়ত নিশাৰ বৰ কষ্ট হৈছিল আৰু এমাহমানৰ পিছৰ পৰা ঘৰকৈ অসুখ হ'ব ধৰিলে। ডাক্তৰে নিজে যিমান পাৰে চিকিৎসা কৰিলে কিন্তু নিশাৰ স্বাস্থ্যৰ বিশেষ উন্নতি বা পৰিবৰ্তন হোৱা যেন নেদেখিলে।

নিশাই ক'লে,—"মোৰ কাৰণে লাগি থাকি আপুনি আপোনাৰ নিজৰ কৰ্ত্তব্য পাহৰি যাব নেলাগে। আপুনি বিলাতলৈ যোৱাৰ ব্যৱস্থা কৰক। মই ইমান সহজে নমৰো।"

"ছিঃ নিশা—বেয়া কথাবোৰ নকবাচোন, এই সময়ত তোমাৰ হেল্থৰ খুব সাৱধান লোৱা দৰকাৰ। তুমি দুৰ্বল হৈ গৈছা—তদুপৰি অসুখ কমা নাই। মই অন্য ডাক্তৰৰ লগতো পৰামৰ্শ কৰো। হয়তো কিবা অপাৰেচনো কৰিব লগীয়া হ'ব পাৰে।"

নিজৰ অসুখৰ গুৰুত্বৰ কথা নিশায়ো বুজি পাইছিল। নিজৰ সন্তান দুটাকো নিজ ভগ্ন স্বাস্থ্য লৈ অকলশৰে ডাঙৰ-দীঘল কৰা যে টান কাম হ'ব সেই কথাও

বুজিছিল। কিন্তু নিজৰ এই সকলো স্বাৰ্থ ডাক্তৰৰ জীৱনৰ আশা পূৰণৰ পথত হেঙাৰ ৰূপে থিয় দিয়ক, সেইটো নিশাই বাঞ্ছা নকৰিছিল।

পাঁচমাহ ডাক্তৰে নিজেই নিশাক চালে। অসুখৰ লক্ষণ লৈ অন্য অভিজ্ঞ ডাক্তৰৰ লগত পৰামৰ্শও কৰিলে। কেইবাজনো ডাক্তৰে পৰামৰ্শ দিলে কলিকতালৈ নি বিশেষজ্ঞক দেখুৱাওক—কিহৰ পৰা কি হৈছে সহজে বুজা নেযায়।

নিশাৰ হাৰ্ট দুৰ্বল, সমস্ত শৰীৰ দুৰ্বল, মূৰ ঘূৰায়—তদুপৰি কেঁচুৱাটোক বুকুৰ গাখীৰ দিবলগা হ'লে আৰু দুৰ্বল হৈ পৰে। নানা উপসৰ্গ।

ডাক্তৰ কিছু বিব্ৰত হ'ল; কিন্তু আৰু এইদৰে পলম কৰি থকাৰ কোনো যুক্তি দেখা নেপালে। এদিন নীৰা আৰু মাহীয়েকৰ ওচৰত ছোৱালীজনী আৰু কেঁচুৱাটো থৈ নিশাক লৈ ডাক্তৰ কলিকতা ওলালগৈ।

কলিকতাৰ বিখ্যাত ছাৰ্জন মুখাৰ্জীয়ে সান্ত্বনা দিয়াৰ সুৰত ক'লে, "আপুনি নিজেই ডাক্তৰ। এখেতৰ কি হৈছে আপুনি নিশ্চয় বুজি পাইছে। অপাৰেচনৰ বাহিৰে অন্য উপায় নাই। নহ'লে বহুত ভুগিব লাগিব—স্বাস্থ্য ৰক্ষা কৰা টান হ'ব।"

শ্ৰীকণ্ঠই ক'লে, "She has already suffered a good deal. যদি operation নকৰিলেই নহয়—"

ডাক্তৰ মুখাৰ্জীয়ে ক'লে—"But you know what the result of the operation will be" কৈ ডাক্তৰে শ্ৰীকণ্ঠৰ মুখলৈ চালে। ডাক্তৰ মুখাৰ্জী যেন ভৱিষ্যত বুজি পোৱা এজন মহাপুৰুষ—এজন oracle.

লাহে লাহে মুখাৰ্জীয়ে ক'লে, "আপোনাৰ wife আৰু ল'ৰা-ছোৱালী হালকে লৈ সন্তুষ্ট থাকিব লাগিব।"

শ্ৰীকণ্ঠৰ কাণ-মূৰ বন্ধ পৰিল। ইমান সোনকালে জীৱনে ইমান নিষ্ঠুৰভাৱে দেখা দিব বুলি তেওঁ কোনো দিন ভবা নাছিল।

লাহে লাহে শ্ৰীকণ্ঠই ক'লে—"মই সকলো বুজিছো। কিন্তু অন্য উপায় যেতিয়া নাই—"

মুখাৰ্জীয়ে ক'লে, "আপোনাৰ স্বাৰ্থৰ ফালৰ পৰা ভাবিলে পৰিস্থিতিটো বৰ বেদনাদায়ক নিশ্চয়। কিন্তু আপুনি আপোনাৰ পৰিবাৰৰ কথাও ভাবক। অপাৰেচন নকৰাকৈও তেওঁ ভাল হবগৈ পাৰে; কিন্তু কিমান দিনৰ মূৰত যে ভাল হ'ব ক'ব নোৱাৰি। কিন্তু তেওঁৰ অসুখ ভাল কৰিবলৈ হ'লে এই ত্যাগৰ কাৰণে আপোনালোক দুয়ো প্ৰস্তুত হ'ব লাগিব।"

সহজে শ্ৰীকণ্ঠই একো সিদ্ধান্ত কৰিব নোৱাৰিলে। এই বিষয়ে নিশাৰ লগত পৰামৰ্শ কৰাৰ দৰকাৰ আছে। কিন্তু এনে এটা পৰীক্ষাৰ কথা নিশাক কোৱা যায় কেনেকৈ? অপাৰেশ্বনৰ পিছত নিশাৰ মাতৃ হোৱাৰ সকলো সম্ভাৱনা শেষ হৈ যাব। নিশাৰ নিচিনা এজনী কম বয়সীয়া গাভৰু ছোৱালীৰ কাৰণে এই আঘাত মৰ্মঘাতী হ'ব। হয়তো নিশাই কৈ দিব—"মোৰ কাৰণে কিয় ভাবিছে! ইহঁত দুটাই মোৰ কাৰণে যথেষ্ট। আপোনাক ল'ৰা-ছোৱালী লাগিলে অন্য এজনী ছোৱালী বিয়া কৰাব—লাগিলে মেয়ে বিচাৰি দিম ধুনীয়া ছোৱালী এজনী।"

কিন্তু এইদৰে অসুখ আৰু ভগ্ন স্বাস্থ্য লৈ থাকিলেওতো নিশাৰ জীৱন দুৰ্বহ হৈ পৰিব। এনে অৱস্থাতেও নিশাৰ মাতৃ হোৱাৰ কোনো আশা বা সম্ভাৱনা নাই!

"কি কৰিম? মই কি কৰিম?"

অগত্যা নিশাৰ লগত শ্ৰীকণ্ঠই আলোচনা কৰিলে। হাঁহি নিশাই ক'লে, "ইয়াৰ কাৰণেও ইমানকৈ ভাবিব লাগেনে? আপুনি বৰ স্বাৰ্থপৰ। মোক বচোৱাৰ কথা চিন্তা নকৰি আপুনি ভাবিছে সন্তানৰ কথা। সন্তান হৈওতো জীয়াই নেথাকিব পাৰে?"

অৱশ্যে নিশাৰ কথাখিনিত মিহলি হৈ থকা মৰ্মন্তুদ বেদনাখিনিৰ নিশ্বাস শ্ৰীকণ্ঠই নেপাই নেথাকিল।

নিশাই আশ্বাসৰ সুৰত ক'লে, "এই যদি অসুখ লৈ পৰি থাকো আপোনাৰ বিলাতলৈ যোৱা হ'ব কেনেকৈ? অন্য কথা আপুনি বাদ দিয়ক, আপুনি যদি ভয় কৰিছে মই নিজেই ডাক্তৰ মুখাৰ্জীক ক'ম। অপাৰেশ্বনতো সামান্য কথা।"

অৱশেষত অপাৰেশ্বন হৈ গ'ল। এটা মেজ'ৰ অপাৰেশ্বন। অপাৰেশ্বনৰ পিছত নিশা আৰু দুৰ্বল হৈ পৰিল। মুখখন শেতা, বিবৰ্ণ হৈ পৰিল, চকুৰ গুৰি ক'লা পৰিল—পূৰ্ণ যৌৱন উপচি থকা শৰীৰটোও জামৰি পৰিল। নিশা যেন এজনী বেলেগ, নতুন সৰু ছোৱালী হৈ পৰিল।

ডাক্তৰ শ্ৰীকণ্ঠই নিশাক নানা ধৰণে প্ৰবোধ আৰু উদগনি দিলে। নানা শক্তিশালী টনিক দি নিশা সোনকালে টনকিয়াল আৰু সবল হৈ উঠাৰ চিন্তা কৰিলে।

কলিকতালৈ যাওঁতে শিশুটোক ভিক্ৰগড়ত মাহীয়েক আৰু নাৰ্চ নীৰাৰ তত্ত্বাৱধানত এৰি গৈছিল। গা অলপ ভাল পাই অহাৰ লগে লগে নিশা

কেঁচুবাটোক চাবৰ কাৰণে অলপ ব্যগ্ৰ হৈ পৰিল। অৱশ্যে ডিব্ৰুগড়ৰ পৰা সপ্তাহত দুখনকৈ চিঠি নিয়মমতে নিশাইতে পাই আছিল। তথাপি নিশা ব্যস্ত হৈ পৰিল অসময়ৈ ঘূৰি আহিবৰ কাৰণে।

দুমাহ কলিকতাত থাকিবলগীয়া হ'ল। ডাক্তৰ শ্ৰীকণ্ঠবো আৰু বেছি ছুটি লোৱাত অসুবিধা আছিল। নিশাই অপাৰেশ্যনৰ আগৰ উপসৰ্গবোৰৰ পৰা মুক্ত হোৱা যেন অনুভৱ কৰি আছিল। এদিন দুয়ো কলিকতা এৰি ডিব্ৰুগড়ৰ ঘৰ ওলালহি। লহপহীয়া কেঁচুবাটোক দেখি নিশাৰ মুখত হাঁহি ফুটিল।

॥ এবৈশ ॥

দুটা কাৰণত আলোকে ডিব্ৰুগড়ত থকাৰ সিদ্ধান্ত লব'লগীয়া হ'ল।

আলোকে ল পাছ কৰিলে, কিন্তু ইতিমধ্যে আলোকে industrial labour law সম্পৰ্কীয় নানা অধ্যয়ন কৰি, আৰু কাৰ্য্যৱৰীভাৱে শ্ৰমিক আন্দোলনত সোমাই পৰি ট্ৰেড ইউনিয়ন গঠনৰ কামত কিছু খাটিব লগীয়াত পৰিল। বন্ধুবা ফ্ৰণ্টত নেতৃত্ব অনাবুজা শিক্ষিত আৰু অভিজ্ঞ লোকে নকৰিলে অনক্ষৰ আৰু অনভিজ্ঞ বন্ধুবাৰ নেতৃত্বই বহু সময়ত পৰিস্থিতি জটিল কৰি তোলে। শ্ৰমিক সংগ্ৰামৰ বাহুহাড়, ৰ জহাড়ে গাটোক পোনাই ৰাখে, কিন্তু মূৰ নহ'লে শৰীৰৰ পৰিচালনা নিৰ্ভুল নহ'ব পাৰে, নিৰ্ভুল নেতৃত্বৰ প্ৰয়োজন।

উজনী অসমৰ চাহ বাগিচাৰ বন্ধুবাৰ মাজত শ্ৰমিক আন্দোলন সংগঠন, বন্ধুবাৰ মাজত শিক্ষাৰ বিস্তাৰ, জীৱিকাৰ মান উন্নয়নৰ আন্দোলন কৰিবৰ কাৰণে আলোকৰ ওপৰত দায়িত্ব পৰিল, আলোকে অৱশ্যে কৈছিল: মই কবি, লেখা মোৰ কাম, নতুন আদৰ্শক লিখনিৰ যোগেদি প্ৰকাশ কৰা মোৰ কাম। শ্ৰমিক শ্ৰেণীৰ প্ৰতি মোৰ পূৰ্ণ সহানুভূতি আছে, কিন্তু সেইটো ফ্ৰণ্টৰ আন্দোলন গঢ়ি তোলাৰ কামত মই কিমান বৰঙণি দিব পাৰিম ক'ব নোৱাৰো, অৱশ্যে মধ্যবিত্তৰ অবিচিত্ৰ জীৱনৰ মাজৰ পৰা গৈ বন্ধুবাৰ জীৱনৰ বৈচিত্ৰ্যৰ মাজত নিশ্চয় শিকিব লগীয়া, জানিব লগীয়া বহুত কিবা পাম। কিন্তু সাহিত্য চৰ্চাহে মোৰ ক্ষেত্ৰ যেন লাগে।

কিন্তু এই যুক্তিৰ বিৰুদ্ধে কোৱা হ'ল: আলোকে বন্ধুবাৰ মাজত কাম নকৰিলেও চলিব। কিন্তু যিবোৰ labour dispute হয়, সেইবোৰত আলোকে আইন কানুনৰ উপদেশ দিব, আৰু শ্ৰমিক ফ্ৰণ্টৰ ট্ৰেড ইউনিয়নৰ legal adviser হৈ থাকিব।

আলোক মাস্তি হ'ল। স্বাধীন ভাৰতৰ গুৰু সমস্যা কৃষক আৰু বনুৱাৰ জীৱনৰ মান উন্নয়নৰ সমস্যা। বিদেশী শাসন আৰু শোষণৰ হেঁচাত ভাৰতীয় জনসাধাৰণৰ জীৱনৰ বিকাশেই কেৱল পংগু হোৱা নাছিল, ভাৰতীয়ৰ, বিশেষকৈ কৃষক আৰু শ্ৰমিক শ্ৰেণীৰ সমস্ত মানৱীয় সত্তা, সমগ্ৰ চিন্তা-কল্পনা আৰু জীৱনাদৰ্শ বিকৃত আৰু পংগু হৈ পৰিছিল। তাৰপৰা উদ্ধাৰ কৰা কামেই দেশকৰ্মীৰ প্ৰধান কাম। নতুন শাসক গোষ্ঠীয়ে এই সমস্যা বুজি পাইছে, কিন্তু সমাধানৰ প্ৰকৃত সহজ পথ বিচাৰি পোৱা নাই, পালেও লবলৈ ভয় কৰিছে, কিজানিবা এই লোকসকলৰ চৈতন্য আৰু জাগৰণে শ্ৰেণীবিভক্ত সমাজ ব্যৱস্থাত কিবা অশান্ত আলোড়নৰ জন্ম দিয়ে, কিজানিবা বিদেশী আৰু ভাৰতীয় মূলধনৰ শোষণ যন্ত্ৰ বিকল হৈ যায়।

আলোকে বিপ্লৱী বামপন্থী আদৰ্শক স্বীকাৰ কৰি লৈছিল। '৪২ চনৰ বিপ্লৱত যি আদৰ্শৰ প্ৰেৰণাত আলোকে নিবৰ সংগ্ৰামৰ প্ৰতিজ্ঞা লৈছিল, এতিয়া স্বাধীনতাৰ পিছত আলোকে সেই বামপন্থী আদৰ্শৰে প্ৰয়োজন দেখা পালে। অন্যান্য ৰাজনৈতিক নেতাই ভাৰতৰ অৰ্থ নৈতিক মুক্তিৰ কথা যিদৰে শ্লোগান হিচাবে মৌখিকভাবে কৈ জনতাৰ চকুৰ আগত মৰিচীকা দাঙি ধৰিছিল, আলোকে তেনে শ্লোগানক অস্ত্ৰ হিচাবে নলৈ সংগ্ৰামৰ আদৰ্শ হিচাপে বিশ্বাস কৰিছিল। গতিকে অৱস্থাই আলোকক স্বাধীন ভাৰতত প্ৰচলিত সমাজ ব্যৱস্থা আৰু অৰ্থ নৈতিক ব্যৱস্থাৰ বিৰুদ্ধে সাম্যবাদী আৰু সমাজবাদী আদৰ্শ প্ৰতিষ্ঠাৰ সংকল্পেৰে সংগ্ৰাম কৰিবৰ পথত আগবঢ়াই দিলে। অৱশ্যে আলোকৰ তাৰ কাৰণে নিজস্ব আৰ্জন থাকিব লাগিব। ওকালতি নকৰিলে আলোকৰ ভুল কৰা হ'ব।

শ্ৰমিক আন্দোলনৰ লগত জড়িত হৈ পৰি আৰু ল পাছ কৰি আলোকে আগৰ যি সামান্য সংকোচ আছিল তাৰ পৰা নিজক মুক্ত কৰা যেন অনুভৱ কৰিলে। মাইৰৰ সৰু শান্ত জীৱনটোতকৈ উকিলৰ বহল জীৱনটো আলোকৰ ভাল লাগিল। নতুন ভাবে চিন্তা কৰিবৰ, নিজক নতুন ভাবে প্ৰতিষ্ঠা কৰিবৰ পথ আলোকে দেখা পালে।

প্ৰবেশন আলোকে গুৱাহাটীতে শেষ কৰিলে। প্ৰেক্টিছ কৰিব ডিব্ৰুগড়ত, এই ব্যৱস্থা কৰি আলোক আহিল ঘৰলৈ। কিন্তু ঘৰত দেখিলে এটা অভাবনীয় দুৰ্যোগ :

ককায়েক ৰমাৰ অসুখ অত্যন্ত বেছি হৈছে।

বহুদিন আলোকে ৰমাৰ ভাল চিকিৎসাৰ কাৰণে চিন্তা কৰিছে, কিন্তু নিজে

লাগি ভাগি এতিয়াও ভাল চিকিৎসা কৰাৰ পথা নাই। মাজে মাজে আলোকে ৰমা ভাল হোৱাৰ বা নবহু দিন বাচি থকাৰ আশা এৰিয়ে দিয়ে, বাত-বেমাৰী জানো সম্পূৰ্ণ ভাল হ'ব ? কিন্তু উকিল হোৱাৰ পিছত আলোকৰ এটা প্ৰশ্ন হ'ল যে যদি কেৱল যুক্তি তৰ্কেৰে এটা নৰহত্যাৰ অপৰাধত অপৰাধী মানুহকো ৰক্ষা কৰিব পাৰি, আজি চিকিৎসা বিজ্ঞানৰ ইমান উন্নতিৰ যুগত এটা সামান্য বেমাৰীক আৰোগ্য কৰিব পৰা নেযাব কিয় ?

ইতিমধ্যে ডিব্ৰুগড়ত অসম মেডিকেল কলেজ প্ৰতিষ্ঠা হৈছে। অভিজ্ঞ চিকিৎসক সকলক তালৈ অনা হৈছে। বহুত দুৰাৰোগ্য ৰোগী তাত ভাল হৈছে।

আলোকে ৰমাক চিকিৎসাৰ কাৰণে ডিব্ৰুগড়লৈ নিবৰ ব্যৱস্থা কৰিলে। ৰমা প্ৰথমতে মান্তি নহৈছিল, "মইনো ক'ত ভাল হ'ম ? তুইতে অনাহকতে টকা-পইচাবোৰ খৰচ ক'ৰিব নেলাগে—"

কিন্তু আলোক আইজনীইতে ৰমাৰ কথালৈ কাণ নিদিলে।

আলোকে ৰমাক ডিব্ৰুগড়লৈ লৈ গ'ল।

ইতিমধ্যে আলোকৰ সহপাঠী ডাক্তৰ হুছেইনৰ লগত আলোকে চিট আদিৰ ব্যৱস্থা কৰিছিল, আলোকে ৰমাক নি হস্পিতালত ৰাখিলে।

হস্পিতালত ৰমাক indoor patient হিচাবে থৈ আলোকে হুছেইনৰ লগত চিকিৎসা আৰু নাৰ্চৰ সম্পৰ্কেও দুআষাৰ কথা পাতিছিল। এজনী নাৰ্চ আহি ওচৰতে ৰ'লহি।

আলোকে নাৰ্চজনীৰ মুখলৈ চালে, ছোৱালীজনী ক'ৰবাত কেতিয়াবা দেখিছে যেন লাগিল আলোকৰ। নাৰ্চ জনীয়েও আলোকৰ মুখলৈ চালে, ছোৱালীজনীয়ে যেন আলোকক চিনি পায়, অৱশ্যে পিছ মুহূৰ্ততে নাৰ্চজনীয়ে ক'লে, "মোক মতাইছিল ছাৰ ?"

গহীন হৈ ডাক্তৰে ক'লে, "ও, এখেত আলোক ফুকন, এখেতৰ ককায়েকৰ অসুখ, আমাৰ ইয়াতে আনি ৰাখিছোঁহি, তুমি নিজে অলপ চাবা।"

"ভাল ছাৰ", নাৰ্চজনীয়ে ক'লে, তাৰ পিছত আকৌ এবাৰ আলোকৰ মুখলৈ অলপ পৰ চাই গুচি গ'ল।

ডাক্তৰে ক'লে "বৰ ভাল নাৰ্চ এই ছোৱালীজনী, অসম্ভৱ খাটিব পাৰে, আৰু বৰ বাধ্য।"

"এৰা, ভাল নাৰ্চ এজনীৰ ওচৰত এৰিব পাৰিলে ভাল হয়। কি নাম নাৰ্চজনীৰ ?" হাহি ডাক্তৰে ক'লে, "নাৰ্চৰ কোনো personal নাম নেথাকে।

নাৰ্চ বুলি মাতিলেই যথেষ্ট। এওঁৰ নাম নীৰা। কিন্তু এই নীৰা নামটোৰ বাহিৰে আমি আৰু বিশেষ একো নেজানো। যোৰহাটৰ ছিভিল হস্পিতালত ট্ৰেইনিং লৈছিল—প্ৰাইভেট্‌লি। তাৰ পিছত ইয়াত ছিভিল হস্পিতাল বুলি কামৰ কাৰণে আহিছিল, কিছু দিন হ'ল, মেডিকেল কলেজত কামত সোমাইছে।"

আলোকে অন্য কথাৰ আলোচনা কৰিলে ডাক্তৰৰ লগত। এজনী নাৰ্চৰ কথা লৈ আলোচনা কৰাৰ কোনো শোভনীয় যুক্তি নাই।

প্ৰসংগক্ৰমে আলোকে ডাক্তৰক ক'লে যে আলোকো ডিব্ৰুগড়তে থাকিব. বাৰত যোগ দিব, ওকালতি কৰিব।

"কেতিয়াৰ পৰা ?"

"মই এক প্ৰকাৰ ওলায়ে আহিছো, ঘৰতো একো কাম নহয়, ককাইদেউৰ খবৰ-বাতৰি কৰি থাকিব লাগিব, গতিকে ইয়াতে থাকিবই লাগিব, ভাবিছো এনেই থকাতকৈ কাছাৰীলৈকে অহা-যোৱা কৰি থাকো—চা-চিনাকি হোৱা যাব, আন নহলেও।"

"থাকিবলৈ ক'ত লৈছে, কিবা দিহা কৰিলে নেকি ?"

"সম্প্ৰতি হোটেলতে উঠিছোহি। খবৰ কৰোচোন ক'ৰবাত ভাল ভাড়া ঘৰ পোৱা যায় নে।"

ডাক্তৰে ক'লে, "ভাল ভাড়া-ঘৰ পোৱা আজিকালি বৰ টান, কিন্তু বিচাৰিলে নিশ্চয় পাব।"

আৰু দুআষাৰমান কথা পতাৰ পিছত ডাক্তৰ নিজৰ কামত গ'ল, আলোক এবাৰ ৰমাক মাত লগাই আহিবৰ কাৰণে ৰমাক ৰখা কোঠালৈ গ'ল।

কোঠালৈ সোমাই গৈ আলোকে দেখিলে নীৰাই ৰমাৰ বিছনা-পত্ৰবোৰ ঠিক কৰি দিছে।

আলোকে বিশেষ নেভাবি মাতিলে, "নীৰা"—

নাৰ্চজনীয়ে সপ্ৰতিভভাবে আলোকলৈ ঘূৰি চালে। হঠাৎ আলোকে অনুভৱ কৰিলে যে নাৰ্চজনীক নাম কাঢ়ি মতা ভুল হৈছে।

লাহে লাহে নীৰাৰ ওঁঠৰ কোণত এটা অস্পষ্ট হাঁহিৰ ৰেখা বিৰিঙি উঠিল।

নীৰাই সুধিলে, "তেজপুৰত কিমান দিন থাকিল—?"

আলোকে ৰহস্যবোধ কৰিলে, মই তেজপুৰত থকাৰ কথা ছোৱালীজনীয়ে জানিলে কেনেকৈ ?

নীৰা আলোকৰ সন্মুখলৈ আহিল।

"মোক চিনি নেপায়—নাম জানিলে কেনেকৈ ? এবাৰ মোৰ হৃদয়ে মোৰ বৰ অৰ উঠিছিল, আপোনাক ভালকৈ চিনাকি দিবই নোৱাৰিলো। আপুনি জানো মোক চিকাৰী বাটলৈ আগবঢ়াই দি নিজে তেজপুৰত নামি যোৱা নাছিল ?"

আলোকে নীৰাক চিনি পালে। হাঁহি আলোকে ক'লে, "চিন প্ৰায় পাহৰিয়ে গৈছিলো। সঁচাকৈয়ে, আপুনি—"

"নাৰ্চক সকলোৱে তুমিহে বোলে।" হাঁহি নীৰাই ক'লে।

"সঁচাকৈয়ে তুমি আগতকৈ বেচ শকত-আৱত হৈ গৈছা নীৰা। চিনা টানেই হৈ পৰিছে!"

"আপুনি যদিও সাজে পোচাকে চাহাব হৈ আহিছে, মই কিন্তু আপোনাক দেখা মাত্ৰকে চিনি পালো"—নীৰাই ক'লে।

হয়তো আলোকৰ বেশ-ভূষাৰ পৰিবৰ্তনটো নীৰাৰ চকুত স্পষ্টভাৱেই পৰিছিল। তাহাজত লগ পাওঁতে আলোকে পিন্ধিছিল ধুতি-পাঞ্জাবী। আজি পিন্ধি আহিছে চুট। আলোকৰ কাৰণে ইয়াত কোনো বৈচিত্ৰ নাই, কিন্তু নীৰাৰ চকুত পৰাত আচৰিত হ'বলগীয়াও নাই।

আলোকে সুধিলে, "তুমি জানো আগে নাৰ্চ আছিলা ?"

"ওঁহো, আগে ৰোগী আছিলো, এতিয়াহে নাৰ্চ হৈছো—" নীৰাই শান্ত-ভাৱে ক'লে।

ৰমাৰ লগত চুআৰাৰমান কথা পতাৰ পিছত আলোক কোঠাটোৰ পৰা ওলাই আহিল। নীৰাই ক'লে, "ওচি নেৰাৰ, অলপ পৰ আপোনাৰ লগত চু-আৰাৰমান কথা পাতিম, অত দিনৰ মূৰত আপোনাক লগ পাইছো!"

আলোক বাৰান্দালৈ ওলাই আহিল। পিছতে নীৰাও আহিল।

কাষতে বৈ নীৰাই সুধিলে, "ইয়াত আহি ক'ত আছেহি ?"

"উঠিছোহি হোটেলতে, কিন্তু থাকিবৰ কাৰণে ঘৰ এটা বিচাৰিব লাগিব।"

"কোন থাকিবৰ কাৰণে ?"

"মই ?"

কথাষাৰ বুজি নীৰাই আলোকৰ চকুলৈ চালে।

"সঁচা নীৰা, মই ডিব্ৰুগড়তে প্ৰেক্টিছ কৰাৰ ঠিক কৰিছো, ঘৰৰ পৰা মই একপ্ৰকাৰ ওলায়ে আহিলো। কন্ট্ৰাক্টৰ ঘৰৰ-শান্তি কৰি নেথাকিলেও নহ'ব আৰু যোৱা এনেয়ে বহি থাকিবৰ উপায় নাই। আৰু হোটেলতে সদায় থকাও নেযায়—"

"ন'চাই আপুনি ডিব্রুগড়তে থাকিব ? আপুনি যে কেতিয়া ন পাছ কৰিলে কবই নোৱাৰো। এৰা, কেইবা বছৰো হ'ল নহয় ?"

"এৰা, আমি সেই জাহাজত লগ পোৱাৰ পিছত নানা কিছু হ'ল, নহয়নে ?"

নীৰাই ক'লে—"আপুনি যদি ভাড়া-ঘৰ লয়—এটা নতুন ভাড়া-ঘৰ আছে। অলপতে সজাইছে—ঘৰটো বে'চ ধুনীয়া, তাকৰীয়া মানুহৰ কাৰণে ভাল হ'ব—"

"ক'ত আছে ঘৰটো ?"

"ইয়াৰ পৰা অলপহে দূৰ হ'ব, নালিয়াপুলৰ এইপাৰে, সেইপিনে আপুনি কেতিয়াবা গৈছেনে নাই জানো। ঘৰটো সজাইছে শ্ৰীকণ্ঠ ডাক্তৰে, তেওঁ ধুবুৰীৰ পৰা কিছুদিনৰ আগতে ইয়ালৈ বদলি হৈ আহিছে, অলপতে বিলাতলৈ যাব। তেবে ঘৰটো সজাইছে নিজৰ বাৰীৰ ভিতৰতে।"

"শ্ৰীকণ্ঠ ডাক্তৰৰ ঘৰ ? তুমি জানিলা কেনেকৈ ?"

"ডাক্তৰনীৰ বৰ টান অসুখ আছিল, অলপতে কলিকতাত অপাৰেশ্বন কৰাই আহিছে। এতিয়াও বৰ দুৰ্বল হৈ আছে। ময়ে তেওঁক চোৱামেলা কৰো, আগে প্ৰায় দৈনিক গৈছিলো, আজিকালি সপ্তাহত তিনি দিনমানকৈ যাওঁ। দুয়ো গৰাকী বৰ ভাল মানুহ।"

আলোক মনে মনে থাকিল।

শ্ৰীকণ্ঠ আৰু নিশাৰ বাৰীৰ ভিতৰত, ঘৰৰ কাষত—আলোকৰ থকা সম্ভৱ হ'ব জানো ? কিন্তু নিশাৰ অপাৰেশ্বনৰ কথাটো মই নেজানো, কি হৈছিল নিশাৰ ?

নীৰাই ক'লে, "ডাক্তৰ বিলাতলৈ যাব। ডাক্তৰনী ল'ৰা-ছোৱালী হাল লৈ তাতে থাকিব হেনো। কোনোবা ভাল মানুহ তেওঁলোকৰ ভাড়া-ঘৰত থাকিলে, তেওঁলোকে ভাল পাব।"

আলোক মনে মনে থাকিল।

নিশা আৰু শ্ৰীকণ্ঠ! কিন্তু সেইবাবে কি ভাবিবলগীয়া আছে আলোকৰ ? যদি ভাল ভাড়া-ঘৰ হয় আলোক গৈ থাকিব, আৱশ্যকীয় ভাড়া দিব।

আলোকৰ জীৱনৰ লক্ষ্য বেলেগ হৈ গৈছে। আলোক উকীলৰ কৰ্মক্ষেত্ৰ বেলেগ, পথ বেলেগ। নিশাৰ লগত পৰিচয়ৰ স্মৃতি হয়তো বৈ গ'ল, কিন্তু তাৰ ঠাইত নহলেও, তাৰ লগে লগে অন্য চিন্তা কৰিব, অন্য স্মৃতি আহৰণৰ ব্যৱস্থা কৰিব।

আলোকে নীৰালৈ চাই ক'লে, "নীৰা, এইদৰে তোমাক ইয়াত লগ পাম বুলি মই একেবাৰে ভবা নাছিলো। তোমাক লগ পাই মোৰ বহুত সাহস বাঢ়িল, বহুত সুবিধা হ'ল, ৰুকাইদেউৰ সম্পৰ্কে মই নিশ্চিন্ত হলো। তুমি আছা।"

হাঁহি নীবাই ক'লে, "মই নার্চ হে—"

"হলেও তুমি মোৰ চিনাকি ; আৰু তুমি এটা কাম কৰিবানে নীবা ?"

"কওক—"

"মোক ডাক্তৰ শ্ৰীকণ্ঠৰ ঘৰলৈ এবাৰ লৈ যাবা, ঘৰটো এবাৰ চাই আহিম।"

"আজি গধূলিকৈয়ে ওলাব। আপোনাৰ অন্য কাম নাই নহয় ?"

আলোকেও গধূলিকৈয়ে যোৱাৰ ঠিক কৰিলে।

। বাইশ ।

হোটেললৈ আহি আলোক যেন অলপ বিমোৰত পৰিল। মায়াই কৈছিল ডাক্তৰ ডিব্ৰুগড়লৈ বদলি হোৱাৰ কথা। ডাক্তৰৰ বিলাতলৈ যোৱাৰ ব্যৱস্থা কৰাৰ কথা। তেতিয়া আলোকে ভবাৰ প্ৰয়োজনেই অনুভৱ কৰা নাছিল যে নিশাৰ সম্পৰ্কে কিবা ভাবিব লগীয়া আছে। নিশা শ্ৰীকণ্ঠৰ হৈ গৈছে—এই সাধাৰণ অবিসম্বাদী সত্যটোক মানি লৈছে আলোকে। যদিও আলোকৰ মনৰ মাজত নিশাৰ বাহিৰে অন্য কোনো নাৰীয়ে ঠাই পোৱা নাই, তথাপি নিশাৰ লগত সকলো সামাজিক সম্পৰ্ক শেষ হৈ গৈছে বুলি ভবাৰ বাহিৰে অন্য কোনো পথ নাই বুলিয়ে আলোকে সিদ্ধান্ত কৰিছিল। নিশা থাকিব আলোকৰ সকলো কবিতাৰ গোপন প্ৰেৰণা হৈ, থাকিব সপোন-সংগৰী হৈ, কিন্তু নিশা আজি ডাক্তৰ শ্ৰীকণ্ঠৰ জীৱন-সংগৰী, এই কথা মানি নোলোৱাৰ কোনো যুক্তি নাই।

বিয়াৰ পিছৰ পৰা আলোকে নিশাক দেখা নাই। ইতিমধ্যে নিশাৰ বহুত পৰিবৰ্তন হৈছে। কিমান সলনি হৈ গৈছে চাগে নিশা। সেই মৰমলগা, সৰু, ধুনীয়া ছোৱালীজনী—আজি চাগে গম্ভীৰ, শান্ত এজনী ভদ্ৰমহিলা হৈ পৰিছে।

নিশাই মোক চিনিব পাৰিব নিশ্চয়, কিন্তু মোক বুজিব পাৰিব জানো ?ময়ো সলনি হৈছো ; স্কুলৰ মাষ্টৰ আজি উকিল হৈ আহিছো ; নতুন ডিগ্ৰী লৈ আহিছো ; হয়তো অলপ নতুন হৈ আহিছো। এই পৰিবৰ্তিত আলোকটোৰ মাজৰ অপৰিবৰ্তিত মানুহটোক জানো বুজি পাবৰ প্ৰয়োজন নিশাই অনুভৱ কৰিব ?

দেখা যাওক।

দেখা যাওক!

আলোকে ভাবিলে ; শ্ৰীকণ্ঠ আৰু নিশা দুয়ো যেতিয়া পুৰণি চিনাকি মানুহ, তেওঁলোকৰ আগত নতুন হৈ নতুন চিনাকিৰ দৰে দেখা দিয়াৰ কোনো প্ৰয়োজন নাই, সহজ হ'ব লাগিব। নিশাৰ ল'ৰা-ছোৱালী হ'লে কিবা এটা লৈ যাব লাগিব। মইতো একো নহ'লেও এসময়ত নিশাৰ মামা আছিলো। সেই মামাৰ যি অৰ্থই নেথাকক।

আলোক হোটেলৰ পৰা ওলাই গ'ল, আৰু এখন দোকানৰ পৰা অলপ টফি আৰু অন্যান্য দুটামান সৰু ল'ৰা-ছোৱালীৰ ওমলা বস্তু কিনিলে। দোকানৰ এনে কোনো বস্তু চকুত নপৰিল যিটোৰ কোনো স্বকীয়া তাৎপৰ্য্য বিচাৰি পোৱা যাব পাৰে। আৰু বস্তু লৈছো নিশাৰ ল'ৰা-ছোৱালীৰ কাৰণেহে, নিশাৰ কাৰণেতো নহয়। আৰু এতিয়া নিশাৰ লগত কোনো প্ৰকাৰৰ লঘু ব্যৱহাৰ কৰা সমীচিন নহ'ব। নিশাৰ লগত আজি আলোকৰ চিনাকিৰ বাহিৰে অন্য কোনো সম্পৰ্ক নাই।

সন্ধিয়া সময়ত নীৰা আহি হোটেলৰ দুৱাৰ মুখত ৰ'লহি। আলোক ওলাই আহিল।

দুয়ো ওলাই গ'ল, খোজ কাঢ়িয়ে। নীৰাই নাৰ্চৰ সাজ-পোচাক থৈ, ঘৰুৱা সাজ পিন্ধি আহিছে—মেখেলা চাদৰ। অথনি দেখা পোৱাতকৈ নীৰা বহুত শান্ত হৈ পৰিছে। ইউনিফৰ্মত থাকিলে যেন পুলিচ বিলাকেই নহয়, নাৰ্চ বিলাকো স্মাৰ্ট আৰু ব্যৱসায়ী ভাবাপন্ন হৈ পৰে।

এতিয়া কিন্তু নীৰা সহজ হৈ পৰিছে। নীৰাই নিৰৱতা ভংগ কৰিবৰ কাৰণেই ক'লে, "ডাক্তৰনী হেনো তেজপুৰৰ ছোৱালী, আপুনি তেজপুৰত আছিল নহয়, তেওঁক চিনি পায়নেকি ?"

কথাবাৰ পাতলাবৰ কাৰণে আলোকে ক'লে, "তেজপুৰত থাকিলেই জানো তাৰ ছোৱালীবোৰক চিনি পাব পাৰি ?"

"বেয়া নেপাব দেই সোধাৰ কাৰণে। কেনেবাকৈ চিনি পায় বুলিহে সুধিলো" —নীৰাই ক'লে।

আলোকে ক'লে, "ছোৱালী হৈ থাকোতেই ছোৱালীবোৰক কেতিয়াবা চিনি পালেও, ছোৱালীবোৰতো বেছি দিন ছোৱালী হৈ নেথাকে। তেতিয়া সিহঁতক জানিব নোৱাৰা হয়।"

"কিয় ?"

"ছোৱালীবোৰ বোৱাৰী হৈ পৰে, ভদ্ৰমহিলা হৈ পৰে। জানাইতো ভদ্ৰ-মহিলা বিলাকক চিনি পালেও চিনি পাবৰ উপায় নেথাকে।"

নীৰাই একো নক'লে।

পাতল আন্ধাৰ নামি আহিছিল। আলোকৰ গাৰ কাষে কাষে আহি আছিল নীৰা। দুয়ো কিজানি কি কথা ভাবিছিল তেতিয়া, নীৰাৰ জীৱনৰ কাহিনী আলোকে নেজানে। আলোকৰ মনৰ পৰিচয়ো নীৰাই নেপায়। নীৰাৰ দুখী মনটোৱে সচেতন ভাবে অনুভৱ কৰিছিল আলোকৰ শিক্ষা-দীক্ষা, বংশ-গৌৰবৰ কাষত তাইৰ জীৱনৰ দীনতা! মই এজনী পতিতা নাৰ্চ, মই কুলি মেমৰ অবাঞ্ছিত সন্তান। মোৰ কোনো সমাজ নাই। ইউৰোপীয় নহও, ভাৰতীয়ও নহও, অসমীয়াও নহও, মই কুমাৰীও নহও, মাতৃও নহও……

—মই কি?

সেৱিকা?

কিন্তু সেইটো জানো মানুহৰ এটা পৰিচয়?

"—নীৰা—"

"কি কৈছে—?"

"বৰ মনে মনে আহিছা দেখোন?"

নীৰা মনে মনে থাকিল, কি কথা পাতিম? মোৰ জীৱনত কথাৰ যুগ শেষ হৈছে, আৰম্ভ হৈছে নিৰৱ সেৱাৰ যুগ, কামৰ যুগ! আপোনাক মই কি কথা ক'ম?

দুয়ো আহি বহল গেটখনৰ আগত বলহি। নীৰাই সৰুকৈ ক'লে, "এইয়াই ডাক্তৰৰ ঘৰ।"

কথাষাৰ শুনি যেন হঠাৎ মুহূৰ্তৰ কাৰণে আলোক অলপ অপ্ৰস্তুত হৈ পৰিল। আৰু এদিন ৰাতি মই নিশাৰ পদূলিত থিয় দিছিলো, সেইদিনা নিশাৰ কাষত শ্ৰীকণ্ঠ নাছিল। আজিও আহিছো—কিন্তু এইজনী এজনী বেলেগ নিশা। কিমান সলনি হৈ গৈছে চাগৈ নিশাজনী!

গেটখন মেলি দুয়ো সোমাই গ'ল। বাৰান্দা আৰু পৰ্টিকৰ লাইট জ্বলি আছিল।

নীৰাই ক'লে, "আহক—"

দুয়ো পৰ্টিকলৈ সোমাই গ'ল।

"আপুনি অকণমান বহক, মই ভিতৰত খবৰ দিওঁ—"

অলপ অপ্ৰতিভ হৈ আলোকে ক'লে, "কিন্তু কি বুলি খবৰ দিবা?"

"আপুনি লগ পাবলৈ বিচাৰিছে বুলি ক'ম।" উত্তৰলৈ বাট নেচাই নীৰা ভিতৰ সোমাই গ'ল।

কেইটামান মুহূর্ত এটা শূন্য মন লৈ আলোক বহি থাকিল। ড্ৰয়িং ৰুমটোৰ চাৰিওকালে চালে—বৰ পৰিপাটি কোঠাটো। দুখনমান শ্ৰীকণ্ঠৰ ফটো মিলিটাৰী বেশত। নিশাৰ ছবি কোঠাটোত নাই, ফুলদানিত দুপাহ মৰহা ফুল।

এনেতে অলপ খুচ্‌মুচ্ কৰি পৰ্দাখন একাষৰীয়া কৰি সোমাই আহিল নিশা।

আলোকে মূৰ তুলি নিশাৰ মুখলৈ চালে। তাৰ পিছত তলমূৰ কৰিলে।

"মামা!" মাতত বিস্ময়, আনন্দ আৰু বিষাদ-কৌতুহল একে ঠাই কৰি নিশাই মাতিলে।

আলোকে আকৌ নিশাৰ মুখলৈ চালে। সহজ হ'বৰ চেষ্টা কৰিলে আলোকে।

"ভালে আছা নিশা?" আলোকে সুধিলে।

"আছো, একপ্ৰকাৰ, আপোনাৰ ভাল নহয়?"

প্ৰশ্নটোৰ উত্তৰ নিদি আলোকে সুধিলে, "ডাক্তৰ নাইনে কি?"

"ক'ৰবাত কেচ এটা আছে, ওলাই গৈছে। কেতিয়া ঘূৰে ঠিক নাই।"

"ল'ৰা-ছোৱালী কেইটা?"

"একটো শুলে, ছোৱালীজনী নীৰাৰ ওচৰত আছে।" কোৱাৰ লগে লগে নিশা ভিতৰলৈ গ'ল, আৰু নীৰা আৰু ছোৱালীজনীক পঠিয়াই দিলে।

হাত মেলি আলোকে নিশাৰ ছোৱালীজনীক কাষ চপাই আনিলে, ধুনীয়া হৈছে ছোৱালীজনী—গাল দুখন বডা, ধুনীয়া, কোমল চকু দুটা, হাত-ভৰিবোৰ লোহোৰা-লোহোৰ।

আলোকে সুধিলে, "তোমাৰ নাম কি?" ছোৱালীজনীয়ে মৰমলগা মাতেৰে ক'লে, "কবিতা—"

"কবিতা! ধুনীয়া নাম! কোনে দিলে তোমাৰ নামটো?"

"মাই দিছে—"

"ভাইটিয়ে কি কৰিছে?"

"ভাইটি শুলে।"

"মোক চিনি পাইছা?"

"উহো—"

"ও, মোক চিনি নোপোৱা—"

এনেতে নিশা ভিতৰৰ পৰা ওলাই আহিল আৰু কবিতাক আলোকৰ কাষত দেখি ক'লে, "তেখেতক চিনি পাইছ জানো, লগ যে লৈছ ? আহক, ভিতৰলৈ—"

নীৰাইও আলোকৰ লগতে নিশাৰ মুখলৈ চালে।

নিশাই ক'লে, "নীৰা, কবিতাক নিয়াচোন, আহক।"

আলোকে টফি আৰু অন্যান্য বস্তুখিনি কবিতাৰ হাতত গুজি দি ক'লে, "ভাইটিকো দিবা দেই।"

"তাইক আকৌ কি দিছে ?"

"একো ডাঙৰ বস্তু নহয়, শুদা হাতে বিদায় লব পাৰি, কিন্তু শুদা হাতে চিনাকি হ'ব নেপায়—"

কথাষাৰ কৈ আলোক বহাৰ পৰা উঠিল। নীৰাই কবিতাক ভিতৰলৈ লৈ গ'ল।

আলোক চাহ-খোৱা মেজখনৰ কাষতে বহিল, নিশাই চাহ ঢালিয়ালে—বিস্কুট, সন্দেশ আৰু অন্যান্য ভালেমান বস্তু।

"শুদা চাহ এটোপা খাওক। ভাত খাই যাব লাগিব কিন্তু—"

"এইয়া শুদা চাহ !" আমোদেৰে আলোকে ক'লে। নিশাই পিয়লাত চাহ বাকি দি দি সুধিলে, "কেতিয়া আহিল ইয়ালৈ ? ক'ত আছেহি ?"

"হোটেলত—"

"হোটেলত ? কিয় আমি ইয়াত থকাৰ কথা ক'ব নোৱাৰে নেকি, নে মই মৰিলো বুলি ধৰি ল'লে ?"

বিস্কুট এডোখৰত কামোৰ মাৰি ধৰি আলোকে নিশাৰ মুখলৈ চকু তুলি চালে।

"কি চাইছে ? মোক চিনি পোৱা নাইনেকি ? মই নিশা—তেজপুৰৰ নিশা—"

"বিয়াৰ পিছত তুমি বহুত বদলি হৈছা বুলি ভাবিছিলো।"

"নাই বদলা বুলিনো কেনেকৈ জানিলে ? বিয়া হ'ল—ল'ৰা-ছোৱালী হ'ল—আৰু কত কি হ'ল—"

"এৰা, সেইদেখিহে হোটেল বিচাৰি যাবলগীয়া হ'ল।"

"মই সকলো বুজো। নিজেই ভুল কৰিব, আকৌ তাৰ কাৰণে নিজেই অভিমান কৰিব। খাওক—"

আৰু কিৰাকিৰি চুডোখৰমান খাই আলোকে ক'লে "তোমাৰ গাটো কেনেকুৱা আছে এতিয়া নিশা ?"

"অপাৰেশ্যনৰ পিছত অলপ ভাল পাইছো। মনটোত বল আছে কাৰণেই বাচি আছো, দেহাটোত একেবাৰেই নাই।"

নিশাৰ গাৰ ফালে চাই আলোকে ক'লে, "এইয়া দেখাত তুমি আগৰ দৰেই হৈ আছা। মই ভাবিছিলো কিজানি বৰ শকত-আৱত ভদ্ৰমহিলাজনী হৈ পৰিছা। ডাক্তৰনো কিমান সময়ত ওলাবহি ?"

"ডাক্তৰক চাবৰ কাৰণেনো ইমান উত্তেজিত হৈছে কিয় ? মোৰ লগত কথা পাতি বেয়া পাইছে নহয় ?"

এনেতে নীৰা ভিতৰৰ পৰা ওলাই আহিল। নীৰাই মধ্যস্থতাতে ক'লে, "কথাটো কিজানি বাইদেৱে ক'ব পাৰিব।"

"কি কথা নীৰা ?" নিশাই সুধিলে।

"তেখেতে আপোনাক কোৱা নাই জানো ?"

নিশাই আলোকৰ চকুলৈ চালে।

আলোকে নীৰাৰ ফালে চালে।

নীৰাই ক'লে, "এখেত আহি থকা ঠাই সুবিধা কৰিব নোৱাৰি হোটেলত আছেহি। ইয়াতে আহি ওকালতি কৰিব নহয়, থাকিবলৈ ভাড়া-ঘৰ বিচাৰিছে। মই সেই কাৰণেহে তেখেতক আপোনাৰ ওচৰলৈ লৈ আহিলো। আপোনা-লোকৰ ঘৰটোকে জানো এখেতক ভাড়ালৈ দিব নোৱাৰিব বাইদেউ !"

"ভাড়াঘৰ ! আমাৰনো ক'ত ভাড়াঘৰ আছে ? আৰু—আৰু—"

আলোকে ক'লে, "ভাল ঘৰ নেপালে অৱশ্যে কিছুদিনলৈ হোটেলতে থাকিব লাগিব। কিন্তু উকীলৰ কাৰণে নিজস্ব ঘৰ এটা থকা দৰকাৰ।"

নিশাই আলোকৰ চকুলৈ চালে। তাৰ পিছত লাহে লাহে ক'লে, "ডাক্তৰ মই ভালকৈ সুস্থ হৈ উঠিলেই বিলাতলৈ যোৱাৰ কথা আছে। হয়তো চাৰি পাঁচ মাহৰ ভিতৰতে যাব। কিন্তু আমাৰ নতুন ঘৰটোত জানো আপুনি থাকিব ? থাকি ভাল পাব ?"

"কিয় ? ভাল নেপাবলগীয়া কি আছে ?" আলোকে সুধিলে।

"ঘৰটো আমাৰ ঘৰৰ নিচেই কাষতে নহয়—একেখন বাৰীৰ ভিতৰতে। সদায় আমাক দেখি থাকিব—আপোনাৰ জানো বেয়া নেলাগিব ?"

আলোকে পাতলকৈ হাঁহিলে। নিশাজনী যেন আগতকৈ বহুত বেছি মুক্ত আৰু স্বাধীন হৈ পৰিছে। ডাক্তৰৰ মৰমৰ মাজত নিশা নিশ্চয় বহুত সুখত আছে।

নিশা সুখী।

আলোকে ক'লে, "তোমালোকৰ ভাড়াঘৰ থকাৰ কথা মই নেজানিছিলো। মই থাকিলে অৱশ্যে তোমালোকৰ কিছু অসুবিধা হ'ব পাৰে। নীৰাই কোৱাৰ কাৰণেহে খবৰ কৰিলো, বেয়া নেপাবা।"

হাঁহিটো ওঠেৰে কামুৰি নিশাই ক'লে,—"নীৰাই বৰ অন্যায় কৰিলে। আজি কালিলৈ পুৱাতে মাল-পত্ৰকেটা লৈ আমাৰ ঘৰলৈ গুচি আহকগৈ। হোটেলৰ বান্ধনীজনীৰ বন্ধা খাই তাত পৰি থাকিব নেলাগে—"

"কালিলৈকে! কিন্তু বন্ধা-মেলা কৰিবৰ কাৰণে ল'বা এটা ঠিক কৰি নললে থকা-খোৱাত অসুবিধা নহ'ব জানো?"

"অসুবিধাতো হবই! বাক আহকগৈচোন। ডিব্ৰুগড় চহৰত আক আপোনাৰ কাৰণে বান্ধনী এজনী বিচাৰি দিব নোৱাৰিমনে?"

নীৰাই হাঁহি ক'লে, "এখেতক আগৰে পৰা চিনি পায়নেকি বাইদেউ?"

নিশাই আলোকৰ চকুলৈ চালে, তাৰ পিছত ক'লে—"মোৰ চিনি পোৱা যেন লাগিছে, কিন্তু তেখেতেহে মোক চিনি পোৱা নাই। নহ'লে হোটেলৰ আকৰ্ষণটো ইমান বেছি নহ'লহেতেন কিজানি।"

তিনিও হাঁহিলে।

নিশাই ক'লে, "নীৰা, দিনত এখেতে আমাৰ ইয়ালৈ আহিবলৈ বাট চিনি নেপাব পাৰে। তুমিয়ে পাৰিলে হোটেলৰ পৰা এখেতৰ বিছনা-পত্ৰবোৰ আমাৰ ইয়ালৈ লৈ আহিবা।"

নীৰাই আলোকলৈ চালে।

"কিন্তু সঁচাই নিশা, ইয়াত আহি মই ক'ত থাকিমহি?"

"এইটো মোৰ ঘৰ, ইয়ালৈ আহি দুদিন মোৰ ঘৰত আলহি থাকিলেও আপোনাৰ গা-মন অশুচি হবনে? হোটেলত থাকি মোক অপমান নকৰিলে যদি নহয়, তেন্তে থাককগৈ হোটেলতে।" নিশাই উত্তেজিতভাবে ক'লে।

আলোকৰ নিশালৈ মৰম লাগিল। নিশাই জানো ইতিমধ্যে হৈ যোৱা তাইৰ জীৱনৰ পৰিবৰ্তনবোৰক অস্বীকাৰ কৰিবলৈ বিচাৰিছে? নিশাৰ বিয়াৰ আগৰ মৰমবোৰ এতিয়াও অটুট আছেনে, নে এইটো বহুত দিনৰ মূৰত আলোকক লগ পোৱাৰ কাৰণে লৌকিক ভদ্ৰতা?

নীৰাই ক'লে "মহো উঠো, ৰাতি যথেষ্ট হ'ল।"

"আপোনালোকৰ কাৰণে বনোৱা ভাতখিনি জানো অকলেই খাব পাৰিম?" কৃত্ৰিম গাম্ভীৰ্য্যেৰে নিশাই ক'লে।

নিশা অকাৰণতে উত্তেজিত হৈ পৰিছে। কথাটো আলোক আৰু নীৰা

দুয়ো লক্ষ্য কৰিলে, তাৰ নিশ্চয় অন্য কিবা কাৰণ আছে। কিন্তু এতিয়া সেই কথা জানিবলৈ চেষ্টা কৰি লাভ নাই।

আলোকে ক'লে, "আজি আৰু ভাত নেখাওঁ নিশা, ৰুম্মা নেপাবা। কালিলৈ বাৰু আহিম—"

নিশাই ক্ষুণ্ণ হোৱাৰ সুৰত ক'লে, "বহুত দিনৰ মূৰত, কিয় ক'ব নোৱাৰো আজি মোৰ গা-মন ভাল লাগিছিল। সদায় পৰিহে থকা। আপুনি আহিল, আৰু ভাল লাগিল। নোখোৱাকৈ গুচি যাওক—আৰু ভাল লাগিব। চোৱাগৈ-চোন নীৰা, ভাত উলিয়াইছেনে নাই, সোনকাল কৰিবলৈ কোৱা।"

নিশাই আলোকলৈ চাই অদ্ভুত হাঁহি এটা মাৰিলে। আলোকেও শান্ত-ভাবে হাঁহি নিশাৰ মুখলৈ চালে।

॥ তেইশ ॥

দহ দিন হস্পিতালত ৰখাৰ পিছত ৰমাক ডাক্তৰসকলে ঘৰলৈ লৈ আহিবৰ পৰামৰ্শ দিলে। ৰমাক হস্পিতালত ৰাখি চিকিৎসা কৰাৰ দৰকাৰ নাই। নির্দ্দিষ্ট ঔষধপাতি ঘৰতে খাই থাকিলেই ৰমা ৰক্ষা পৰিব—ডাক্তৰৰ এই অভিমত। এই কেইদিনতে কেইটামান ইন্‌জেক্‌চন লোৱাৰ ফলতে ৰমাৰ বহুত ভাল পোৱা যেন লাগিল।

এই কেইদিন আলোক নিশাহঁতৰ ঘৰত আলহী হৈ থাকিল। আলোকক বহুতদিনৰ মূৰত লগ পাই শ্ৰীকণ্ঠয়ো বৰ আনন্দ পালে। আলোকে লক্ষ্য কৰিলে আগৰ ফুৰ্তিবাজ ডাক্তৰ শ্ৰীকণ্ঠ যেন কিবা অজানিত কাৰণত আজিকালি কিছু বিষণ্ণ হৈ পৰিছে। অৱশ্যে নিশাৰ লগত যে দাম্পত্য জীৱনত ডাক্তৰ সুখী হৈছে সেই কথা কথা-বতৰাৰ পৰাই আলোকে ধাৰণা কৰিব পাৰিলে।

নিশা আৰু শ্ৰীকণ্ঠ দুয়ো বৰ মুকলি—যেন স্বামী স্ত্ৰী নহয়, দুজন অন্তৰংগ সুহৃদ। হলি-গলি, আমোদ-আহ্লাদেৰে বেচ আনন্দত দিন কটাইছে। কৰিতাই আমনি নকৰে, দিনটো খেলি মেলি থাকে, অকণমানটো ডাক্তৰৰ মাহীয়েকেই ৰাখে। তদুপৰি নীৰা নিয়মমতে আছে—আৱশ্যকীয় কামখিনি কৰি যায়। শ্ৰীকণ্ঠ আৰু নিশা মুক্ত। নিশা যেন এতিয়াও বিয়া নোহোৱা এজনী গাভৰু ছোৱালী।

আলোকে লক্ষ্য কৰিলে নিশাৰ দৈহিক ৰূপৰ পূৰ্ণ বিকাশ যেন এতিয়াহে হৈছে। নিশাৰ লাহী গাটো বৰ ল'নি, দেহশ্ৰীত ক'তো অকণো খুঁট নাই। চকু দুটা আগতকৈও বেছি ডাঙৰ আৰু ধুনীয়া হৈছে। কিছু নিজেজ গালখনত

কোমল কমনীয়ভাব আভা ; চেলাউৰি জোৰত বৈ পৰিছে কিবা এটা গহন-গোপন ভাষা।

নিশাৰ এই নতুন ৰূপ আগে কোনো দিন আলোকৰ চকুত পৰা নাছিল।

তদুপৰি আলোকে দেখিলে আৰু স্পষ্ট বুজিব পাৰিলে যে ডাক্তৰ [illegible] নিশাৰ ওচৰত যথেষ্ট বশ। হয়তো কেতিয়াবা অযাচিতে আহ্লাদেৰে, হয়তো কেতিয়াবা ইচ্ছাকৃত আত্মতৃপ্তিভাবে নিশাই যেন ডাক্তৰৰ ওপৰত থকা স্বাভাৱিক অধিকাৰ খিনিক আৰু স্পষ্ট আৰু প্ৰকট কৰি উপলব্ধি কৰিবলৈ বিচাৰে। অৱশ্যে তাৰ দ্বাৰা নিশাই তেওঁলোকৰ মাজৰ দাম্পত্য প্ৰেমৰ গাম্ভীৰ্যখিনিকে যে প্ৰতিষ্ঠা কৰাৰ প্ৰয়াস পায় সেই কথাও আলোকে বুজিব পাৰিলে।

এদিন নিশা ঘৰত নথকা সময়ত ডাক্তৰে আলোকক সেই কথাৰ আভাস মুকলিকৈয়ে দিলে : নিশা অলপ চঞ্চল হৈ পৰা যেন লাগিব পায় আপোনাৰ। এটা মে'জৰ অপাৰেশ্যনৰ পিছত কোনো কোনো তিৰোতা মানুহৰ ছাইকো ফিজিকেল ষ্টেটটো বৰ ছেন্‌ছিটিভ হৈ পৰে। তাক ঠিকমতে handle কৰিব নোৱাৰিলে সি melancholia লৈ পৰিণত হোৱাৰ ভয় থাকে। ডাঙৰ অসুখৰ পিছত অলপতে কন্দা, অলপতে হঁহা, অলপতে depressed হৈ পৰাৰ লক্ষণ দেখা যায়। Psychopathology ৰ অভিজ্ঞতাৰে এনে পৰিস্থিতিক খুব সাৱধানে স্বাভাৱিক অৱস্থালৈ আনিবৰ চেষ্টা কৰা দৰকাৰ।

আলোকৰ যেন ডাক্তৰৰ এই কৈফিয়তটো শুনি অলপ পুতৌ জন্মিল। তেওঁ ডাক্তৰ মানুহ। মানুহৰ মানসিক অৱস্থাক ডাক্তৰৰ চকুৰেই বিশ্লেষণ কৰিব জানে। হয়তো নিশাই কিবা অব্যক্ত, নিজেই বুজি নোপোৱা মানসিক দ্বন্দ্বত ভুগিছে। নিশা আগে ইমান চঞ্চল নাছিল। অপাৰেশ্যনৰ পিছৰ পৰা হৈছে।

আলোকে ক'লে, "নিশাৰ বয়স কমতো। চঞ্চলতা এতিয়াও অলপ থকাটো অস্বাভাৱিক নহয়! তাতে She is enjoying a very happy time with you."

ডাক্তৰে আত্মতৃপ্তিৰ হাঁহি মাৰিলে আৰু ক'লে, "মই সঁচাকৈয়ে চিন্তাত পৰিছিলো, দুই আঢ়ৈ বছৰ নিশা অকলশৰে থাকিব লাগিব। মই থাকিম ইউৰোপত, হয়তো কিবা কাৰণত অকলশৰীয়া অনুভৱ কৰি, নাইবা কিবা মানসিক অশান্তিত মনমৰা হৈ পৰিব পাৰে। She may turn even hysteric."

"Hysteric ?" আলোকে বিস্ময়েৰে সুধিলে।

"হয় কেতিয়াবা। কিন্তু মোৰ বিশ্বাস, আপুনি ওচৰত থাকিলে নিশাই

দিনবোৰ আনন্দতে কটাই দিব পাৰিব। আপোনাক ঠিক সময়ত ভগৱানে হে নিশাৰ ওচৰলৈ পঠাই দিলে যেন লাগিছে!"

আলোকে মাধোন জীৱনৰ অভাৱনীয় সংযোগ, সংঘাতবোৰৰ কথা নিৰবে চিন্তা কৰি গ'ল।

বিয়াৰ পূৰ্বে লগ পোৱাতকৈ ডাক্তৰ শ্ৰীকণ্ঠৰ যথেষ্ট পৰিবৰ্তন হৈছে, দায়িত্বপূৰ্ণ চাকৰি কৰে, সামাজিক মানদণ্ডত গাম্ভীৰ্য্য ৰক্ষাৰ প্ৰয়োজন মানি চলে। তদুপৰি স্বামী আৰু পিতা হিচাবেও শ্ৰীকণ্ঠ আগতকৈ গহীন হৈ পৰাটো স্বাভাৱিক।

তথাপি আলোকৰ দেখি ভাল লাগিল যে ডাক্তৰে নিশাক ভাল পায়, নিশাক সুখী কৰি ৰাখিবৰ কাৰণে ডাক্তৰে সকলো কৰিবৰ কাৰণে প্ৰস্তুত। নিশাই হয়তো এই কাৰণেই ডাক্তৰৰ ওপৰত নতুন নতুন আব্দাৰ অনুযোগেৰে সকলো মৰম নিজৰ কৰি পাবৰ চেষ্টা কৰে, আৰু নিশাক সন্তুষ্ট ৰখাৰ প্ৰয়োজনত কেতিয়াবা ডাক্তৰে হয়তো নিজক লঘু কৰিও দুই এটা কাম কৰিব লগীয়া হয়।

নিশাই আলোকক আৰু কেইদিনমান ৰমাক হস্পিতালত ৰাখি দুদিনমান পিছত যাবলৈ জোৰকৈ ধৰিছিল, কিন্তু আলোকে ক'লে যে ৰমাক আৰু হাস্পতালত ৰাখিব নোৱাৰে। তদুপৰি এইদৰে একো নকৰাতকৈ, বহি থকাতকৈ আলোকে বৰং ৰমাক ঘৰত থৈ চিকিৎসাৰ ব্যৱস্থা কৰি আহি ডিব্ৰুগড়ৰ বাৰত যোগ দিবহি, তেতিয়াতো সদায় থাকিবই লাগিব। ইতিমধ্যে নতুন ঘৰটোৰ যি কাম বাকী আছে, সেইখিনিও শেষ হওক।

নিশা অগত্যা মান্তি হ'ল।

নিশাৰ আগ্ৰহ দেখি আলোকে আনন্দ পালে। আলোকৰ কাৰণে নিশাৰ হিয়াত এতিয়াও বহুত মৰম আছে, আৰু নিঃসংকোচে নিশাই সেই মৰম আলোকলৈ আগ বঢ়াইছে। নিশালৈ আলোকৰ মৰম লাগিল।

॥ চৌবিশ ॥

আলোকে এটা অস্বস্তি অনুভৱ কৰিছিল। কিবা এটা ঘটিল, যিটো নঘটিলেই ভাল আছিল। কিন্তু জীৱনৰ ঘটনাবোৰ কাৰো অনুমতি লৈ নঘটে। মানুহে চেষ্টা কৰিলে এখন বাৰিষাৰ নৈকো ডেটিব পাৰে; ঘৰত লগা জুইও নুমাব পাৰে, অথচ মনটোৰ মাজত জন্ম হোৱা এটা অনুভূতি ইমান প্ৰবল হয় যে তাৰ পৰা নিজক মুক্ত কৰিব নোৱাৰে। ভাৱপ্ৰৱণ মানুহবোৰ সেইবাবেই সুখী হ'ব নোৱাৰে।

আলোকে সেই অনামী দুখৰ পৰাই আনন্দ আহৰণ কৰাৰ যুক্তি বিচাৰিছে। যি দুখে, যি অন্তৰ্দাহী বেদনাই জীৱনক ধন্য কৰে, সেই বেদনাক আগত নজনোৱাৰ কোনো কাৰণ নাই। মই আলোক, মই উকিল, মই কবি, মই এজন ডেকা ভদ্ৰলোক—এইবোৰৰ কি বিশেষ মূল্য আছে? এনেকুৱা উকিল, এনেকুৱা কবি, এনেকুৱা ডেকা ভদ্ৰলোক আৰু বহুত আছে। সিহঁতে জানো মই উপলব্ধি কৰা প্ৰেমৰ উত্তাপৰ সন্ধান পাইছে? মৰ্মঘাতী বেদনাৰ ঐশ্বৰ্য্য লাভ কৰিছে? কাৰোবাৰ প্ৰতীক্ষাত জীৱনৰ প্ৰতিটো ক্ষণ আবেগৰ জুইৰে দগ্ধ কৰি তুলিছে?

Man does not live by bread alone. সঁচা। মানুহ কেৱল আহাৰ খায়েই জীয়াই নথাকে, কিন্তু মানুহ জানো কেৱল মৰম লৈয়ে জীয়াই থাকে? জীয়াই থাকিব পাৰে? Man does not live by love alone, তেন্তে মানুহ কি লৈ জীয়াই থাকে? কিন্তু মানুহ জীয়াই থাকে কিয়? জীয়াই আছে কেলেই? প্ৰেম যেতিয়া জীয়াই থকাৰ নিশ্বাস হয়, প্ৰেমেই যেতিয়া জীৱন হয়, প্ৰেমেই যেতিয়া জীৱন মৃত্যুক একাকাৰ কৰি এক মৃত্যুহীনতাৰ অমৃতৰ সন্ধান দিয়ে, তেতিয়া জীয়াই থাকিবৰ কাৰণে বা মৰিবৰ কাৰণে প্ৰেমৰ বাহিৰে আৰু কি বিচাৰিবলগীয়া আছে? কি পাবলগীয়া আছে?……

আলোকে আগ-গুৰি নোহোৱা কথাবোৰ চিন্তা কৰিছিল। চিন্তা কৰা নাছিল, ইটোৰ পিছত সিটোকৈ কথাবোৰ তেওঁৰ মনলৈ আহিছিল। অকলশৰে থাকিলেও তেওঁৰ অকলশৰীয়া যেন লগা নাছিল। প্ৰেমৰ এক পবিত্ৰ নিশ্বাসেৰে যেন তেওঁৰ ঘৰটো, কোঠাটো, মনটো ভৰি আছিল। কৃষ্ণ-পক্ষৰ এই ৰাতিটো যেন কিছুমান সুৰভিত পোহৰেৰে পূৰ্ণ হৈ উঠিছে। শান্তভাৱে বৈ থকা বাহিৰৰ বতাহজাকৰ যেন কোনোবা অৰণ্যৰ মাজৰ সুৰভিত নিশ্বাসৰ লগত চিনাকি আছে।

আলোকে কাণ দিলে।'

খুটুক, খুটুক টুক টুক…

কোনোবাই দুৱাৰত টুকৰিওৱা নাইনে? এতিয়াতো ৰাতি বহুত হ'ল! ইমান ৰাতি কোন আহিব পাৰে?

কিন্তু আকৌ শব্দ হ'ল। নিশ্চয় কোনোবাই দুৱাৰত টুকৰিয়াইছে।

আলোক বহাৰ পৰা উঠিল। কোঠাটোৰ কেউফালে চালে। খিৰিকিৰ বাহিৰত ঘন আন্ধাৰ। বতাহজাক বলি আছে। মেজৰ ওপৰতে থকা ঘড়িটোত সময় কিমান হৈছে চাব খুজিও নেচালে।

আলোকে দুৱাৰখন মেলিলে।

দুৱাৰমুখত নিশা!

আলোক হতভম্ব হৈ গ'ল।

এবাৰ চকুৰে চকুৰে চাই ক'লে—

"নিশা! ভিতৰলৈ আহা।"

আলোকে দুৱাৰখন বন্ধ কৰি দিলে।

অকণমান সময় নিশাই থিয় দি থাকি কোঠাটোৰ কেউপিনে চালে। তাৰ পিছত চকীখনত নবহি কাষতে থকা বিচনাখনতে বহিল।

নিশা ক'ৰবাৰপৰা যেন এই দুপৰ ৰাতি অকলশৰে ইয়ালৈ অহা নাই, সিটো কোঠাৰ পৰা ইটো কোঠালৈহে আহিছে।

আলোকে নিশাৰ মুখলৈ চালে।

আলোকে দেখিলে নিশাৰ শেঁতা পৰা খীণ মুখখন এটা উত্তেজনাত ৰাঙলী হৈ পৰিছে। গভীৰ চকু দুটা তিৰবিৰাই উঠিছে। কিন্তু বাহিৰত নিশা মানুহজনী সংযত আৰু শান্ত।

অপ্ৰস্তুত আলোকক নিশাই ক'লে,—

"আচৰিত হৈছেনেকি? মোক চিনিব পৰা নাইনেকি? বহক, আহক এইখিনিতে, মোৰ ওচৰতে বহিব, আহক।"

আলোক কিন্তু চকীখন আগলৈ টানি লৈ নিশাৰ মুখামুখী হৈ বহিল।

নিশাই ক'লে, "ঘৰত আৰু কোনোবা আছেনেকি?"

"বামুনি ল'ৰাটো শুইছে, আৰু কোনো নাই।"

"ডাক্তৰ নাই, দিল্লীলৈ গৈছে। দিল্লী নে বাঙ্গালোৰ ক'ৰবাত চাকৰি বিচাৰিছে। ইণ্টাৰভিউ দিবলৈ গৈছে।"

আলোকে থৰ লাগি নিশাৰ মুখলৈ চাই ৰ'ল। চকুত প্ৰশ্ন—ইমান ৰাতি তুমি এনেকৈ কিয় আহিলা?

কিন্তু কথা মুখৰ পৰা নোলাল।

নিশাই ক'লে, "মই ঘৰৰ পৰা পলাই অহা নাই, গাড়ীৰে আহিছো, গাড়ীতে ড্ৰাইভাৰটো বহি আছে। মই সোনকালে ঘূৰি যাম।"

"কোৱা—"

"একো কৰণীয়া নাই, আপোনাক লৈ যাবলৈ আহিছো—"

"কলৈ?"

"আমাৰ ঘৰলৈ।"

বিস্ময়েৰে আলোকে নিশাৰ মুখলৈ চালে।

"ওলাওক—যাও—"

"কিন্তু—"

অলপ টান মাতেৰেই যেন নিশাই ক'লে, "নেযাঃনেকি? নেযায় যদি মই যাওঁ।"

"মোৰ ঘৰলৈ তুমি এনেকৈ এয়ে প্ৰথম আহিছা।"

"ওঁ, কিয় আহিছো, মই ইয়াত ক'ব নোৱাৰো। ব'লক, কথা এটা ক'বলগীয়া আছে।"

"কথা এটা—?"

"ওঁ চমু কথা, কিন্তু সেইটোৱেই কিজানি আমাৰ জীৱনৰ আটাইতকৈ ডাঙৰ কথা।"

"ইয়াতে ক'ব নোৱাৰা জানো নিশা? ইয়াত কোনো নাই।"

"সেই কাৰণেই ইয়াত ক'ব নোৱাৰো, নকও। মই যি কথা ক'ব খুজিছো সেই কথা লুকাই চুৰকৈ নকও, মুকলিকৈ ক'ম—"

"কিন্তু ইমান ৰাতি, আমাৰ কথা শুনিবলৈ কোনোবা আছে জানো?"

"আপুনি ভয় কৰিছে, সেই দেখি মোৰ লগত তৰ্ক কৰিছে। আপুনি মোক বিশ্বাস কৰা নাই নেকি?"

নিশাৰ কথাত আলোক স্তব্ধ হৈ বৈ গ'ল। তেওঁ নিশাৰ সন্মুখলৈ আহিল আৰু নিশাৰ হাত এখন নিজৰ হাতৰ মাজত লৈ ক'লে "তোমাক অবিশ্বাস কৰাৰ আগতে যেন মোৰ মৃত্যু হয় নিশা, ব'লা। কিন্তু ইমান ৰাতি—"

ইহাৰ নিচিনা কৰি নিশাই ক'লে, "মই এই কেইটা বছৰ আঁতৰি থকাৰ কাৰণেই আপুনি বৰ ভয়াতুৰ হৈ পৰিল দেখিছো। নিশালৈ আপোনাৰ ভয় লাগে, আগেতো নেলাগিছিল।"

"এই কেইটা বছৰেই বহুত ওলট-পালট কৰি দিছে।"

"আপোনাৰ মনটোকো নে?"

আলোকে নিশাৰ হাতখন এৰি নিদিলে, আনখন হাতো হাতৰ মাজত লৈ আলোকে নিশাৰ গাৰ আৰু কাষ চাপি আহিল।

নিশাই ক'লে, "আৰু ওচৰলৈ নাহিব।"

"নিশা?"

"বহক।"

"নীচাকৈয়ে তুমি শাস্তিৰে আহিছা?"

"বাহিৰলৈ চাওকচোন—গাড়ী এখন নাই জানো ?"

"থাকিলেও থাকক, মই পঠিয়াই দিম। ইমান ৰাতি তোমাক মই ঘূৰি যাবলৈ নিদিও।"

"কিন্তু মই যে বোবাব কথা ক'বব কাৰণেই আহিলো। আপোনাৰ বিচনাতে মই অকণমান শোওনে ? গাটো বেয়া লাগিছে।"

এক প্ৰকাৰ ব্যস্ততাৰেই আলোকে নিশাক বিচনাতে শুৱাই দিলে।

"এগিলাচ পানী দিয়ক।"

"নিশা—"

সক মাতেৰে নিশাই ক'লে, "হাৰ্টত ধৰিছে, এনেকৈ মাজে মাজে হঠাৎধৰে।"

"কোনোবা ডাক্তৰ মাতিমনেকি ?"

নিশাই মূৰ জোকাৰিলে—নেলাগে।

কাষতে বহি আলোকে নিশাৰ হাত দুখন মোহাৰি দিলে।

চকু মুদি নিশা পৰি থাকিল।

আলোকে অপলক চাৱনিৰে নিশাৰ মুখলৈ চাই থাকিল। মনত লাগিল যেন নিশা ক্ৰমে বহুত দুৰলৈ আঁতৰি গৈছে। নিশাৰ ওঠ দুটা শুকাই গৈছে, মুখখন অস্বাভাৱিকভাৱে বগা পৰিছে—নিশাৰ কিবা এটা কষ্ট হৈছে।

নিশাৰ মুখৰ ওচৰলৈ মুখখন নি আলোকে সৰুকৈ মাতিলে—"নিশা—নিশা, পানী খোৱা।"

কিন্তু নিশা চকু মুদি নিশ্চল হৈ পৰি থাকিল। কিবা ক'ব খুজিও যেন ক'ব নোৱাৰিলে। আলোকৰ ভয় লাগিল। নিশাক এনে ৰূপত আগেয়ে দেখা নাই আলোকে।

মাজতে আলোক এবাৰ বাহিৰলৈ ওলাই গ'ল।

ক'ত, ক'ত আছে নিশাৰ গাড়ীখন ? নিশা খোজকাঢ়ি আহিলনেকি ? ইমান ৰাতি অকলে অকলে, খোজকাঢ়ি কেনেকৈ আহিল ? কিয় আহিল ? কি ক'বলৈ আহিছে নিশাই ?

কি কৰলৈ ?

আলোকৰ বাহিৰত বৈ থাকিবলৈ ভয় লগা যেন পালে। বেগেই ভিতৰলৈ সোমাই আহিল আৰু দুৱাৰখন বন্ধ কৰি দিলে।

নিশা একেদৰেই পৰি আছে।

আলোকে কি কৰিব একো ঠিক কৰিব নোৱাৰিলে। পুনৰ নিশাৰ কাষত বহি আলোকে নিশাৰ অলসভাৱে পৰি থকা হাতখন নিজৰ হাতত লৈ খুজিলে।

কিন্তু নিশাই হাতখনেৰে বাহুত ধৰি আলোকৰ মূৰটো নিজৰ গাৰ কাষলৈ টানি নিলে আৰু আলোকৰ মুখখন কাষলৈ নি দুৰ্বলভাৱে ক'লে, "মোৰ বুকুখন কেনেকৈ মাৰিছে চাওকচোন।"

কৈ নিশাই আলোকৰ মূৰটো নিজৰ বুকুৰ ওপৰত হেচি ধৰিলে। আলোকে কাণ দিলে, অতি খৰ গতিৰে নিশাৰ হৃদপিণ্ডটো যেন কঁপিছে আৰু ঢুক্ ঢুক্ এটা শব্দ হৈছে!

কি কৰিব লাগে একো বুজিব নোৱাৰি—আলোকে কিছুপৰ নিশাৰ বুকুৰ ওপৰত কাণ দি হাৰ্টৰ ঢপ্ঢপ্নিৰ শব্দ শুনিলে। তাৰ পিছত এনেয়ে নিশাৰ হাত আৰু গা মোহাৰি দিলে।

প্ৰায় ৪০ মিনিটৰ পিছত নিশাই কিছু ভাল পালে।

"অলপ ভাল পাইছা?"

"পাইছো, এটোপা চাহ বা গৰম পানী খালে ভাল লাগিব।"

আলোকে ল'ৰাটোক নজগালে, ষ্ট'ভত পানী তপতাই পাতলীয়া চাহ এপিয়লা ক'ৰি নিশাক খুৱাই দিলে।

তেতিয়া ৰাতি এক বাজি গৈছিল।

এটা নিস্তেজ হাঁহি ওঠত বিৰিঙাই নিশাই ক'লে "এনেকৈয়ে মাজে মাজে ধৰে, মৰিম যেন লাগে, বহুত বাৰ হৈছে, কিন্তু মৰিব পৰা নাই।"

"বেয়া কথাবোৰ নকবা নিশা।"

নিশাই আলোকৰ মুখলৈ চালে, চকুলৈ সজীৱতা আহিছে, কিন্তু নিশাৰ ওঠা দুটা শুকান আৰু নিস্তেজ হৈয়ে আছে।

লাহে লাহে নিশা বিচনাতে বহিল।

"বহুত মানুহ গোটাৰ নোৱাৰেনে?"

"কেনেকৈ?"

"বহুত মানুহ গোটাই, পৃথিৱীৰ সকলো মানুহ গোটাই মোৰ চিয়ঁৰি চিয়ঁৰি ক'বৰ মন গৈছে—মোৰ মৃত্যুৰ আগতে তোমালোক সকলোকে কৈ যাওঁ জনা—"

নিশাই যেন জোৰ কৰি মাতটো ডাঙৰ কৰিবৰ চেষ্টা কৰিলে।

"কেনেকৈ কিয় চিয়ঁৰিছা নিশা—?"

"মোৰ মাতটো বাৰু আপুনি শুনিছেনে? আপুনি বুজিব পাৰিছেনে? পৃথিৱীৰ মানুহবোৰে, সকলো মানুহে শুনিছেনে?"

নিশা অলপ ৰ'ল। তাৰ পিছত তেনেই লাহেকৈ, জন-শুনা মাতেৰে ক'লে,—

"জীৱনৰ ওচৰত অপৰাধ কৰিছিলো—মই ভাল পাইছিলো। জীৱনে তাৰ

প্ৰতিশোধ ল'বলৈ আগবাঢ়িছে। মোৰ বিৰল বুকু ভৰি আছে এক অনিৰ্বচনীয় প্ৰেমেৰে, সেই বুকুৰ মাজত ঠাই লৈছে মৃত্যুৱে। মই জানো মই মৰিম, মৃত্যুৰ হাত মই সাৰিব নোৱাৰো, কিন্তু মৰিলেও ভালপোৱা বুকুত লৈয়ে মই মৰিম।"

নিশাৰ মাতটো অস্পষ্ট হৈছিল, আলোক কিংকৰ্তব্য-বিমূঢ় হৈ খৰ লাগি নিশাৰ মুখলৈ চাই বৈ গৈছিল। আন্ধাৰ বাত্তিটো চোবৰ দৰে আগ বাঢ়িছিল। বিচনাখনৰ ওপৰত যেন এটা শুভ্ৰ সমাহিত, করুণ বেদনা শুই আছিল।

অজানিতে আলোকৰ চকুহাল অশ্ৰুজল হৈ উঠিছিল। এক আৰ্দ্ৰ বেদনাত আলোকৰ বুকুখন গধুৰ হৈ পৰিছিল। কোনোমতে আলোকে ক'লে,

"মই সকলো বুজো নিশা, তুমি একো ক'ব নেলাগে।"

"একো নুবুজে, আপোনালোকে একো নুবুজে, কোনোদিন বুজিবৰ যত্ন নকৰে। ডাক্তৰ মোৰ স্বামী, তেওঁ নিজে ডাক্তৰ। তেওঁ জানে মোৰ হাৰ্ট পাল্‌পিটেচন ঘণাই হ'ব ধৰিছে, কোনোবা দিনা বেছি হ'ব আৰু মই মৰি থাকিম। কিন্তু তেওঁ নুবুজে। তেওঁক মই কৈছো—মোৰ দেহাটোত এতিয়া আৰু একো নাই। তাৰ কোঁহে কোঁহে মৃত্যু সোমাই পৰিছে। মিছাতে মৃত্যুৰ লগত যুঁজ কৰি লাভ নাই। কিন্তু ডাক্তৰে নুবুজে।"

"তুমি শোৱা নিশা, বাতি শেষ হৈ আহিছে, তুমি অলপ শোৱা—" আলোকে অনুৰোধ কৰিলে।

"বাতি শেষ হৈ আহিছে আৰু আপোনাৰ নিশাও শেষ হৈ আহিছে। মোৰ সমগ্ৰ হৃদয় দি আপোনাক আৱৰি ৰাখিবৰ মন যায়, সমগ্ৰ দেহাৰে আপোনাক আকোৱালি ধৰি ৰাখিবৰ মন যায়। মোৰ মনটো আপোনাৰ কাষতে সদায় থাকে, অথচ আপুনি মোৰ দেহাটো কাষত বিচাৰে, ডাক্তৰৰ কাষত মোৰ দেহাটো থাকে, তাৰ লগতে তেওঁ মোৰ মনটোও কাষত বিচাৰে"।

নিশাই আলোকৰ হাতখন টানি আনি বুকৰ ওপৰত হেচি ধৰিলে।

"সেইয়া গম পাইছেনে মোৰ বুকুৰ মাজত মৃত্যুৰ পদধ্বনি। মই ডাক্তৰক কৈছো মোক মৰিবলৈ এৰি দিয়ক, সেই কথাকে ক'বলৈ মই আপোনাৰ ওচৰলৈ আহিলো, অকণো ভয় নকৰাকৈ অকলে অকলে ইমান বাতি, ইমান খিনি খোজকাঢ়ি আহিলো।"

আলোকে নিশাক দুয়োহাতে সাবটি ধৰি বুকুৰ কাষলৈ চপাই ললে। নিশাই বাধা নিদিলে। আলোকৰ বুকুৰ মাজত মুখ থৈ নিশাই ক'লে, "মই আপোনাক সকলো দিলো, আৰু দিবলৈ একো নাই, মোক আপুনি এটা বৰ দিয়ক—"

"কোৱা—"

"মোক এটা কথা দিয়ক—"

"কোৱা—"

"মই হার্ট পেচেন্ট, অনিশ্চিত মৃত্যুৰ কণ গণিছো, আপুনি সুস্থ, আপুনি স্বাস্থ্যবান, মোক এটা কথা দিয়ক, মই নাই বুলি ধৰক, মোৰ মৃত্যু হ'ল বুলি ধৰক"।

"নিশা, নিশা—" আলোকে অধৈর্য্য হৈ নিশাক কথা কোৱাৰ পৰা বিৰত ৰাখিবৰ চেষ্টা কৰিলে।

কিন্তু নিশাই কৈ গ'ল—"জীয়াই থাকিলেও, আপোনাৰ বা ডাক্তৰৰ কাৰণে মোৰ জীয়াই থকাৰ কোনো মূল্য নাই। আপুনি মোক এটা কথা দিব লাগিব। মই জীয়াই থাকোতেই আপুনি বিয়া কৰাব লাগিব। কথা দিয়ক, আপুনি মোৰ এই কথা ৰাখিব ?......

"সেই কাৰণেই আহিছিলো। আপুনি মোৰ কথা ৰাখেনে নেৰাখে জানি যাবৰ কাৰণেই মই আহিছো, হয়তো মোৰ আৰু এইদৰে অহা নহ'ব। ডাক্তৰে ইয়াৰ পৰা দূৰলৈ আঁতৰি যোৱাৰ চেষ্টা কৰিছে। কিন্তু, আপুনি ছবুজা নহয়। মোৰ তেওঁৰ লগতে যোৱাৰ বাহিৰে অন্য উপায় নাই। তাৰ আগতে যদি মোৰ মৃত্যু হয়, মই সুখী হ'ম, কওক।"

"কিন্তু নিশা—"

"আন এজনৰ বিবাহিতা পত্নী হৈও মই—আপোনাক ভাল পাওঁ, দেহ-মন আত্মা দি ভাল পাওঁ। আপুনিও কাৰোবাক বিয়া কৰালে মোক ভাল পাই থাকিব নিশ্চয় পাৰিব—"

আলোকে দেখিলে নিশা উত্তেজিত হৈ পৰিছে, হয়তো টোপনি খণ্ডি কৰি এনেকৈ কথা কৈ থাকিলে আকৌ হাৰ্টৰ পাল্‌পিটেশ্বন্ আৰম্ভ হ'ব।

ৰাতিও বেছি নাই আৰু।

শেহৰাতিৰ বতাহজাক বেছি চেঁচা আৰু গভীৰ। আন্ধাৰবোৰৰ গভীৰতাও বাঢ়িছে। সকলো শুইছে, কেৱল সাৰ পাই আছে নিশা আৰু আলোক, আলোক আৰু নিশা।

নিশাৰ যেন বৰ ভাগৰ লাগিছিল, লাহে লাহে নিশাৰ চকু মুদ খাই আহিছিল, মাথোন মুখেৰে—বিৰ্‌বিৰাই আছিল—"মোৰ কথা ৰাখিব লাগিব। মই নেথাকিলে তুমি অকলে কেনেকৈ থাকিবা ;...তোমাক কোনে ভাল পাব ? ...মৃত্যুৱে মোৰ বুকুৰ মাজত ঠাই লৈছে,...তোমালোকে মোক ৰাখিব নোৱাৰা...মই যাম, মই যামেই..."

লাহে লাহে নিশাৰ টোপনি আহিল।

আলোকে নিশাৰ গাত এখন চাদৰ মেলি দিলে, সন্তৰ্পণে আঠুৰাখন গুবি দিলে আৰু চকীখন কাষ চপাই আনি বহি ল'লে।

নিশাৰ স্বাস্থ্য ভাগি পৰিছে। নিশাই মৃত্যুৰ ভয়ত প্ৰেমৰ কাষত শেষ আশ্ৰয় বিচাৰিছে। জীৱনৰ মোহে নিশাক উদভ্ৰান্ত আৰু দুঃসাহসী কৰি তুলিছে।

নিশাৰ বৈ পৰা চেলাউৰিযোৰ, ধুনীয়া মুখখন, জোঙা নাকটো, মৰম লগা ওঠ দুটা—সকলোবে ওপৰলৈ যেন এক সমাহিত কৰুণতা নামি আহিছে। নিশা যেন এক সদ্যজাত শিশু। জন্ম যন্ত্ৰণাৰ কষ্টত অৱশ হৈ পৰিছে।

লাহে লাহে আলোকৰ মনটো প্ৰসন্ন হৈ উঠিল।

নিশা মোৰ, নিশা মোৰ কাৰণেই জীয়াই আছে। মোৰ ঘৰলৈ মৃত্যু সোমাব নোৱাৰে। নিশাৰ বুকুৰ মাজত সেইয়া মৃত্যুৰ পদধ্বনি নহয়, সেইয়া নতুন জীৱনৰ নূপুৰৰ ছন্দ।

আঠুৰাখনৰ মাজেদি আলোকে নিশাৰ মুখখনৰ ফালে চাই ৰ'ল। নিশাৰ সমগ্ৰ মুখমণ্ডল ব্যাপি ব্যক্ত হৈ উঠিছে এখন মৰম-আকলুৱা হৃদয়ৰ ভাষাহীন সংবাদ। আলোকক ভাল পাবৰ কাৰণেই নিশা নামৰ এই ছোৱালীজনীৰ জন্ম হৈছিল······নিশা আৰু কাৰো নহয়, মোৰ, নিশা মোৰ······

লাহে লাহে আলোকৰ চকু দুটা মুদ খাই আহিল। বহি থকাতে তেওঁৰ মূৰটো এঢলীয়া হৈ ওলমি পৰিল। শেহৰাতিৰ গভীৰ নিবৱতাই পৃথিৱীখনক হেচি ধৰিছে। আন্ধাৰে পৃথিৱীখন চানি পেলাইছে। এই ৰাতিৰ বুকুতে ক'ৰবাত কিবা এপাহ সুগন্ধি ফুল ফুলিছে। কোমল বতাহজাকত সেই ফুল পাহৰ সুৰভিৰ আভাস।

কোনেও গান গোৱা নাই, কোনেও কথা কোৱা নাই। কেৱল হৃদয়ৰ এক গভীৰ অৰ্থপূৰ্ণ স্পন্দনৰ কঁপনি লাগিছে কোঠাটোৰ ভিতৰৰ কোমল পোহৰৰ পাখিত।······

॥ পঁচিশ ॥

খামটো বন্ধ কৰাৰ আগতে আলোকে চিঠিখন উলিয়াই আকৌ এবাৰ পঢ়িলে :—

মৰমৰ নীৰা,

আজি ডাক্তৰ শ্ৰীকণ্ঠ আৰু নিশা আমাৰ ইয়াৰ পৰা গ'লগৈ, মই

তেওঁলোকক বেলেগ তুমি বিদায় দি থৈ আহিলো। ভাবিলো নিশাহঁতে যোৱাৰ খবৰটো তোমাক জনাও। নিশা যোৱাৰ পিছত তোমাৰ কথাই মোৰ মনত পৰিছে। সেয়ে অকলশৰে এনেই বহি থকাতকৈ তোমালৈ চিঠি এখনকে লেখো বুলি ভাবিলো।

যাবৰ সময়তো নিশাই মোক বিয়া কৰাবলৈ কৈ থৈ গৈছে—আনকি শ্ৰীকণ্ঠ ডাক্তৰেও। ডাক্তৰ মানুহজনলৈ আগেও মোৰ অশ্ৰদ্ধা নাছিল, কিন্তু আজি বিদায় লোৱাৰ আগতে তেওঁ ক'লে, "আপুনি কবিতা লেখে, ওকালতি কৰে, ৰাজনীতি কৰে, যি কৰে কৰি থাকক, কোনোটোকে বাদ দিবলৈ মই নকওঁ। কিন্তু আপুনি বিয়াও কৰাওক। অতদিন আপোনাক নিশাই যতন কৰিছিল। এতিয়া নিশা নেথাকিব। আপোনাক অতি আপোন কোনোবা এজনৰ নিবিড় যতনৰ প্ৰয়োজন হ'ব। নিশাই কৈছেই। ময়ো কৈ গ'লো বিয়া কৰাওক, আমাক মাতিব, পৰাপক্ষত আহিম। সকলো পাইয়ো মানুহ অসুখী হ'ব পাৰে, আৰু সকলো হেৰুৱায়ো মানুহ সুখী হ'ব পাৰে। নিশাক ইয়াৰ পৰা লৈ নগলোহেঁতেন, কিন্তু নিশাৰ হাৰ্টৰ অসুখৰ ভাল চিকিৎসাৰ প্ৰয়োজন। সেয়েহে আমি ইয়াৰ পৰা যাবলৈ ওলালো। আমালৈ চিঠিপত্ৰ দি থাকিব।"

শ্ৰীকণ্ঠ মানুহজনৰ উদাৰতা আৰু ভদ্ৰতাই মোক সঁচাকৈয়ে অভিভূত কৰিছে। মানুহজনে অকণো অভিযোগ কৰা নাছিল।

হৃদয়ৰ জগতখনেই একমাত্ৰ জগত নহয়, বহু সমস্যাৰ, বহু ব্যস্ততাৰ, এখন জটিল সংসাৰ আছে। তাত প্ৰেম আৰু ঘামৰ, আশা আৰু সংগ্ৰামৰ, হৰ্ষ আৰু বিষাদৰ এক স্বকীয়া সত্য আছে। ময়ো তাৰ মাজতে আছো। এইখন সংসাৰত লিপ্ত থাকিও মোৰ হৃদয়ৰ পবিত্ৰ অনুভূতি সমূহক শ্ৰদ্ধা জনাই যাব নোৱাৰিম জানো? আৰু হৃদয়ানুভূতিক জীয়াই ৰাখিও মই জানো সংসাৰৰ দায়িত্ববোধ পালন কৰি যাব নোৱাৰিম?

অৱশ্যে ডাক্তৰ আৰু নিশাৰ অনুৰোধ ৰক্ষা কৰিব নোৱাৰিম, তাকে কৰিলে এখন হৃদয়ৰ সমগ্ৰ সত্তাক ধ্বংস কৰি পেলোৱা হ'ব। নতুনকৈ হৃদয়ৰ বেহানি আৰম্ভ কৰাৰ শক্তি, মনোবল আৰু প্ৰয়োজন মোৰ নাই।

পশ্চিমকালে মই আগে নাই যোৱা। পাৰিলে এবাৰ যাম বুলি ভাবিছো। তুমিও যাবানে মোৰ লগত? এনেয়ে। তুমি গ'লে কিজানি ভাল লাগিব। বাহিৰৰ সদাই হৃদয়ৰ নিঃসঙ্গতা ঢাকিব নোৱাৰে অৱশ্যে।"

নিশাহঁত গ'লগৈ।

মই আছো।

বৰ বিষণ্ণ লাগিছে। মই যে কেনেকৈ নকন্দাকৈ আছো নিজেই বুজিব পৰা নাই!

দিনবোৰতো গৈয়ে আছে!

কেতিয়াবা কোনোবা একোটা মুহূৰ্ত্তত সময় বৈ যায়। পৰম ক্ষন্তিৰ কথা তেতিয়া মনলৈ আহে। স্বকীয়া সময় নাই। জীৱন নবয়। সঞ্চয় মাথোন নিশ্বাসৰ অহা-যোৱাৰ লগত মিহলি হৈ পৰা মৰমৰ কণ্ কণ্ মণি-মুকুতাবোৰ, সেইবোৰৰ ঠাই তেজৰ লগত নহয়, হৃদয়ৰ স্পন্দনৰ লগত। মোৰ এনে লাগিছে যেন সেই কণ্-কণ্ মণি-মুকুতাবোৰৰ মূল্য বহুত জীৱনতকৈও বেছি। সেই কাৰণেই মোৰ নিজকে নিঃস্ব যেন লগা নাই, নিঃসঙ্গতাহে অনুভৱ কৰিছো— বৰ গভীৰভাৱে।

সামৰো নীৰা। কাৰোবাক কিবাকিবি ক'বৰ মন গৈছে। সেইকাৰণেই এই কথাবোৰ লেখিছো।

কোনোবা অভাৱনীয়ভাৱে আমাৰ জীৱনৰ মাজলৈ আহে আৰু গুচি যায়। এইসকলে আহি আমাৰ জীৱনক পূৰ্ণতাৰ ঐশ্বৰ্য্যেৰে ধন্য কৰি তোলে। আৰু যেতিয়া গুচি যায়, তেতিয়া সেই পূৰ্ণতাৰ উপলব্ধি আৰু মহীয়ান হৈ উঠে। সেইয়া হয় পোৱাৰ সফলতা। সেইকাৰণেই কিজানি মোৰ নিজকে ৰব চহকী যেন লাগিছে, হেৰুৱাই অনুভৱ কৰিছো পোৱাৰ গৰ্ব্বৰ।...

॥ ছাব্বিশ ॥

দুপৰীয়া ভাত খাই উঠি নিশাই ডাক্তৰ শ্ৰীকণ্ঠৰ পৰা পোৱা চিঠিখন পঢ়ি আছিল। ভালেমান কথা লিখিছে শ্ৰীকণ্ঠই। নিশাই পঢ়িলে, তাইৰ যেন হাঁহি উঠিছিল—শ্ৰীকণ্ঠৰ চিঠিখন পঢ়ি। শ্ৰীকণ্ঠৰ কোনো কথাই যেন আজি তাইক চুই নাপায়।

ৰ'দজাক ভালকৈ ওলাইছে। শেষৰাতি অলপ বৰষুণ দিছিল হ'বলা, নিশাই ক'ব নোৱাৰে। ফৰকাল লাগিছে। খিৰিকীৰ কাষত বগোৰা লতাডাল বলাল আৰু সজীৱ হৈ পৰিছে। এটা অপূৰ্ব তৃপ্তিত নিশাৰ চকুমুখ উজ্জ্বল হৈ উঠিছে। আধামুদা চকুৰে নিশাই বহি বহি কি যেন কল্পনা কৰিছিল; পথ ভুল কৰি মই ক'ৰবালৈ গুচি যাবলৈ ওলাইছিলো। কিন্তু ঘূৰি আহিলো। এই পথ নিৰ্ভুল। ইয়াত আত্মপ্ৰতাৰণা নাই, আছে পৰম উপলব্ধি। ভুল কৰিছিলো। ভুলৰ সাক্ষী হৈ গ'ল কবিতা আৰু তাইটি। কিন্তু আৰু নহয়।

ডাক্তৰৰ ওচৰত মই ক্ষমা নিবিচাৰো। মই কোনো দোষ কৰা নাই। কোনো অপৰাধ কৰা নাই। আলোকৰ বাহিৰে মই অন্য কাৰো হ'ব নোৱাৰো।"

নিশাই অনুভৱ কৰিলে জীৱনত সামাজিকভাৱে আলোকৰ অন্য লগৰীয়া নাই। আলোক তাইৰ মামা—হয়তো মৃত্যু পৰ্য্যন্ত বাহ্যিক এই পৰিচয়েই হৈ থাব। জীৱনৰ সংঘাতে সিঁহঁতৰ বাহিৰৰ পৰিচয় অবাঞ্ছনীয়ভাৱে বেলেগ কৰি দিছে। তাইৰ সামাজিক জীৱনৰ লগৰী—তাইৰ স্বামী শ্ৰীকণ্ঠ!

মোৰ ওচৰত শ্ৰীকণ্ঠ দুৰ্বল। মোৰ অলপ মৰমেই শ্ৰীকণ্ঠক তৃপ্ত কৰে। শ্ৰীকণ্ঠ মোৰ স্বামী। মোৰ দেহাটোৰ ওপৰত তেওঁৰ অপ্ৰতিহত অধিকাৰ আছে। সাত সাগৰৰ সিপাৰৰ পৰাও শ্ৰীকণ্ঠই তাকেই লিখিছে—

"তোমাৰ গাটো ভালে আছেনে? কিবা অসুখ হৈছে নেকি? শৰীৰৰ যত্ন ল'বা"। কেৱল শৰীৰৰ! শৰীৰৰ লগতেই—শ্ৰীকণ্ঠৰ সম্পৰ্ক?

কিন্তু মোৰ মন? যিটো মনক বিয়াৰ দিন ধৰি দেহাৰ পৰা অবিচ্ছিন্ন নহয় বুলি মিছা প্ৰত্যয়ৰ চেষ্টা কৰিছিলো। ইমান দিন হয়তো আলোকক একেবাৰে লগ নোপোৱা হ'লে এইদৰে মোৰ মনটো এদিন নিশ্চিহ্ন হৈ মৰি থাকিল-হেতেন। তাৰ স্বকীয়া অস্তিত্ব, স্বকীয়া চেতনা নোহোৱা হ'লহেতেন। আজি আলোকে মোৰ মনটোক ৰক্ষা কৰিলে, উদ্ধাৰ কৰিলে, সচেতন কৰিলে। জীৱনৰ পথলৈ নতুন পোহৰ নমাই আনিলে।

কবি আলোকৰ প্ৰতিভা আছে। আলোকৰ ৰূপ আছে, স্বাস্থ্য আছে, বুদ্ধি আছে। কিন্তু আলোকৰ পৰা মই সেইবোৰ নিবিচাৰো। আলোকৰ অত দিনৰ সাঁচি ৰখা সকলো মৰম, সকলো ভাল পোৱা মোৰ। আজি তাক মই সম্পূৰ্ণ নিজৰ কৰি পালো—পাইছো। কি কৰিম ডাক্তৰ শ্ৰীকণ্ঠ? তোমাৰ লগতে জীৱনৰ নতুন যাত্ৰা আৰম্ভ কৰিলো। আৰু বহুদূৰ হয়তো তোমাৰ লগতে যাব লাগিব। কিন্তু তোমাৰ লগতে গ'লেও, সেই যোৱা তোমাৰ কাৰণে যোৱা নহয়!

নিশাই ডাক্তৰৰ চিঠিখনৰ ওপৰত আকৌ এবাৰ চকু ফুৰালে। তাৰ পিছত চিঠিখন কাষৰ মেজখনলৈ দলিমাৰি দিলে।

নিশা উঠি থিয় হ'ল। ডাঙৰ আয়নাখনৰ কাষত অলপ পৰ হৈ নিজক চালে। নিজকে নিশাই বৰ ধুনীয়া দেখিলে। পিঠিৰ ওপৰত মেলি ৰখা ঘন ক'লা, দীঘল চুলিখিনি, জলমলীয়া গাঢ় চকুহুটা, আৰু বেছি ৰঙা পৰা পূৰঠ গাল দুখন!

আলোকৰ কাৰণে মই আৰু ধুনীয়া হ'ব লাগিব। আলোকৰ অনুমানেও ধাৰণা হ'ব নেলাগিব যে মই সময়ৰ কাৰণে পৰা হৈছো, যে মোৰ ৰূপ নোহোৱা

নিবেদনে অন্য কোনো পুৰুষৰ কাষত আশ্ৰয় লৈছিল। মই নতুন, দেহে প্ৰাণে মই নতুন।

মোহনে নিশাক এগিলাচ গৰম গাখীৰ দি গ'ল। নিশাই মোহনৰ মুখলৈ কেবাহিকৈ চালে। মোহনে একো ভবা নাইতো? নাই, মোহনটো বুৰ্বক, সি একো বুজি নেপায়। সি কেৱল ভাত ৰান্ধিব জানে।

"মোহন, মামাৰ কাৰণে পৰঠা আৰু অম্‌লেট কৰি দিবা। গাখীৰ ৰাখিছা নহয়? অ' আজি মাংস আনিবা দেই। আৰু আধাসেৰ আঙুৰ আৰু এসেৰ আপেল লৈ আহিবা বজাৰৰ পৰা।"

মোহনে নিৰবে সন্মতি জনালে। সি হয়তো ধাৰণা কৰি লৈছে নিশা আলোকৰ নিজা ভাগিন। মোমায়েকলৈ মৰম কাৰ নেথাকে?

নিশা কবিতাইহঁতৰ ওচৰলৈ গ'ল। এই কবিতাজনী কি যে ছোৱালী হ'ল! ইমান শান্ত। তাই যেন ঘৰখনত নায়েই। সৰুতে নিশাও হেনো বৰ শান্ত আছিল। ভাইটি কিন্তু নিশ্চয় বৰ দুষ্ট হ'ব। সি এতিয়াই বৰ তজ্‌বজীয়া।

কবিতাই ফলিখনত শ্লেটত ছবি আঁকিছিল। ওচৰতে বৈ নিশাই চালে। ছবিটো নিশাই বুজিব নোৱাৰিলে।

"সেইটো কিহৰ ছবি কবিতা?"

মাকৰ মুখলৈ চাই কবিতাই ক'লে—

"এইটো পুছিৰ ছবি।"

কিন্তু ছবিটোত মেকুৰীৰ কোনো চিন ছাপ নাই।

নিশাই মিচিকিয়াই হাঁহিলে।

ভাইটিটোৱে ওচৰতে বিচনাখনৰ ওপৰতে খেলনা বিলাকেৰে খেলি আছিল। তাৰ দুই এটা মাত ফুটিছে। মাক ওচৰলৈ যোৱা দেখি সি মাকৰ কালে আগবাঢ়ি আহিল। নিশাই তাক কোলাত তুলি ল'লে। সি কল-কলাই মাকক তাৰ মৰমবোৰ জনাবৰ চেষ্টা কৰিলে। নিশাই তাৰ গালদুখন চুমাৰে ওপচাই দিলে। ভাইটিটো বৰ ধুনীয়া হৈছে।

নিশা পৰ্টিকলৈ ওলাই আহিল। সোঁফালৰ আলোকৰ ঘৰটোৰ ফালে এনেয়ে চালে।

সেইটো আলোকৰ ঘৰ। কিন্তু আলোকৰ কাৰণে আৰু এটা সুকীয়া ঘৰৰ দৰকাৰ নাই।

খটখটিবেদি নামি নিশা বাঁহনিখনলৈ গ'ল। শেতা গোলাপ কেইপাহমান আৰু জিনিয়াবোৰ ফুলিছে, যেবিগ'ল্ডবোৰক বৰ আদৰ কৰিব লাগে। ফুলনিখনত

বন হৈছে। আজি যদি বাহুনি ল'বাটো আহি পায়—তাৰ হতুৱাই চাকা কৰোৱাব লাগিব।

ফুলনিথনলৈ সোমাই গ'ল নিশা। কেইপাহমান ভালিয়া ফুলিছে। নিশাই এপাহ চিঙি ল'লে আৰু চুলিত গুজি লবৰ চেষ্টা কৰিলে। খ' খোপা বন্ধাই নাই নহয়। এনেয়ে চুলিতে গুজি থলে ফুলপাহ। উজ্জল দিনটো শেষ হৈ আহিছিল। গছৰ আগত বাগুলী বাহুনী ৰ'দজাক পৰিছিলহি। পশ্চিমৰ আকাশ খনৰ বুকুত সোণালী ৰ'দ আৰু ধুঁৱলি মেঘৰ চিৰদিনৰ খেলা। তাৰৰৰ বুকুৰ সেই বৰ্ণালীয়ে আজিও মৰ্ত্যৰ কোনো চিত্ৰকৰৰ তুলিকাত পূৰ্ণভাবে ধৰা নিদিলে।

অলপ পৰ নিশাই চাই ৰ'ল আকাশৰ এই—বৰ্ণালীৰ ফালে। নৱেম্বৰৰ এই আকাশ যেন নিশাৰ অস্বাভাৱিকভাবে সুন্দৰ লাগিল। আকাশ পৃথিৱী জুৰি কিহৰ যেন গোপন অহা-যোৱা, কিহৰ যেন কথা-নোহোৱা কথা-বতৰা। আকাশৰ বুকুত ইমান প্ৰাণ বলীয়া কৰা উৎসৱ! বিয়াৰ দিনাওতো নিশাই আকাশৰ বুকুত, পৃথিৱীৰ বুকুত এই উৎসৱৰ আনন্দধ্বনি শুনা নাছিল।

আলোক সোমাই আহিল—মুখত বৰ তৃপ্তি আৰু বাহুনি ৰ'দৰ পোহৰ লৈ।

আলোকৰ মুখলৈ চাই নিশাই বৰ শান্তভাৱে হাঁহিলে।

ছুয়ো ভিতৰ সোমাই আহিল।

"দেৰী কৰিলে যে?" নিশাই সুধিলে।

"তোমাৰ ওচৰলৈ অহাত মোৰতো দেৰীয়েই হয়"—হাঁহি আলোকে ক'লে।

"তথাপি আহিলতো। মোৰ ভয় লাগিছিল আপুনি মোৰ ওচৰলৈ নাহি অন্ত ক'ৰবালৈ গুচি যায় বুলি"। নিশাইয়ো হাঁহিলে।

ছয়ো চাহ খাবলৈ বহিল।

স্পষ্ট উচ্ছ্বাসেৰে আলোকে ক'লে—"আজি চিনেমালৈ নোযোৱানেকি?"

"বাজি, কোনোবাই লগ লৈছেনেকি আপোনাক?"

"ব'লা যাওঁ—"

"কি ছবি?"

"নাম জনাৰ কি দৰকাৰ? পিছত হয়তো জানিব যে "King Solomon's mines."

"ছলমনৰ ৰজাৰ সোণ কণৰ খনি! কোনে পালে? আপুনি নে মই?"

"ভুয়ো"—কৈ আলোকে হাঁহিলে। চাহ খাই উঠি চিগাৰেটটো জলাই আলোক আগফাললৈ ওলাই আহিল। আলোকে বিচাৰি পাইছে ছ'লমন ৰজাৰ ভূগৰ্ভত সাঁচি থোৱা হীৰা মাণিকৰ অনাবিষ্কৃত খনি।

আলোকৰ হাঁহি উঠিল।

কিদৰে যে কটাই দিলে আজিৰ দিনটো। মহৰীটোক চাহ খাবলৈ টকা পাঁচটা এনেয়ে নোখোজাকৈয়ে দিলে। সেই মস্ত কিৰ্পিন মক্কেলটোক—

আজিৰ ফীজৰ চল্লিশ টকা ঘূৰাই দিলে।

"কে'চ জিকিলে দিবা, আজি নৈলে যোৱা।" গোটেই ডেকা উকিলপিনিক আজি আলোকে চাহ খুৱালে। বাজখোৱাইতো কৌতূহল দমাব নোৱাৰি সুধিলেই—

"কোনোবা rich client হাত কৰিলে নেকি? নে ক'ৰবাত চিঠিখেলত টকা পালে, ফুকন?"

আলোকে মাথোন হাঁহি ক'লে,—

"খাওকচোন বাৰ। ধৰক, কোনোবা এখন চিঠিখেলত জিকি যোৱাৰ আগন্তুক হৈছে—"

"জিকিলে তেন্তে আৰু আছে?"

অন্য দিনৰ দৰে আলোক চাইকেলেৰে কাছাৰীৰ পৰা নাহি খোজকাঢ়িয়ে ঘৰলৈ আহিল। কাছাৰীৰ পৰা চাইকেলেৰে আহিলে কেৰেণী কেৰেণী লাগে। কাইলৈ অৱশ্যে আকৌ চাইকেলেৰেই কাছাৰীলৈ যাব লাগিব। কিন্তু আজিৰ দিনটো!

বহুত কবিতা উচ্ছল হৈ উঠিছে আলোকৰ মনত। বহুত ধুনীয়া কবিতা।

কোনোবা অচিনাকি অৰণ্যৰ মাজত হেৰাই গৈছিল আলোকৰ জীৱনৰ বাট। হঠাৎ কোনোবা সুৰুঙাইদি নামি আহিল বগা পোহৰৰ ঢল। আলোকে বিচাৰি পালে হেৰোৱা বাট, কেৱল বাটেই নহয়, আলোকে বাটৰ মাজত বিচাৰি পালে, কি? King Solomon's mines?—নহয়, তাতোকৈ বেছি। আলোকে বিচাৰি পালে প্ৰাণ-সমুদ্ৰৰ তলিৰ অনাবিষ্কৃত উত্তাপ।

সাগৰৰ বুকুৰ গভীৰ উত্তাপ?

গধূলি নিশাইত ক'লৈকো ফুৰিবলৈ নগ'ল। জাৰ পৰিছিল। দিনত ব'দ থকাৰ কাৰণেই হয়তো ৰাতি কুঁৱলীও বেছি পৰিছে।

জোনটো নিজেজ!

ডাক্তৰৰ কোঠাত বহি নিশা আৰু আলোক। খিৰিকীৰ বাহিৰত ডাঠ হুঁৱলী আৰু শেঁতা জোনাক। ঘৰটো নিস্তব্ধ।

মাজত এক মেজখনৰ ব্যৱধান। চকুলেট ৰঙৰ কাৰ্ডিগন লৈ বহিছে নিশা। গাত কাশ্মিৰী শালখন লৈ বহিছে আলোক। ৰুম পোহৰৰ লাইটটো নিৰৱে জ্বলি আছে বেৰখনৰ কাষত। আলমাৰিটোত ডাক্তৰৰ কিতাপবোৰ ৰৈছে ঠাহ খাই।

গধূৰ সময়বোৰে বেৰৰ ঘড়িটোৰ লগত কথা পাতিছে টিক্‌টাক্‌, টিক্‌ টাক্‌কৈ।

বহুত পৰৰ নিৰৱতাৰ পিছত আলোকে মাতিলে, "নিশা!"

নিশাই চকু তুলি চালে।

"মোৰ ভয় হৈছে নিশা"—স্থিৰ মাতেৰে আলোকে ক'লে।

"ভয়?"

"ভয় হৈছে কিজানি—কিজানি আমি ভুল কৰিছো।"

অলপ পৰ মনে মনে থাকি নিশাই ক'লে, "ভুলতো এতিয়া কৰা নাই। আমাৰ ভুল হ'ল আগতেই।"

"আগতেই? কেতিয়া?"

"যি সময়ত আপুনি মোক বুজি উঠা নাছিল। সেই সময়ত বুজিবৰ অলপো চেষ্টাকে নকৰিলে।"

"চেষ্টা কৰিছিলো নিশা। কিন্তু মই ভাবিছিলো—"

"আপুনি ভাবিছিল যে মই ডাক্তৰক ভাল পাও? আপুনি অকণো বুজিব নোৱাৰিলেনে যে ডাক্তৰতকৈ আগে মোৰ মনৰ জগতলৈ আহিছিল আপুনি। আপোনাকেই মই প্ৰথমে ভাল পাইছিলো।"

"তেনেকৈ ভাবিছিলো, কিন্তু যেতিয়া দেখিলো ডাক্তৰে তোমাক বিচাৰিছে, আৰু তুমি ডাক্তৰক বিয়া কৰাবলৈ সাজু, তেতিয়া মই ভাবিলো মই আঁতৰি যোৱাই ঠিক হ'ব।"

"কিন্তু আপোনাৰ মনটোক মোৰ পৰা আঁতৰাই নিব পাৰিলে জানো?"

"তোমাক কম বোলা কথাবোৰ তেতিয়া মই কবিতাত জীয়াই ৰাখিবৰ চেষ্টা কৰিলো। কিন্তু তুমিতো মোক কোনো দিন তোমাৰ মনৰ কথা বুজিবৰ সুযোগ নিদিলা?"

নিশা মনে মনে থাকিল।

আজি নিশাই আলোকক নিজৰ কৰি নিচেই কাষত পাইছে। আজি তাৰ পৰা কোনো কথা গোপন ৰখাৰ প্ৰয়োজন নাই।

নিশাই লাহে লাহে ক'লে,—"মই ভাবিছিলোঁ ডাক্তৰৰ লগত বিয়া হ'ব কাৰণেই কিজানি মোৰ জন্ম। মই আপত্তি নকৰিলোঁ। সেইটোতেও ডাক্তৰক জোঁৱাই পাই আনন্দ পালে।"

"ডাক্তৰে জানো তোমাক ভাল নেপায় নিশা?"

"খুব ভাল পায়।'

"আৰু তুমি?'

"মই সেই কথা আজিও ভালকৈ বুজিব পৰা নাই।"

"কবিতা আৰু ভাইটিহঁত হোৱাৰ পিছতো?"

নিশাই আলোকৰ চকুলৈ চালে।

"বিয়াৰ পিছত, কবিতাৰ জন্মৰ পিছতো মই ভাবিছিলোঁ,—ডাক্তৰেই মোৰ দেহ-মনৰ সকলো অভাৱ পূৰণ কৰিব, কিন্তু......"

"পূৰণ জানো নাই কৰা?"

"পূৰণ যদি কৰিছেই, আপোনাৰ কথা মনলৈ সদায় আহে কিয়? বুকুৰ ভিতৰত এটা বুজি নোপোৱা শূন্যতা অনুভৱ কৰোঁ কিয়? মোৰ ভুল হৈছিল, মোৰ অভাৱ সামান্য নহয়—সাগৰৰ সমান অপাৰ। ডাক্তৰে সেই অভাৱ আঁতৰাব নোৱাৰে।"

অলপ ভাবি আলোকে ক'লে,—"বহুত 'সময়ত আমাৰ অভাৱবোৰ আমি নিজেই বুজিব নোৱাৰোঁ নিশা। কিন্তু—কিন্তু যদি মই তোমালোকৰ ওচৰলৈ, তোমাৰ কাষলৈ, এইদৰে ঘূৰি আহিব লগা নহ'লহেঁতেন?"

"আজি সেই কথা ভাবিবৰ দৰকাৰ নাই, সময়ো নাই। আপুনি আকৌ মোৰ ওচৰলৈ ঘূৰি আহিছে, মোৰ কাৰণেই ঘূৰি আহিছে—"

আলোক উঠি আহি নিশাৰ চকীখনৰ বাৰতালতে বহিল।

"নিশা, হয়তো এই সকলো সঁচা, কিন্তু ডাক্তৰৰ লগত তোমাৰ সম্পৰ্কৰ কথা....."

বাধা দি নিশাই ক'লে—"সেই সম্পৰ্কক অস্বীকাৰ নকৰোঁ। কবিতা আৰু ভাইটি সেই সম্পৰ্কৰ জীয়া সাক্ষী। কিন্তু এবাৰ ভুল কৰিলোঁ বুলিয়ে, গোটেই জীৱন ভুল কৰি যাব নোৱাৰোঁ।"

"আমি কিজানি ভুল কৰিছোঁ নিশা?"

নিশাই আলোকৰ চকুলৈ মূৰটো বেঁকা কৰি চালে।

ইয়াৰ বাহিৰে আৰু অন্য কি পথ আছে? যদি আপুনি ভুল কৰা বুলি ভয় খাইছে, আপুনি আকৌ আঁতৰি গুচক।"

"এতিয়া তোমাৰ পৰা আঁতৰি পৰাৰ এটা মাত্ৰ উপায় মোৰ কাষত আছে।"

"কি?"

"মৃত্যু"—শব্দটো আলোকৰ বুকুৰ পৰা ইমান করুণ আৰু গভীৰভাৱে ওলাইছিল যে বি নিশাৰ ভয় খুৱাই দিলে।

নিশাই আলোকৰ হাতখন আনি গালত হেঁচি ধৰিলে।

প্ৰেম আৰু মৃত্যু।

প্ৰেমৰ আনটো মূৰত মৃত্যুনে'ক?

তেন্তে ভালপোৱা মানে জীৱন নেকি?

কিন্তু মাজৰ পৃথিৱীখন!

তেতিয়া আলোক আৰু নিশাই পৃথিৱীখনৰ কথা ভৱা নাছিল।

বহুত সময় আছে—পৃথিৱীৰ কথা ভাবিবৰ কাৰণে, জীৱনৰ কতি—সকলৰ কথা ভাবিবৰ কাৰণে।

আজি নহয়। আজি মাথোন হেৰা-পোৱাৰ আকণ্ঠ উপলব্ধিৰ তৃপ্তিৰ সময়।

আলোকে নিশাৰ গালত গালখন হেঁচি ধৰিলে।

বাহিৰত এখন শীত বিহ্বলা পৃথিৱী।

কুঁৱলী আৰু শেঁতা জোনাক।

ইয়াত জীৱনৰ আদিম উত্তাপ, গভীৰ বেদনাময় আনন্দৰ উপলব্ধি। দুটা হৃদয়ৰ মৃদু স্পন্দনত সৃষ্টিৰ আদিম ক্ৰন্দনৰ প্ৰতিজ্ঞা।

"নিশা।"

"হোঁ।"

"আমি অকণো ভুল কৰা নাই, এয়ে সত্য—" কি কৈছিল আলোকে নিজেই বুজি নেপালে।

বহুত মৰমেৰে, বহুত উন্মাদনা ভৰা আবেগেৰে নিশাই আলোকক কিবা এটা প্ৰাণ উজাৰি ক'বৰ যত্ন কৰিলে, নাৰীৰ বুকুৰ চিৰ অকথিত প্ৰাৰ্থনা—বাতিৰ দৰে বহস্যময়, আকাশৰ দৰে অতল! কিন্তু তেতিয়া নিশাৰ ওঠ দুটা আলোকৰ ওঠে নিস্পন্দ কৰি দিছে।

*  *  *

নিশাইত যোৱাৰ পিছত মনৰ আনন্দতে আলোক নিজৰ কোঠালৈ গ'ল আৰু কাপোৰ কানি খুলি শোৱাৰ আয়োজন কৰিলে। নীৰাৰ কথা আলোক নিশা যায়া কাৰো মনতেই নাই। নীৰা তেতিয়া বোৱনৰ লগত বাহুনি পাকত।

দিনটো কাম কৰি মোহনৰ টোপনি আহিছিল। নীৰাই ক'লে, তোৰ টোপনি আহিছে মোহন, ৰাতি বহুত হল, তই শুই থাকগৈ যা"—

"এইবোৰ দিছে ?"

"মই দিহা কৰিম—নোৱাৰিলে থাকিব ৰাতিপুৱা কৰিবি—"

হাত ভৰি ধুই মোহন শুবলৈ গ'ল। আলোক কিছু পৰ বিচনাতে পৰি থাকিল। কিছুমান ৰঙীন কল্পনাই তাক চঞ্চল কৰি তুলিলে। খিৰিকীখন খুলি সি নিশাৰ ঘৰৰ ফালে চালে। নাই, ইতিমধ্যে লাইট নুমুৱাই নিশাইত শুইছে।

এবাৰ আলোকে ভাবিলে নিশাৰ নিশ্চয় এতিয়াও টোপনি অহা নাই, নিশাৰ ওঠ দুটাত ইমান মদিৰা, ইমান মধু! আজি আমাৰ মাজত কোনো ব্যৱধান নাই।

কিন্তু এতিয়া আৰু নিশা অকলশৰে থকা নাই। মাহীয়েক আছে, আৰু আছে মায়া। মায়াই কিবা বুজিছে জানো? অসম্ভৱ। নিশা মায়াতকৈ বহুত বেছি বুদ্ধিয়ক।

হঠাৎ ভিতৰত খুটুং-খাটাং শব্দ শুনি আলোক উচাপ্ খাই উঠিল। নিশা আহিছে নেকি? থিয়ে সাংঘাতিক ছোৱালী। কিজানি মায়াৰ টোপনি অহা ভাবি গুচি আহিছে মোৰ ওচৰলৈ!

অলপ পৰ আলোক নিতাল মাৰি পৰি থাকিল।

এখন নিথৰ নিস্পন্দ পৃথিৱী। খিৰিকীৰ বাহিৰত ডাঠ কুঁৱলীৰ ঘন আবৰণ।

আলোক এনেয়ে বিচনাৰ পৰা উঠি আহিল। আগফালে চালে। অৰ্গল দি দুৱাৰ বন্ধ কৰা আছে। আলোক ভিতৰলৈ সোমাই গ'ল। ৰান্ধনিশালত লাইট জ্বলি আছে। নীৰাই বাচন-বাতি ধোৱা শেষ কৰি তেতিয়া হাত ভৰি ধুইছে।

নীৰাক দেখি আলোক স্তব্ধ হৈ গ'ল।

নীৰাই আলোকলৈ ঘূৰি চালে।

"তুমি কি কৰিছা নীৰা ?"

নীৰাই কৰুণ ভাৱে হাঁহি আলোকৰ চকুলৈ চালে।

"মোহন শুবলৈ গ'ল ?"

"শুলে।"

"তুমি খালা? মই যে তোমাৰ কথা একেবাৰে পাহৰি গৈছিলো।"

নীবাৰ চকুত সজল কৰুণতা।
"তুমি কিজানি মোক খুউব বেয়া পাইছা।"
"কিয়ে, কিয়ে—"
আলোকে নিজকে ধিক্কাৰ দিব খুজিলে।
"মই একো বেয়া পোৱা নাই" হাত মুখ ধোৱা শেষ কৰি গাভৰুকৈ হাঁহি নীবাই ক'লে "ইয়াৰ কাম হ'ল। ব'লক ভিতৰলৈকে—"
আলোক বৰ অপ্ৰস্তুত হৈ পৰিছিল, আলোক বাহুনিষ্পীড়নৰ দুৱাৰ-মুখৰ পৰা ঘূৰি ভিতৰলৈ আহিল। নীবায়ো লাইট নুমাই দুৱাৰ বন্ধ কৰি তাৰ পৰা আহিল।
অপ্ৰস্তুতভাবে কিবা এটা দোষ কৰাৰ দৰে আলোক কোঠাটোৰ মাজতে থিয় দি ৰ'ল। দুৱাৰখন বন্ধ কৰি নীবাও আলোকৰ ওচৰত ৰ'লহি।
লক লকৈ আলোকে ক'লে, "মোক যে তুমি কি ভাবিছা ক'ব পৰা নাই।"
হাঁহি নীবাই ক'লে, "কিনো কৈছে! আলহীৰ লগতে ময়ো থাকলৈ বহিলে চলেনেকি?'
"কিন্তু ভাব পাছতো যে তোমাৰ কথা মোৰ মনতে পৰা নাছিল— আচৰিত!"
"মায়াহত আছিল নহয়, মোৰ কথানো কিয় মনত পৰিব?" নীবাৰ ওঠত হাঁহি। তাৰ পিছত সুৰ সলাই নীবাই ক'লে—
"কিন্তু ৰাতি বহুত হব পায়, মই যে ভালেমান দূৰ যাব লাগিব—"
"তুমি এতিয়া—ঘৰলৈ যাবা? মানে?"
"নগৈ ইয়াত ক'ত থাকিম?" আলোকৰ চকুলৈ চালে নীবাই।
ঘড়ীটোলৈ চাই আলোকে ক'লে, "এটাই বাজে প্ৰায়। আৰু ইমান ৰাতি হৈছে। তোমাৰ ভাব লগা নাই জানো নীবা? অথচ চুৰেটোৰটোতেই আছা—"
নীবাই ক'লে "কাৰ্থন আনিছিলো—ক'ত জানো থলো। মোক অলপ আগবঢ়াই থৈ আহিব পাৰিব জানো?'
আলোকে নীবাৰ মুখলৈ চালে। নীবাৰ মুখত কোনো ভয় সংশয়ৰ চিন নাই। নীবাৰ মাতত স্বাভাবিক স্থিৰতা।
"ৰাতি বহুত হ'ল, এতিয়া তুমি আৰু ঘৰলৈ যাব নেলাগে, ইয়তে থাকা—"
আলোকৰ মুখলৈ চাই নীবাই ক'লে—
"এইখনতো আহাক নহয়, আপোনাৰ ঘৰ। তাতে ইয়াত আৰু কোনো মানুহো নাই।"

হঠাৎ যেন আলোকৰ চেতনা হ'ল। তৃতীয় প্ৰাণী এটা নথকা ঘৰটোত নীৰা আৰু আলোকক অকলে থকা বুলি জানিলে মানুহে কি বুলি ভাবিব? কিন্তু এই ৰাতি এক বজাত নীৰাক ঘৰত থৈ আহিবলৈ গ'লে তেতিয়াওতো কতই কি ভাবিব পাৰে।

আলোকে নীৰাৰ মুখলৈ চালে। তাক অলপ বিব্ৰত হোৱা দেখি যেন নীৰাই আমোদ পালে। তাই ক'লে "যাক চিন্তা নকৰিব। আপুনি শোৱক মই অকলেই যাব পাৰিম। আমি নাৰ্চ মানুহ, আমাৰনো কি আছে।"

কথাটো আলোকে এবাৰ ভাবি চালে। নিশাইতৰ ঘৰলৈকে শুবলৈ নীৰাক পঠিয়াই দিব নেকি? কিন্তু মোৰ ঘৰটোত বিচনা আছে। এইটো মোৰ ঘৰ নহৈ যদি জাহাজ হয়, কাৰ কি হানি হ'ব? আৰু আজিৰ দিনটো যদি এজন ডেকাৰ ঘৰত এজনী চিনাকি ছোৱালীয়ে মান সন্মান অটুট ৰাখি ৰাতি এটা কটাব নোৱাৰে তেন্তে আমাৰ শিক্ষা সংস্কৃতিৰ মূল্য কি?

আলোক নীৰাৰ ওচৰলৈ আহিল। সি লক লক মাতেৰে ক'লে "আজি ৰাতি যদি তুমি ওচি যোৱা, মই বুজিম মোৰ ওপৰত অভিমান কৰি গৈছা। কাৰ্য্যখন কি কৰিলা? ৰ'বা, আহাঁচোন বিচনাখন ঠিক কৰি দিওঁ, শুই থাকাহি।"

নীৰাই থিয় দিয়া ঠাইতে স্থিৰ থাকি ক'লে "মই নাৰ্চ, মই ৰাতি ৰ'তে কটাও কোনেও একো নেভাবে। কিন্তু কাইলৈ ডাক্তৰনী বাইদেউহঁতে জানিলে আপোনাক কি ভাবিব—"

"যাক কি ভাবে পিছত দেখা যাব, এতিয়া তৰ্ক থোৱা, আহাঁ শুই থাকাহি।" অলপ টানকৈ আলোকে ক'লে, "অ' ৰ'বা। তুমি সউ মোৰ বিচনাখনতে শুই থাকা, মই অন্ত বিচনা কৰি লৈছো।"

আলোকৰ কথাত নীৰাৰ চকু মুখ উজ্জ্বল হৈ উঠিল। জীৱনৰ অনাস্বাদিত তৃপ্তিৰ যেন সন্ধান পাইছে আজি তাই।

আজি এটা ৰাতিৰ কাৰণে নীৰাই আলোকৰ ঘৰত, আলোকৰ বিচনাত শুই থাকিব। কিন্তু পিছ মুহূৰ্ত্ততে কি জানো ভাবি নীৰাই কৈ উঠিল "নহয় নহয়, ৰাতি বহুত হ'ল আপুনি খেয়ালি এৰক, মই যাও।"

"খেয়ালি নহয় নীৰা। ৰাতি এক বাজি গ'ল। তুমি যাওঁ বুলিলেই হব নেকি?"

আলোক কোঠাটোৰ পৰা ওলাই আহিল, অকলে পিছি থকা লাজেৰেই নীৰা শুই থাকিব লাগিব। সমাজলৈ বিশ্বাস দিয়োতা মানুহৰ কাপোৰ ভাৰ নাই!

নীৰা লাহে লাহে আলোকৰ বিচনাৰ কাষ চাপি গ'ল। তাইৰ ভয় লাগিছিল, কিন্তু তাতকৈ বেছি লাগিছিল এটা নাম নোহোৱা আনন্দ। আজি গধূলিৰ গোটেই উৎসৱটোৰ আয়োজন যেন নিশা মাৰ্গাইতৰ কাৰণে কৰা নাছিল আলোকে, কৰিছিল তাইৰ কাৰণেহে! আলোকৰ ঘৰখন আজি তাইৰ ঘৰ; তাই আজি বোৱাৰী, তাই গৃহিণী।

আলোকে কাষৰ কোঠাতে নিজৰ বিচনাখন কৰিলে।

এ:কা কথা নাই। নীৰা আজি মোৰ বিচনাতে শুই থাকক—কোনো কথা নাই।

নীৰা শুলেনে নাই চাবৰ কাৰণে পি আকৌ নীৰাৰ ওচৰলৈ আহিল। তাই তেতিয়াও শোৱা নাই।

আলোকৰ বিচনা খনতে বহি আছে।

"নীৰা—"

নীৰাই আলোকলৈ চকু তুলি চালে।

"কি ভাবি আছা, শুই থাকা—"

"আপুনি?"

"মই বিচনা কৰিছো' ময়ো শোওঁগৈ। কিবা লাগিব নেকি নীৰা?"

ওচৰৰ চকীখনৰ ফালে দেখুৱাই নীৰাই ক'লে, "আপোনাৰ খুব টোপনি আহিছে?

বহক চোন—"

টোপনি নাহিলেও, এই ৰাতি এনেই বহি থকাৰ কি অৰ্থ আছে?

আলোক চকীখনতে বহিল আৰু নীৰাৰ মুখৰ ফালে চালে।

নীৰাই ক'লে "মোৰ অকণো টোপনি অহা নাই। নাইট ডিউটি কৰি কৰি ৰাতি টোপনি নহাৰ অভ্যাস হৈ গৈছে।"

"বাৰ, এতিয়া নাইট ডিউটি কৰিব নালাগে। এইটো হস্পিতাল নহয়।"

এটা ভাল হাঁহি ওঠত বিৰিঙাই নীৰাই ক'লে "বৰ আচৰিত। আপোনাৰ ঘৰটো জাহাজো নহয়, হস্পিতালো নহয়, আৰি আৰি—

অ বাৰ শোওঁ। যাওক আপুনিও শোৱক গৈ—"

নীৰা বিচনাত পৰিল।

আলোক ওচৰলৈ গৈ নীৰাৰ গাত এখনী লেপ ভালকৈ মেৰাই দিলে আৰু চাদৰখন জাপি দিলে।

"নীৰা—"

নীৰাই আলোকৰ হাতখন নিজৰ হাতত ললে।

"হস্পিতালৰ মানুহবোৰে মোক কি বুলি মাতে জানে ?"

আলোকে একেৰে নীৰাৰ কপালৰ আগৰ চুলিখিনি ভাল কৰি দিলে—লাহে লাহে।

"সকলোৱে মোক মাতে চিষ্টাৰ বুলি। মোৰ নিজৰ কোনো নাম নাই, মই চিষ্টাৰ—ভনী—"

আলোকে ক'লে, "ওঁ—"

"আপুনিও নেমাতে কিয় চিষ্টাৰ বুলি।"

"কিন্তু সেই বুলি যে তোমাক সকলোৱেই মাতে ?"

"অ' সকলোৱে মোক "চিষ্টাৰ" বোলে কাৰণে আপুনি বুলিবলৈ নিবিচাৰে ? কিন্তু চিষ্টাৰ বুলি মুখেৰে নামাতিলেও ভনী বুলি, চিষ্টাৰ বুলি ভাবিবতো পাৰে।"

আলোকে নীৰাৰ মুখলৈ চালে। সৰল মুখখন ধুনীয়া, বাতিৰ চেঁচা বিষণ্ণতাই যেন আৰু ধুনীয়া কৰি তুলিছে।

আলোকে লাহে লাহে ক'লে "মই কি ভাবো প্ৰমাণ কৰিবৰ কাৰণে বাতি দুই বজালৈকে টোপনি নোযোৱাকৈ নেথাকিলে নহয় নেকি ?"

নীৰাৰ মুখখন প্ৰফুল্ল হৈ উঠিল।

"নীৰা—"

"চিষ্টাৰ নীৰা নকয় কিয় ?"

হাঁহি আলোকে নীৰাৰ গালখনত সৰু টুপুৰীয়া চৰ এটা মাৰি ক'লে "মোৰতো কোনো বেমাৰ হোৱা নাই চিষ্টাৰ—"

"এৰা, সেই কাৰণেই মই আপোনাৰ পৰা নিলগত থাকো। আমাৰ কাম নাৰ্চ কৰি বেমাৰ ভাল কৰা। কিন্তু কেতিয়াবা ভাল মানুহক ৰোগী কৰো আমি, জানিছে ?"

"মই জানো", আলোকে ক'লে। আলোকৰ যেন নীৰাৰ সান্নিধ্য ভাল লাগি আহিছিল।

নীৰা স্পষ্টবাদী, মুখেৰে চিষ্টাৰ বুলি মাতিলেও নীৰাক কোনোৱে ভনী বুলি নেভাবে। সকলোৱে চকুত অন্ত চাৰ্বনি, হয়তো মোহ আৰু কামনাৰ চাৱনি। নীৰাই সেই কথা নিৰ্ভুলভাৱেই বুজি পায়। কিন্তু নীৰায়ো আশা কৰে কোনোবাই তাইকো, নাৰ্চ নীৰাকো, ভনী বুলি ভাবক, ভনী বুলি মাতক।

"কি ভাবি আছে ?" আধা মুদা চকুৰে আলোকৰ কাণে চাই নীৰাই

সুধিলে। অলপ হাঁহিৰ চেষ্টা কৰি আলোকে ক'লে, "যদি এইটো মোৰ ঘৰ নহয় আৰু তোমাৰ হস্পিতালো নহয় ?"

"তেন্তে কি ? ৰাতিৰ উটনীয়া জাহাজ ?" নীৰাৰ মাতত হাঁহিৰ আভাস!

"চাওঁ, আপোনাৰ হাতখন—" নীৰাই আলোকৰ হাতখন আকৌ নিজৰ হাতত ল'লে।

"এতিয়াও মোৰ সেই জ্বৰটো একেবাৰে ভাল হোৱা নাই। জ্বৰ নাই, কিন্তু কঁপনিটো আছে।"

অলপ পৰ মনে মনে থাকি নীৰাই ক'লে, "মোৰ কথাতো আপুনি কাহানিও জানিবলৈ নিবিচাৰিলে ?"

আলোকে নীৰাৰ চকু দুটালৈ চালে।

"তোমাৰ কি কথা নীৰা ?"

"আপুনি জানো জানে, মই কোন ? কৰ ? কি ?"

আলোকে হাঁহিৰ চেষ্টা কৰিলে।

"তুমি চিষ্টাৰ নীৰা, তুমিয়ে মৰে জাহাজত একেলগে গৈ আছো। আৰু কি জানিব লাগে ?"

"সিমানেই ? কিন্তু আপুনি জানেনো যে আমি বেলেগ বেলেগ ঘাটত নামিম ?"

আলোক মনে মনে থাকিল।

নীৰাই যেন শুবৰ চেষ্টা কৰিছে। তাই চকুযোৰ মুদি দিছে। তাইৰ ধুনীয়া, বগা পবিত্ৰ মুখখনৰ ফালে চাই থাকি আলোকে একো বুজিব নোৱাৰিলে তাইৰ মনৰ ভাব।

আলোকৰ হাতখন তেতিয়াও নীৰাৰ হাতৰ মাজত।

সি অনুভৱ কৰিলে—নীৰাই মৰম বিচাৰে। হওক এজনী নাৰ্চ, তাইৰো মান অভিমান আছে, ভাল পাবৰ আৰু ভাল পোৱা বিচৰাৰ হেপাহ আছে। তাইৰ ধুনীয়া পাতল ৰঙা ওঁঠ দুটাত অতৃপ্ত কামনাৰ অস্পষ্ট ৰোল।

হয়তো তাই আলোকৰ বাহুৰ মাজত নিজক নিঃশেষ কৰি ধৰা দিবলৈ বিচাৰে, চিষ্টাৰ নীৰা হিচাবে নহয়, ভনী হিচাবে নহয়, পূৰ্ণ যৌৱনা এজনী নাৰী হিচাবে। তাই আশা কৰে যেন আলোকে তাইক বুজি পাওক।

পৃথিৱীখন নিজম পৰিছে। জ্বলি থকা লাইটটোৰ পোহৰটোকো পাতল কুঁৱলীৰ আৱৰণে চাৰিওফালৰ পৰা ঢাকি আনিছে। পোহৰ নিস্তেজ হৈ আহিছে। কেৱল ঘড়িটোত সময়ৰ নিষ্ঠুৰ গতিৰ মৃদু আৱাজ।

বহুত দিনৰ আগতে ক'ৰবাত এটা ডাঙৰ উৎসৱ হৈছিল। বহুত মানুহ আহিছিল, নিশা নামে ক'ৰবাৰ ধুনীয়া ছোৱালী এজনী হঠাৎ আহি আলোকৰ বুকুৰ মাজত সোমাই পৰিছিল। এটা কিবা পৰিছিল! এটা তপত চুমাৰে আলোকক উন্মনা কৰি তুলিছিল।

বহুত দিন—বহুত দিনৰ আগৰ কথা, আলোকে পাহৰিয়ে গৈছে। এতিয়া সেই নিশা নাই। কুঁৱলীৰ মাজত নিশা ক'ৰবাত হেৰাই গৈছে।

আলোকৰ ঘৰত, আলোকৰ নিজৰ বিচনাখনত শুই আছে—অন্য এজনী ধুনীয়া চিনাকি ছোৱালী—নীৰা।

হঠাৎ গাৰ কাপোৰ খহাই নীৰা বিচনাখনতে বহি দিলে। আলোক এক প্ৰকাৰ উচপ্ খাই উঠিল।

চকু দুটা ডাঙৰকৈ মেলি চিনি নোপোৱাৰ দৰে নীৰাই আলোকৰ মুখলৈ খৰ লাগি চালে।

“কি হ'ল নীৰা?”

“অ' আপুনি—”

নীৰাৰ গাৰ খহি যোৱা কাপোৰ নীৰাই তুলি নললে। আলোকৰ চকু নীৰাৰ মুখৰ পৰা তললৈ নামি আহিল।

নীৰাই খৰ লাগি আলোকৰ ফালে চাই আছে। আলোক যেন জাহাজত কাষতে শুই যোৱা কোনো অচিনাকী যাত্ৰী।

এটা ক্ষীণ হাঁহিৰ ৰেখা নীৰাৰ ওঁঠ আৰু চকুত ভাহি উঠিল। লাহে লাহে তাই ক'লে, “এইখন আপোনাৰ বিচনা। ইয়াত শুলে আপোনাৰ টোপনি নাহে নহয়?”

আলোকে একো মাতিব নোৱাৰিলে। নীৰাৰ গাটোৰ অনাবৃত সৌন্দৰ্যই তাৰ দৃষ্টিক বন্দী কৰি পেলাইছে।

নীৰা আকৌ শুই পৰিল।

নীৰাৰ যেন লাজ লগা নাই। তাই যেন গাৰ ওপৰলৈ লেপখন তুলি লোৱাৰো প্ৰয়োজন অনুভৱ কৰা নাই। আনকি চাদৰখনো তাই বিচাৰি নললে।

নীৰাই অন্তঃপৰে ধৰি থকা আলোকৰ হাতখন লাহে লাহে এৰি দিলে।

চকু দুটা মুদি আলোকৰ ফালে নোচোৱাকৈয়ে নীৰাই সৰুকৈ, অতি সৰুকৈ ক'লে,

“মই আপোনাৰ টোপনি খতি কৰিছো নহয়?”

তেতিয়াও আলোকে একো ক'ব নোৱাৰিলে। সি বহাৰ পৰা উঠিল আৰু

নীৰাৰ গাত লেপখন ভালকৈ দি দিলে। নীৰাই চকু দুটা মেলি তাৰ মুখলৈ চালে। নিস্তেজ লাইটটো নীৰৱে জ্বলি থাকিল।

## ॥ সাতাইশ ॥

নীৰা নিশাহঁতৰ ঘৰলৈ নিয়মিতভাৱেই আহি আছিল। কিন্তু ইতিমধ্যে বৰবাৰীত অসম মেডিকেল কলেজত নাৰ্চৰ কোৱাৰ্টাৰ সজা হোৱাৰ পিছত সকলো নাৰ্চ কোৱাৰ্টাৰত থাকিবৰ হুকুম হ'ল। আনহাতে দিন আৰু ৰাতি সকলো সময়তে নাৰ্চ ডিউটিত থাকিব লাগে—গতিকে নাৰ্চে হস্পিতালৰ বাহিৰে অন্য ঠাইলৈ যোৱাৰ অথবা অন্য কাৰোবাৰ খবৰ বাতৰি কৰাৰ সুযোগ কমি আহিল।

নীৰাই ডাক্তৰ হুছেইনক ক'লে যে যোৱাৰ আগতে ডাক্তৰ শ্ৰীকণ্ঠই তাইক বৰকৈ কৈ গৈছিল নিশাহঁতক নিয়মমতে চাই থাকিবৰ কাৰণে। তাই নোচোৱা হলে নিশাহঁতে বেয়া পাব।

ডাক্তৰ হুছেইনে ক'লে যে তেওঁ নিৰুপায়। কোনো এজনী নাৰ্চক সেইদৰে যাবলৈ দিলে বাকীবোৰ নাৰ্চেও বিচাৰিব পাৰে, আৰু তেওঁলোকক তেনেকৈ যাবলৈ নিদিবৰ কোনো কাৰণ নাথাকিব। তদুপৰি ভূতপূৰ্ব চিভিল চাৰ্জন শ্ৰীকণ্ঠৰ সন্মান ৰাখি নীৰা সপ্তাহত ছুটিৰ দিনৰ বাহিৰেও আৰু মাজে মাজে গৈ থাকিবৰ কাৰণে ব্যৱস্থা কৰি দিবৰ ঠিক কৰিলে। লগতে ডাক্তৰ হুছেইনে ক'লে—"মই প্ৰায়ে যাওঁ, নিশা এতিয়া ভালেই আছে। দেখাত কোনো অসুখ নাই। তদুপৰি আলোক উকিলো আছে। অৱশ্যে তুমি মাজে মাজে গৈ থাকিলে ভাল পাব।"

নীৰা ইয়াতে সন্তুষ্ট হ'ল। নীৰাই নিজেই বুজিবলৈ টান পালে নিশাৰ ঘৰলৈ যোৱাৰ হেপাহটোৰ মূলত কি আছে! নিশা বৰ মৰমীয়াল, কবিতাজনী আৰু ল'ৰাটোও মৰম লগা হৈছে। কিন্তু মই জানো সিহঁতক চাবৰ কাৰণেই যাবলৈ বিচাৰো? আলোকৰ লগত হঠাৎ চিনাকি হৈছিলো। আলোকে কোনো দিনে নিশ্চয় মোৰ কথা নেভাবে। কিন্তু মই কিয় সদায় আলোকৰ কথা ভাবি থাকো? আলোক ডেকা মানুহ, তথাপি সহজ আৰু সাধাৰণভাৱেই মোক মৰম কৰে। আলোকে মোক ৰোগী ৰূপত লগ পাইছিল, এতিয়া নাৰ্চৰ ৰূপত দেখিছে। হয়তো আলোকে মোৰ জীৱনৰ কৰুণ কাহিনী নেজানে। জানিলে নিশ্চয় মোক ঘিণ কৰিলেহেঁতেন। আলোকে নেজানে, মোৰ কথা একো নেজানে!

হস্পিতালৰ ডেকা ডাক্তৰ, কম্পাউণ্ডৰ আনকি কিছুমান ৰোগীয়েও মোৰ ৰূপ দেখি প্ৰলোভিত হয়। মোক আকৰ্ষণ কৰিবলৈ কত ৰকমৰ উপায় কৰে, কিন্তু আলোকক জানো মই অকণমানো আকৰ্ষণ কৰিব পাৰিছো আজিলৈকে? অথচ আলোকে মোলৈ মুকলিকৈয়ে চায়। সহজভাৱেই মোৰ লগত কথা-বতৰা পাতে। নাৰ্চ বুলি মোক ঘৃণা বা অৱজ্ঞা নকৰে।

নীৰাই নিজৰ কোঠাৰ দুৱাৰ বন্ধ কৰি নাৰ্চৰ পোছাকত নিজক কিমান ভাল দেখি আয়নাখনৰ আগত ৰৈ চায়। ধুনীয়া দুটা কোমল চকু, গোলাপফুলীয়া দুখন তেজাল গাল—তাৰ ঠাঁহে ঠাঁহে ব্যক্ত সৌন্দৰ্য্য। নীৰাৰ ডিঙিটোও বৰ ধুনীয়া। কিন্তু তাতকৈ ধুনীয়া তাইৰ পুৰঠ বুকুখন। নাৰ্চৰ ফিটফিটিয়া বগা সাজৰ মাজেদি তাইৰ উন্নত বুকু দুটাই ধুনীয়াকৈ ধৰা দিয়ে। নীৰা যেন মমৰ ধুনীয়া পুতলা এটা। তাই জানে সকলো পুৰুষৰ চকু তাইৰ বুকুলৈ নামি আহে। তাইৰ নিঃসংকোচ, সলাজ ৰূপটোৱে বহুতৰে মনত চাঞ্চল্যৰ সৃষ্টি কৰে।

• কিন্তু আলোকতো ডেকা মানুহ, তাতে কবি। আলোক তথাপি ইমান নিৰ্বিকাৰ! ইমান নিস্পৃহ! নীৰা গ'লে কেতিয়াবা আলোকক চাহ কৰি দিয়ে, তাৰ কাৰণে তেওঁ দিয়ে ধন্যবাদ। অথচ আলোকৰ ঘৰত তেতিয়া অন্য কোনো প্ৰাণী নাই, আলোকেতে তাইলৈ এবাৰ মৰম লগাকৈ চাব পাৰে, এষাৰ মৰম লগা কথা ক'ব পাৰে। মোৰ সকলো কথা আলোকে জানেনেকি? কেনেকৈ জানিব? যোৰহাটৰ সেই বুঢ়া ডাক্তৰৰ বাহিৰে অসমৰ কোনেও নেজানে।

নীৰাই এনেকুৱা মানুহ আৰু ক'তো লগ পোৱা নাই। হস্পিতালৰ শাসন বৰ কড়া। কিন্তু মানুহৰ মনক নিয়ন্ত্ৰিত কৰাৰ শক্তি কোনো আইনৰ নাই। কোনো কোনো গাভৰু নাৰ্চে আনৰ চকু ফাঁকিকৈ অৱাঞ্ছনীয় ভাবে বহুতৰ লগত গোপন সম্পৰ্ক ৰাখে। চহৰৰ বহুত ধনী অভিজাত মানুহৰ কোনো কোনো ধুনীয়া গাভৰু নাৰ্চৰ প্ৰতি থকা আকৰ্ষণৰ কথা প্ৰায় সকলোৱেই জানে। পঞ্চত্ৰিশ বছৰীয়া আদহীয়া ৰকবাই নাৰ্চ বিশেষৰ মোহ এৰাব নোৱাৰি ডেৰমাহ ৰিউমেটিক পেইন হৈছে বুলি পেয়িং ৱাৰ্ডত পৰি থকাৰ কথা হস্পিতালৰ কিয় নগৰখনো বহুতে জানে। নীৰায়ো জানে বহুত কথা, বহুত নাৰ্চৰ ভিতৰুৱা জীৱনৰ কথা। আৰু নীৰাই নিজক সেই পথৰ পৰা দূৰত ৰখাৰ চেষ্টা কৰে। জীৱনক ভালকৈ চিনি নৌ পাওঁতেই নীৰাই [illegible] ভুল কৰি পেলালে। তাৰ পৰাই নীৰাৰ যথেষ্ট শিক্ষা হৈছে। তেনে ধৰণৰ আৰু ভুল কৰিবলৈ নীৰা

প্ৰস্তুত নহয়। কিন্তু নীৰাৰ যদি কাৰোবাক ভাল লাগে, যদি কাৰোবাক ভাল পাবৰ মন যায়, তাত কি অপৰাধ?

আলোকৰ ভিতৰত নীৰাই তাইৰ প্ৰতি অকণো মোহ, অকণো আকৰ্ষণ দেখা নেপালে। ইয়াৰ বাবে নীৰা ক্ষুণ্ণ হল। আলোকৰ কাষত মোৰ ৰূপ-যৌৱনৰ কোনো মূল্য নাই, কোনো আকৰ্ষণ নাই।

নীৰাই আলোকৰ ওচৰত পৰাজিত অনুভৱ কৰিলে। নীৰাই অনুশোচনাৰ সুৰত নিজক ক'লে, "এজন কবি মানুহৰ কাক ভাল লাগে, কি ভাল লাগে মই একো নেজানো। তদুপৰি মই নাৰ্চ, আৰু আলোক উকিল। মোৰ কেৱল ৰূপ আছে—তেওঁৰ আছে বিদ্যা, বুদ্ধি, সামাজিক প্ৰতিষ্ঠা, সন্মান। তেওঁ কি জানি মোক মানুহ বুলিয়ে নধৰে।

দেওবাৰে নীৰাৰ ছুটী। দেওবাৰে দুপৰীয়া ভাত খাই নীৰা নিশাইহঁতৰ ঘৰলৈ আহে। নাৰ্চৰ পোছাকত নাহে, আহে গিৰ্জালৈ পিন্ধি যোৱা দেখনিয়াৰ সাজেৰে—শাৰি নাইবা মেখেলা চাদৰ পিন্ধি। তাইৰ চুলিবোৰ ধুনীয়াকৈ কৰিওৱা, তাত এপাহ খৰিকাজাঁই ফুল, সুগঠিত লাহি গাটোৰে, ধুনীয়া হাঁহিটোৰে, ক্ষিপ্ৰ, চঞ্চল খোজটোৰে নীৰা আহি নিশাৰ ঘৰত সোমায়হি।

কেতিয়াবা দেখে—নিশাই স্প্ৰিং কপটোত বহি নিবিড় মনে কিবা কিতাপ এটা পঢ়ি আছে। কি যেন বুজিবৰ চেষ্টা কৰিছে—বৰ মনোযোগেৰে।

কেতিয়াবা হয়তো দেখে নিশাই কৰিতাৰ লগত কেৰম খেলিছে। দুয়োজনী যেন দুজনী সৰু ছোৱালী! খেলাত কি গহীন মনোযোগ।

কেতিয়াবা হয়তো খিৰিকিৰ কাষৰ চ'কাখনত বহি নিশাই অবোধ্য উদাস চাৱনিৰে বাহিৰৰ শূন্য আকাশখনৰ ফালে চাই থাকে। বহুত অদৃশ্য বেদনাৰ ইতিহাস জনা এখন ৰিক্ত আকাশ। দিগন্তৰ পৰা দিগন্তলৈ অনাহত শূন্য। এই শূন্যৰ বুকুত কেৱল এজাক কোমল শান্ত বতাহৰ শান্ত, ধীৰ কঁপনি। আকাশৰ মুখত মুখ ৰাখি কি কথা যেন কবলৈ বিচাৰে নিশাই!

"বাইদেউ"—শকৈ মাতে নীৰাই।

নিশাই যেন শুনাই নাই।

অলপ পৰ বৈ নীৰাই আকৌ মিহিকৈ মাতে—"বাইদেউ"। নিশাই ঘূৰি চায়। নিশাৰ চকু দুটা যেন এখন হেজাৰ মাইল দূৰৰ অচিন দেশৰ পোহৰৰ মাজৰ পৰা পৃথিৱীলৈ নামি আহিছে।

"হোঁ"?

"বহি আছে?"

লাহে লাহে নিশাৰ ওঁঠত হাঁহিয়ে ৰূপ লয়!

"অ' নীৰা! কাহানি আহিলা?"

"ক'ৰ পৰা বাইদেউ?"

নিশাই লাজ পায়। সচেতন হয়, আৰু কয়, "এৰা, মই কিবা ভাবি আছিলো নীৰা, বহা—"

"আপোনাৰ গা কেনে আছে?"

"বে'চ ভালে আছে।"

"চাৰৰ চিঠি পাইছে?"

"ওঁ পাইছো। ভালেই আছে। তোমাৰ কথাও লিখিছে।" নীৰা আশ্বস্ত হয়। নিশাই নিশ্চয় বহুত হেজাৰ মাইল দূৰত থকা শ্ৰীকণ্ঠ ডাক্তৰৰ কথা ভাবি আছিল। এনে সময়ত দেখা দিয়া নিশ্চয় বেয়া কথা হৈছে।

নীৰাই নিশাক এৰি কবিতাহঁতক বিচাৰে।

"কবিতাহঁত ক'ত বাইদেউ?"

"মামাৰ তাত খেলি থাকিব পায়। সিহঁতৰ ঘৰ হ'ল সেইটোহে।"

নীৰা আলোকৰ ঘৰলৈ যায়।

দেখে আলোকে হয়তো কবিতাৰ লগত কিবা এটা খেলিছে, নাইবা দুয়ো সুৰ তাল মান নোহোৱা কিবা গান এটা গাইছে—

"ভবাই যদি গান গায়, জোনে যদি নাচে,
সাতৰঙী ৰামধেনুৱে কি কৰিব পাছে?"

নীৰা সোমাই আহিলেও আলোকহঁতৰ গান গোৱা শেষ নহয়। হাঁহি নীৰাই চাই থাকে।

কবিতাৰ চমক্ ভাগে আৰু ঘূৰি চাই নীৰাৰ পৰা লুকাবলৈ বিচাৰে—।

নীৰাই সোধে "কি গান গাইছিলা কবিতা?"

কবিতাই একো নকয়। তাই আলোকৰ মুখলৈ চায়—সপ্ৰশ্ন চাৱনি!

আলোক শান্ত হৈ পৰে।

"বহা নীৰা, আমি গান গাইছিলো, তুমি জানানে গান গাব?"

নীৰাই হাঁহিলে।

"এতিয়াই গীৰ্জাত গান গাই আহিলো। মই অকলে গাব নেজানো, আনে গালে লগত ধৰিব পাৰো।"

"তুমি ক'বাচ গোৱা? বাৰু গোৱাচোন আমাৰ লগতে। কবিতাই গান গাব—

"ফুলে যদি আকাশৰ বাটি বটি ধৰাই হাঁহে,
নিয়ৰবোৰে ছবি আঁকে ফুলৰ পাহে পাহে।
গালে যদি চহুপানীৰ ঘুঘুডাবোৰ নাচে
কাওন বাতিৰ সপোনবোৰে কি কৰিব পাছে?"

নীৰাই হাঁহি দিয়ে।

কবিতা আৰু আলোকেও হাঁহে।

"এইটো গান নহ'ল, নহয়নে নীৰা?"

—আলোকে সোধে।

নীৰাই আৰু ধুনীয়াকৈ আলোকৰ মুখলৈ চায় আৰু কয়—

"মই কি জানো?"

কবিতাই কয়, "মাহীদেউ, মোক এটা খুউব ভাল গান শিকাই দিবা?"

"মই গান নেজানো নহয়, কবিতা"—নীৰাই কয়। আলোকে কাণখনত ধৰি কবিতাক ওচৰ চপাই আনে।

"অ মোৰ গান বোৱা? হ বন্তো বোৱা। এতিয়া তিনি বাজিল, তিতি শুকাই গৈছে, চাহ এপিয়লা খোৱা নাই, চাহ নেখালে ভাল গান গাব পাৰিনেকি?"

ওঠৰ হাঁহিটো সামৰি নীৰাই কয়, "খোৱা কবিতা চাহ এপিয়লা কৰি দিয়াহি। তোমাক ইমান গান শিকালে ওস্তাদক এপিয়লা চাহ খুৱাবানে?"

কৈ-কৈ নীৰা ৰান্ধনিশাললৈ যায়, দেখে ৰান্ধনি ল'ৰাটো বৰ আৰামত শুই আছে—ৰান্ধনিশালৰ বাৰান্দাতে।

নীৰাই তাক নজগালে। নিজেই জুইকুৰা ধৰি নীৰাই চাহ কৰাত লাগিল। আলোকে কবিতাই তেতিয়াও গান গোৱাত ব্যস্ত। সিহঁতে গাইছিল—

"মাটিৰ হমুনিয়াহ, বাটিৰ চহুপানী,
মলয়া জাকে দিয়ে যদি আকাশ বুকুত সানি;
আকাশখনে তাৰাৰ বুকুত যদিহে ফুল বাছে,
তেজ ৰাঙলী থলপদুমে কি কৰিব পাছে?
তৰাই যদি গান গায়, জোনে যদি নাচে,
সাতবৰণী ৰামধেনুৱে কি কৰিব পাছে?"

চাহ লৈ নীৰা সোমাই আহিল। "ৰামধেনুৱে যি নকৰক, আপোনালোকে চাহ খাওক—" নীৰাই ক'লে।

"তোমাৰ ক'ত?" নীৰাৰ হাতত মাত্ৰ দুপিয়লা চাহ দেখি আলোকে সুধিলে।

নীৰাই ক'লে, "পিয়াহতো মোৰ লগা নাছিল, মই কিয় খাম ?"

"বেমাৰতো অন্য মানুহবহে হয়, তুমি বহি থাকি টোপনি খটি কৰা কিয় ?"

নীৰা মনে মনে থাকিল। তাৰ কাৰণ জানো আলোকে শুনিব ? আলোকে জানো বিশ্বাস কৰিব যে নাৰ্চবোৰে সকলো ৰোগীৰ কাৰণে টোপনি খতি কৰি ভাল নেপায়, জীৱিকাৰ কাৰণে সেৱাৰ ব্যৱসায় লৈছে ?

এবাৰ আলোকৰ চকুলৈ সন্তৰ্পণে চাই, যথেষ্ট সাহস গোটাই লৈ নীৰাই ক'লে—

"মোক কোনো দিন নাৰ্চৰ বাহিৰে অন্য ৰূপত আপুনি নেচায় নহয় ?"

নীৰাৰ প্ৰশ্নটোৱে আলোকক অলপ বিব্ৰত কৰি তুলিলে। আলোকে নীৰালৈ চালে। অপ্ৰস্তুত ভাৱে আলোকে ক'লে, "কিন্তু আজিকালি তুমি নাৰ্চ যেতিয়া—"

"নাৰ্চ যেতিয়া মই আৰু মানুহ হৈ থকা নাই, নহয় জানো ?" কথাষাৰ কৈ নীৰাই হাঁহি দিবৰ চেষ্টা কৰিলে। কিন্তু তাইৰ হাঁহিটো অকণো প্ৰফুল্ল নাছিল। বৰ কৰুণ হৈ হাঁহিটোৱে নীৰাৰ মুখখন আৱৰি ধৰিলে।

চাহৰ পিয়লাটো হাতৰ পৰা থৈ আলোকে ক'লে, "নাৰ্চ বিলাকক্তো মই বৰ ভাল মানুহ বুলি ধৰো। দুঃখী ৰোগী মানুহৰ কাৰণে তেওঁলোকে যি কাম কৰে, আনে কৰিব নোৱাৰে।"

নীৰাই হাঁহি ক'লে, "তথাপি আপোনালোকৰ কাৰণে আমি মানুহ নহয়, নাৰ্চ।" কৈ নীৰাই কাপ প্লেট লৈ বাকনি ঘৰলৈ সোমাই গ'ল।

আলোক বহাৰ পৰা উঠিল। আলোকৰ মনটোত আজি বৰ স্ফূৰ্তি আছিল। গতিকে নীৰাৰ কথাত বৰ বেছি গুৰুত্ব দিয়াৰ দৰকাৰ নেদেখিলে। নীৰা ভিতৰৰ পৰা ওলাই অহিলত আলোকে ক'লে—

"নাৰ্চবোৰ মানুহ হয়নে নহয় সেই সমস্যাটো অন্য এদিন সমাধান কৰা যাব। সপ্তাহত দেওবাৰ মুঠেই এটাহে।"

"ফুৰিবলৈ যায়! বাইদেউকো লৈ যাব। ডাক্তৰ মোৰাৰ পিছৰ পৰা আপুনি মন কৰিছেনে নাই—বাইদেৱে অলপ বেছি চিন্তা ভাৱনা কৰি থাকে যেন দেখিছো।"

"নিশা! নাই নীৰা, নিশা বে'ছ আনন্দত আছে। অলপ বেয়া নিশ্চয় লাগিছে—অকলশৰে থাকি। কিন্তু নিশা বৰ মনবলী ছোৱালী, সহজে ভাগি পৰা বিধৰ নহয়।"

নীৰাই জানে আলোক উঠিলে নাৰ্চ নীৰাক লগত লৈ ফুৰিবলৈ নেযায়।

সমাজে বোৱা বুজিব। নীৰাকো হয়তো বোৱা বুজিব। আমাৰ সমাজত জীৱিকা অনুসৰি মানুহৰ সামাজিক স্তৰ নিৰ্ণয় হয়, নাৰ্চ উকিলতকৈ বহুত তল খাপৰ প্ৰাণী হস্পিতালৰ বাহিৰত। আলোকৰ পৰা নীৰাই বিদায় লয়।

"আকৌ কেতিয়া আহিবা নীৰা?" আলোকে সোধে।

"পাৰিলে অহা দেওবাৰে"—সহজভাৱে নীৰাই কয় আৰু বিদায় লয়।

॥ আঠাইশ ॥

কেইদিনমানৰ মূৰত আলোক ঘূৰি আহিলগৈ। এইবাৰ সমস্ত বিচনাপত্ৰৰ উপৰিও কিতাপৰ বাকচ, লিখা মেলা কৰা কাগজপত্ৰ লৈ আহিল। আলোক যেন বেছ এজন সংসাৰী মানুহ।

অৱশ্যে ৰান্ধনি-পাৰৰ বস্ত-বাহানি অনা নাই। ৰান্ধনি এটা লোৱাৰ লগে লগে টৌ-কেৰাহি যি লাগে লব পাৰিব। এটা নতুন জীৱনৰ পাতনি মেলি আলোকে ভাল পালে। হয়তো জীৱনৰ গতি এইবাৰ সলনি হ'ব। বহুত ব্যৰ্থতা, বহুত অস্থিৰতাৰ পিছত হয়তো জীৱনে এটা থিৰ থিতিকেন বিচাৰি পাব। আলোক আজি নিজৰ ভাগ্য গঢ়ি তুলিবৰ কাৰণে প্ৰস্তুত হৈছে।

ইতিমধ্যে নিশাহঁতৰ নতুন ঘৰটোৰ বাকী থকা কাম সম্পূৰ্ণ হৈছিল। আলোক লোৱাৰ আগে আগে চূণ আদি দিয়াও হৈ গ'ল। আটোমটোকাৰি সৰু ঘৰটো পাই আলোকে সঁচাকৈয়ে ভাল পালে। ভাড়া নিশ্চয় পঞ্চাশ ষাঠিমান দিব লাগিব। কথাটো সুধিবৰ উপায় নাই। নীৰাৰ যোগেদি এটা স্থিৰ কৰিব লাগিব। নিশাক ঘৰভাড়াৰ কথা সুধিলে নিশ্চয় হাঁহি উৰাই দিব, কিন্তু নিশাৰ পাগলামীৰ কাৰণে ডাক্তৰৰ ক্ষতি কৰা অন্যায় হব। আলোকৰ বাহিৰে অন্য কোনো ভাড়াটিয়াই নিশ্চয় ষাঠি সত্তৰ টকা এইটো ঘৰৰ কাৰণে দিবলৈ আপত্তি নকৰিব।

নিশা আৰু ডাক্তৰ নিজে আহি আলোকৰ বস্ত-বাহানি, বিচনা-পত্ৰ থানথিত লগাই দিলেহি। নিশাও আহি কিছু সহায় কৰিলেহি। আনকি ডাক্তৰৰ মাহীয়েকেও আহি এবাৰ কেউফালে চাই গ'লে, "আপোনাৰ কিবা অসুবিধা নহলেই হল—"

নিশাই ক'লে, "অকলশৰীয়া মানুহৰ অসুবিধা আছেই। পিছে যেইদিন

সেই অসুবিধা থাকিবলৈ নেপায়। ঘৰ লোৱা জন যেতিয়া, ঘৰ পজাৰ কামেহে এতিয়া মন দিয়া হব।"

ডাক্তৰ নিশাৰ কথাত মুখ টিপি হাঁহি গহীন হৈ থাকিবৰ চেষ্টা কৰিলে, তেওঁৰ মনত বৰ আনন্দ। এজন চিনাকি ভাল মানুহৰ হাতত ঘৰটোৰ দায়িত্ব এৰিবৰ সুযোগ হ'ল।

ৰান্ধনিৰ যোগাৰ নহয় মানে আলোক নিশাহঁতৰ ঘৰত কেইসাজমান খালে। তাৰ পিছত নিশায়েই নিজৰ ৰান্ধনিটোক পঠিয়াই গাঁৱৰ ল'ৰা এটা অনালে। অকল সিমানেই নহয়, আলোক আৰু ল'ৰাটোক লগত লৈ নিজেই বজাৰলৈ গ'ল —আৰু আৱশ্যকীয় বাচনবৰ্তন সকলো কিনি আনিলে।

ৰান্ধনি ল'ৰাটো হাতৰ পাছ কৰি ৰাখি প্ৰথমৰ সাজ ভাত নিশায়েই ৰান্ধি দিলে। ডাক্তৰে ভাল পালে, সেইবোৰ কাম তেওঁ একো নেজানে। যুদ্ধ-ক্ষেত্ৰতেই জীৱনটোৰ বহু সময় গল।

নীৰা নাৰ্চৰ কোৱাৰ্টাৰত নেথাকে। তাৰ কাৰণ জানিবলৈ বিচৰা শোভনীয় নহব বুলিয়ে কোনোৱে সেই কথা নীৰাক নাই সোধা। সাধাৰণৰ ধাৰণা যে নীৰাৰ থাকিবৰ কাৰণে অন্য সুবিধাজনক ঠাই আছে যেতিয়া আৰু নীৰাৰ নিচিনা এজনী গাভৰু মাৰ্চ নাৰ্চৰ কোৱাৰ্টাৰত নেথাকিবৰ ব্যক্তিগত কাৰণ থকা অসম্ভৱ নহয় যেতিয়া, নীৰাৰ থকাৰ সম্পৰ্কে প্ৰশ্ন কৰা অবাস্তৱ কথা।

ডাক্তৰ আৰু নিশাই নীৰাক প্ৰায় অনুৰোধৰ সুৰতে ক'লে, "উকীলৰ খোৱা মেলালৈ পাৰিলে তুমিও অলপ চকু ৰাখিবা নীৰা। আমাৰ ঘৰলৈ আহোঁতে উকীলৰ ঘৰতো পাক এটা মাৰি, পাৰিলে ৰান্ধনিশালঘৰত চকু ফুৰাই যাবা। ওচৰতেতো থাকা।"

নীৰাৰ থকা ঘৰ ডাক্তৰহঁতৰ ঘৰৰ পৰা দুই ফাৰ্লংমান আঁতৰত। নীৰাৰ কাৰণে ঘৰ বেছি দূৰ নহয়।

নীৰৱে নীৰাই সন্মতি জনালে।

। উনত্ৰিশ ।

কেইদিনমানৰ ভিতৰতে আলোকৰ নতুন জীৱনটো পুৰণি হৈ পৰিল। কাছাৰীত আলোকে দুই এজন কলেজীয়া বন্ধুক হাকিম—উকীল হিচাবে লগ পালে। ভালেই লাগিল। নগৰৰ কিছু আলোকৰ লগত ইতিমধ্যে চিনাকি

হ'ল। তদুপৰি নিজৰ এটা দুৰ্বলতা বৰ ধৰা কথাটোক আলোকে মনে মনে স্বীকাৰ কৰি লবলৈ পাই ভাল পালে। নিজ ব্যক্তিত্বক নিজে চিনি পোৱাত, আবিষ্কাৰ কৰিব পৰাত এটা তৃপ্তি আছে।

কবিতা হৈ পৰিল আলোকৰ অৱসৰ সময়ৰ অপৰিহাৰ্য সংগী। তাই আলোক ঘৰত থকা গোটেই সময়খিনিত তাতেই আছি থাকি থাকেছি, নিশাৰ ল'ৰাটো বৰ শান্ত, বিশেষ আমনি নকৰে। বুঢ়ীআইকে তাক ওমলাই লৈ ফুৰায়। শিও মৰম লগাটো হৈ আহিছে দিনে দিনে। কেতিয়াবা আলোকে তাকো নিজৰ ঘৰলৈ লৈ আহে, তাক খেলায়, তাৰ কাৰণে খেলনা কিনি আনি দিয়ে। সৰু ল'ৰা-ছোৱালী হ'লেও লগত আলোক নিজেও সৰু ল'ৰা যেন হয়। আলোকৰ কাণ্ড-কাৰখানা দেখি ডাক্তৰ আৰু নীৰা দুয়ো গোপনে হাঁহে। কবিবোৰ চিৰদিন শিশু হৈয়ে থাকে।

আলোকে ওকালতিত মনোযোগ দি লাগিল। ডাক্তৰ আৰু উকিলে প্ৰথমতে নাম কৰি ল'ব পৰাৰ ওপৰত বহুখিনি নিৰ্ভৰ কৰিছে। এবাৰ প্ৰতিষ্ঠা হ'লে, ডাক্তৰ আৰু উকিলৰ ব্যৱসায়ত সহজে সফলতা আহে। প্ৰত্যেকটো কে'চ আলোকে বৰ মনোযোগ আৰু দক্ষতাৰে যুঁজিবলৈ ল'লে। অলপ দিনৰ ভিতৰতে আলোক ডেকা উকিল সকলৰ ভিতৰত এজন ভাল উকিল বুলি জনাজাত হৈ পৰিল।

দেওবাৰে, ছুটিৰ দিনত, অন্য অৱসৰত আলোকে ডাক্তৰ আৰু নিশাৰ লগত কেৰম, বেডমিণ্টন খেলে, নাইবা আবেলি ব্ৰহ্মপুত্ৰৰ পাৰত ফুৰিবলৈ যায়। কেতিয়াবা ডাক্তৰ যাব নোৱাৰে, আলোক, নিশা আৰু কবিতাই যায়। নিশাৰ স্বাস্থ্যৰ কাৰণে অলপ ফুৰা, খেলা আৰু মুকলি-মূৰীয়া ভাৱে থকা দৰকাৰ। ডাক্তৰে নিশাক সেই কাৰণে প্ৰায় জোৰ কৰিয়ে তাগাদা দিয়ে।

তথাপি কেতিয়াবা অকাৰণতে নিশা বিমৰ্ষ হৈ পৰে। দিনটো বিচনাত পৰি থাকে, নাইবা পঢ়া কিতাপ এটাকে পঢ়ি দিনৰ দিনটো কটাই দিয়ে। এনে হলে শ্ৰীকণ্ঠ কিছু চিন্তিত আৰু উদ্বিগ্ন হৈ পৰে। নিশা এনেদৰে বিমৰ্ষ হৈ পৰাৰ কাৰণ ভাবি নেপায়। আলোকো বিমোৰত পৰে। কিন্তু আলোক ইয়াৰ মাজত বৰ বেছি সোমাই পৰিব নোখোজে। নিশাৰ ব্যক্তিগত আচৰণৰ কাৰণ বিচৰা আলোকৰ কৰ্তব্যৰ পৰিধিৰ বাহিৰত বুলিয়ে আলোকে ভাবে কিন্তু যেনে পৰিস্থিতিত ডাক্তৰেই উপযাচি আহি কয়হি, "এই অসুখৰ পিছৰ পৰা নিশা বৰ sentimental হৈ পৰিছে। কোনো কাৰণ নোহোৱাকৈও এনেয়ে বিমৰ্ষ হৈ পৰে :—nervous breakdown নহয়, কিন্তু মানসিক অৱস্থা

"[illegible] হৈ থকাটো ভাল কথা নহয়। আপুনি চাৰজোৰ নিশাৰ মনটো আকৌ divert কৰিব পাৰেনে?

কিন্তু আলোকৰ সান্ত্বনা অথবা হাঁহি ধেমালিয়েও বহু সময়ত কোনো কাম নকৰে। কাৰণ শান্তভাৱে নিশাই কয়, "মোৰ একো হোৱা নাই মামা। আপোনালোকে এনেয়ে চিন্তা কৰিছে। মনটো মাজে মাজে অলপ অসুখী হৈ পৰে। কিন্তু তাৰ ওপৰত মোৰ কোনো হাত নাই।"

নিৰুপায় হৈ আলোকে নিশাক বুৰাবলৈ লৈ যায়। কেতিয়াবা কোনো পথ্যেই নেথায়। আলোকৰ নিশাক দুবুজা যেন লাগে। এই অকাৰণ বিষণ্ণতাৰ কাৰণ বিচাৰি নেপাই আলোক নিজেই বিমৰ্ষ হৈ পৰে। কেতিয়াবা আলোকে কৈ দিয়ে—"মই তোমালোকৰ আমনি কৰি থকাৰ কাৰণে তুমি বেয়া পাই-ছানেকি নিশা? তেতিয়া হলে মই অন্ত ঠাইলৈ যাওঁগে—"

নিশাই কৰুণা ভৰা চকু দুটা তুলি আলোকৰ মুখলৈ চায়। তাৰ পিছত সহজভাৱে কৈ দিয়ে—"ইয়াৰ পৰা গুচি যাব? যাওক, তেতিয়া হলে মই মৰি থাকিম।"

নিশাৰ কথা কোনোবাই শুনে বুলি আলোক বিব্ৰত হৈ পৰে। কি যে কয় অবুজ নিশাজনীয়ে। এই কথা শুনিলে ডাক্তৰ বা অন্য মানুহে কি ভাবিব? কি ধাৰণা কৰিব।

কিন্তু পিছদিনাই হয়তো নিশা আকৌ আগৰ দৰে স্বাভাৱিক হৈ পৰে—হাঁহি মাতি আকৌ ঘৰখন আনন্দেৰে ভৰাই তোলে। আলোকইতৰ ভাল লাগে। ডাক্তৰে নানা উপায়ে নিশাৰ মনৰ এই প্ৰফুল্লতা অক্ষুণ্ণ ৰাখিবৰ চেষ্টা কৰে। নিজে কাৰ [illegible]লেও নিশাক নীৰাৰ লগত, আলোকৰ লগত নাইবা অকলেই চিনেমা, থিয়েটাৰ, জোনাইটি খো আদিলৈ পঠায়। চিনেমাত প্ৰথমে নিশাৰ বৰ ৰাপ নাছিল কিন্তু ক্ৰমে নিশাৰ যেন চিনেমাৰ প্ৰতি এটা ৰাপ বহি [illegible]হিল। কলত আলোকেও ভাল ছবি আহিলে প্ৰায়ে নিশাক চাবলৈ নিবলগীয়া হ'ল। ডাক্তৰৰ তিনিঘণ্টা সময় ছবি-ঘৰত সোমাই থাকিলে ক্ষতি হয়। গতিকে আবেলিৰ আজৰিখিনি আলোকে প্ৰায়ে নিশাৰ কাৰণে খৰচ কৰিবলগীয়া হ'ল। কেতিয়াবা কবিতা লগত যায়, কিন্তু প্ৰায়ে নিশাই কবিতাক [illegible] যায়। [illegible] ছোৱালী [illegible] পঢ়া নকৰি সদায় চিনেমা চোৱাত লাগিলে, [illegible] বেয়া হৈ যাব। তাতকৈ নিশাৰ অভিমতক সমৰ্থন [illegible]।

মাজে মাজে আলোকে কবিতা লিখে। কিন্তু বহিৰ্মুখী [illegible] কবিতাৰ [illegible] আলোকে [illegible] [illegible] অন্তৰ্মুখী ব্যক্তি-অভিজ্ঞতাৰ কবিতাহে

লিখা হৈ থাকিছে। কিন্তু কবিতাক অনুভূতিৰ স্বাভাৱিক প্ৰকাশ বুলি আলোকে এনে কবিতাক অবাঞ্ছনীয় বুলি ভাবে। আজিকালি জীৱনত হয়তো বিপ্লৱৰ যুগ শেষ হৈছে, আহিছে সংগ্ৰাম আৰু প্ৰতিষ্ঠাৰ যুগ। এনে ক্ৰান্তিৰ মুহূৰ্তত যদি আলোকৰ মনত নতুন দিগন্তৰ সোঁৱৰণ ৰেঙনি পৰে, আলোকে তাক বাধা দিয়াৰ কোনো অৰ্থ নাই। চিন্তাৰ ক্ষেত্ৰত আলোক বাস্তৱবাদী, কিন্তু অন্তৰৰ কিছুমান অবোধ্য অনুভূতিয়ে যদি কবিতাৰ ভাষাৰ মাজত মুক্তি বিচাৰি আলোকক উন্মনা কৰি তোলে তাক বিকৃত কৰি কি লাভ? আলোকৰ জীৱনাদৰ্শ মানবাত্মাৰ সৰ্বাংগীন মুক্তি, কিন্তু তাৰ কাৰণে যদি তাৰ নিজৰ আত্মাই মুক্তি লাভৰ সংগ্ৰাম কৰে তাক নিচিনিবৰ জানো উপায় আছে? আলোকৰ প্ৰাণে প্ৰেমৰ জগতৰ সন্ধান কৰিলে তাৰ পৰা আঁতৰা জনতাৰ মুক্তি সংগ্ৰামক বিশ্বাসঘাতকতা কৰা হ'ব? আলোকে বিশ্লেষণ কৰি চাবৰ চেষ্টা কৰিলে। কিন্তু আলোকে অনুভৱ কৰিলে যে প্ৰাণ-সংগ্ৰাম এই জোৱাৰক বাধা দিয়াৰ অন্য নাম হ'ব আত্মহত্যা। আলোকে মুক্তিৰ তপস্যা কৰিলে, সেই মুক্তিয়ে ধৰা দিলে অনামী প্ৰেমৰূপে—সৰ্বগ্ৰাসী ভালপোৱাৰূপে।

মাজে মাজে আলোকে বাগানৰ বনুৱাবিলাকৰ আন্দোলনতো অংশগ্ৰহণ কৰে। দেওবাৰে কাছাৰী বন্ধ থাকিলে আলোক প্ৰায়ে বাগিচালৈ যায়। আৰু বনুৱা ইউনিয়নৰ সভা আৰু আলোচনাত ভাগ লয়। বনুৱাসকলে আলোকক ভাল পায়, শ্ৰদ্ধা কৰে। অৱশ্যে বৰ সক্ৰিয়ভাৱে আলোক লাগিব নোৱাৰে। কেৱল উপদেশ দিয়া, সংগঠনৰ আঁচনি কৰা, আৰু বনুৱাৰ বিবাদ গোচৰ আদিত বনুৱাৰ সপক্ষে থিয় দিয়াই হ'ল আলোকৰ কাম, তথাপি ইহঁতৰ মাজত আলোকে নতুন প্ৰেৰণা পায়। বহু কালৰ নিৰ্বিশেষ নিষ্পেষণৰ পিছত বনুৱা সকলে আত্ম প্ৰতিষ্ঠাৰ কাৰণে নিজৰ শক্তি বিচাৰি লৈছে। এই শক্তিয়েই আনি দিব তেওঁলোকৰ মুক্তি। তেওঁলোকো মানুহ হ'ব—তেওঁলোকেও জ্ঞান বুদ্ধি পাব, প্ৰেম, তেওঁলোকৰ মাজৰ মানৱত্ব, দেৱত্ব, সজাগ হৈ উঠিব। তেওঁলোকৰ মাজৰ পৰা নতুন মানুহৰ জন্ম হ'ব।

বাগিচাৰ বনুৱাবোৰৰ মাজত গৈ এইবোৰৰ কল্পনা কৰি আলোকৰ ভাল লাগে। হাতত জোৰ লৈ সেই নতুন জগতখনৰ কাষলৈ, সেই নতুন যুগটোৰ ফালে যেন আলোকেই এই মানুহখিনিক লৈ যাব। [illegible] খোজত খোজ মিলাই যাব [illegible] ফুলমী নীৰা, [illegible] জোনকা। হয়তো [illegible] জেনেকৈও মন লাগিব এই মুক্তি আন্দোলনৰ।

আলোকে কেতিয়াবা তাকৰ আৰু লিপাৰ আগত এই [illegible]।

নিশাই একো নেমাতে। ডাক্তৰে কয়, "আপোনালোক ৰাজনৈতিক ভাৱে সাম্যবাদী, কিন্তু আমি ডাক্তৰবোৰ চিৰদিন সাম্যবাদী হৈ আছিলো। আমাৰ আদর্শ মাত্র এটা—মানুহক ৰক্ষা কৰা। আমাৰ কাৰণে বগা-ক'লা-মতা, মাইকী, দেশী-বিদেশী, শোষক-শোষিত, শত্ৰু-মিত্ৰ একো নাই। ৰোগ যাৰে হয় তাকে আমি বচাবৰ চেষ্টা কৰিম—জীৱন দিব নোৱাৰো হয়তো, কিন্তু ৰোগৰ পৰা হোৱা কষ্ট নিশ্চয় লাঘৱ কৰিব পাৰো। আমাৰ সম্পর্ক মানুহৰ দেহাটোৰ লগতহে।"

নিশাই মাত লগালে, "আৰু যদি কাৰোবাৰ মনৰ বেমাৰ হয়?"

আলোকে নিশা আৰু ডাক্তৰৰ মুখলৈ চালে।

ডাক্তৰে ক'লে, "সমাজ জীৱন যিমানে জটিল হৈ আহিছে সিমানে মানুহৰ মনৰ জটিলতাও বৃদ্ধি পাই আহিছে। দেহাৰ ওপৰত মনৰ প্ৰভাৱ প্ৰচুৰ। ফ্ৰয়েড হেভলক এলিছ আৰু নানা মনোবৈজ্ঞানিকে মানসিক ব্যাধিৰ চিনাক্তকৰণ আৰু চিকিৎসাৰ চেষ্টা কৰিছে। কিন্তু মানসিক ৰোগ সহজে নিৰাময় নহয় আৰু আজিৰ সমাজত প্ৰায় সকলো মানুহেই এবিধ নহয় এবিধ মানসিক ৰোগত ভুগিছে।"

হঠাৎ নিশাই সুধি দিলে, "আলোক মামাৰো মানসিক ৰোগ আছনে বাৰু?"

প্ৰশ্নটো শুনি আলোক ৰঙা পৰিল। ডাক্তৰে হাঁহি উঠিল।

"হাঁহিলে দেখোন?"

"বিয়া নকৰোৱা ডেকা মানুহৰ মনৰ ৰোগ আমাৰ নিচিনা ডাক্তৰে ধৰিব নোৱাৰে।" হাঁহি ডাক্তৰে ক'লে।

"কোনে পাৰে তেন্তে? ?" নিশাই ডাক্তৰৰ মুখলৈ চাই সুধিলে।

আলোকে হাঁহিবৰ চেষ্টা কৰিলে। ডাক্তৰে ক'ৰবাত মোৰ দুৰ্বলতা দেখা পাইছেনেকি? মইতো ক'তো সীমা লঙ্ঘন কৰা নাই। আৰু নিশাৰ লগত মোৰ সম্পৰ্কত কোনো মলিনতা নাই। এটা মুহূৰ্তৰ কাৰণেও মই পাহৰি থকাৰ চেষ্টা নকৰো যে নিশা ডাক্তৰৰ, সম্পূৰ্ণভাৱে ডাক্তৰৰ। মই মাথোন নিশাৰ ভাৰাঘৰত থকা এজন দুৰ্বীয়া আলহী।

অন্য কোনো ছোৱালীৰ কথাওতো মই চিন্তা নকৰো। ডাক্তৰে মোৰ মনৰ ৰোগৰ প্ৰতি ইঙ্গিত কৰিলে কিয়?

নাই, ডাক্তৰে এনেই ধেমালি কৰিছে!

নিশাই ক'লে, "বাৰু মামা, আপুনি চিন্তা নকৰিব। আপোনাৰ মনৰ কি ৰোগ হৈছে ডাক্তৰে ধৰিব নোৱাৰিলেও মই পাৰিম। ভয় নকৰিব, মই বেমাৰ ভাল কৰি দিম।"

পৰিস্থিতিটো লঘু কৰি আলোকে ক'লে, "এতিয়াও মোৰ [illegible] হোৱা [illegible] নিশা। বেছিয়া কিবা হ'লে, নিশ্চয় তুমি জানিবলৈ পাবা। তোমাক নজনাকৈ [illegible] নচলিব—তুমি যে ডাক্তৰনী।"

আলোক আৰু শ্ৰীকণ্ঠ দুয়ো বহি থাকিল। নিশা উঠি গ'ল—তিৰ্থকৈ, নিশাজনী যেন দিনে দিনে বেছি চঞ্চল হৈ উঠিছে। হয়তো নিশাই গা সম্পূৰ্ণ ভাল পাইছে, হয়তো ডাক্তৰ যাবৰ্পে কাৰণে নিশা অলপ অস্থিৰ হৈ পৰিছে—বিচ্ছেদৰ সম্ভাৱনা দেখি, আৰু তাকে ঢাকিবৰ কাৰণে, নিশা কিছু উন্মনা হৈ পৰিছে। অন্য কোনো কাৰণ নিশ্চয় নাই—নিশ্চয় নাই।

ডাক্তৰে আলোকক ক'লে, "নিশাক আপুনি বুজে। সকলে পৰা দেখিছে। আগে নিশা ইমান চঞ্চল নাছিল। বিয়াৰ পিছতে অলপ বিমৰ্ষ হৈ পৰিছিল, হয়তো মাক-বাপেকৰ পৰা হঠাৎ আঁতৰি আহিবলগা হোৱাৰ কাৰণেই। কিন্তু কবিতা হোৱাৰ পিছৰ পৰা বেছ প্ৰফুল্ল হৈ পৰিছিল। আকৌ অপাৰেচনৰ পিছৰ পৰা অলপ dejected হৈ পৰিছিল। কিন্তু আপুনি অহাৰ পৰা আকৌ বহুত পৰিৱৰ্তন হৈছে। For her sake আপুনি মই নথকা সময়খিনিত নিশাৰ খবৰ লৈ থাকিলে, মই নিশ্চিন্ত হ'ব পাৰিম।"

আলোকে ক'লে, "মই দেখোন আপুনি গুচি যোৱাৰ পিছত নিশাৰ মন কেনেকুৱা থাকে। মইতো ইয়াতেই থাকিম বুলি ব্যৱস্থা কৰিছো। মই থকা সময়খিনিত আপুনি নিশাহঁতৰ কাৰণে বেছি চিন্তা নকৰিলেও চলিব।"

"গাড়ীখন মই বেচি দিয়াৰ ঠিক কৰিছো, তালৈই মোৰ খৰচ মই নিজেই জোগাৰ কৰিবলগীয়া হৈছে। নিশাৰ নামত বেংকত অলপ টকা থৈছো, মাহে মাহে তাৰ পৰা আনি চলিব।"

"বাৰু নিশাহঁতৰ খৰচৰ চিন্তা আপুনি নকৰিব। সেইবোৰ মই চাম। নোৱাৰিম জানো? অ' মোৰ পৰাও নিশাইতে ঘৰটোৰ ভাড়া পাই থাকিব—"

"সেইটো হ'বগোন বাৰু। কিন্তু মোৰ অলপ ভয় হৈছে, এইলোকৰ অসুখ বিসুখৰ কাৰণেহে। তাৰ কাৰণে মই কিন্তু সম্পূৰ্ণ আপোনাৰ ওপৰতহে নিৰ্ভৰ কৰিছো।"

আলোকে ক'লে, "নিশাইতেও তেন্তে এইবোৰ বিষয়ত মোৰ ওপৰত নিৰ্ভৰ কৰিব?"

"নিশ্চয়! আপোনাৰ বাহিৰে আৰু কাৰ ওপৰত নিৰ্ভৰ কৰিব! নিশাক আপুনি জানে, বুজে। মোৰ আৰু কবলগীয়া নাই!"

আলোকে নিৰৱে সন্মতি জনালে। জীৱনত কেতিয়া কোনে 'কাৰ' দায়িত্ব

স'কলিয়া হয় কোলে আনে? যাৰ জীৱনৰ সান্নিধ্য লোৱাৰ কোনো সাৰ্থকতা আলোকৰ কাৰণে নাই, তাৰেই একনো দায়িত্বতাৰ আজি তাৰ ওপৰত। ইয়াৰ পৰা নিষ্কৃতি নাই। নিষ্কৃতি বিচাৰিবৰ প্ৰয়োজনো নাই। জীৱনৰ গতিপথত লগপোৱা আৰু এৰা-এৰি হোৱাই হয়তো একমাত্ৰ সত্য। কিন্তু দুয়োটাই জানো সত্য? কোনোবাই জানো জনমজুৰীয়াকৈ কেতিয়াবা কাৰোবাক লগ পালে? কোনোবাৰ লগত জনমজুৰীয়াকৈ এৰা এৰি হ'ল?

ডাক্তৰৰ পাছপ'ৰ্ট আছিল। প্লেনেৰে নগৈ তেওঁ জাহাজেৰে যোৱাকে ঠিক কৰিলে। জাহাজেৰে যোৱাত দুৰ্ঘটনাৰ ভয় কম।

বেংকৰ পৰা মাহে এশকৈ আৰু আলোকৰ পৰা ঘৰৰ ভাড়া মাহে ৫০ টকাকৈ লৈ নিশাহঁত চলিব। অন্যৰ ওপৰত বিশেষ নিৰ্ভৰ কৰিবলগীয়া নহ'ব। ডাক্তৰ হুচেইন থাকিল নিশাৰ ঘৰুৱা চিকিৎসক। তেওঁ শ্ৰীকণ্ঠ আলোক দুয়োৰে বন্ধু, তদুপৰি তেওঁ ভাল ডাক্তৰ। তেওঁৰে অসুখে বিসুখে নিশাক চাব। নীৰা আছে—নীৰা নিশাৰ নাৰ্চ—ল বাছোৱালী হানব নাৰ্চ আৰু পৰিচাৰিকা, মাহীয়েকো আছেই। তদুপৰি থাকিল আলোক।

শ্ৰীকণ্ঠ একপ্ৰকাৰ নিশ্চিন্ত।

অলপ চিন্তা কৰা যেন দেখিলেই নিশাই কৈ উঠে: "মোৰ কাৰণে আপুনি অকণো নেভাবিব। দুই তিনি বছৰতে মোৰ একো নহয়। বৰ বেছি কিবা হ'লে মৰিম। অন্য ডাঙৰ একো নহয়। মই মৰিলে বাৰু আলোক মামাই চিঠি দিব। আপুনি বিলাতত ধুনীয়া চাই ছোৱালী এজনী বিয়া কৰাই লৈ আহিব, বুজিছে?"

শ্ৰীকণ্ঠই মাথোন হাঁহে। এই ৰাংঢালী নিশাজনীৰ পৰা বেছি দিন আঁতৰি থকাটো নিশ্চয় কষ্টকৰ হ'ব। কিন্তু সন্মুখত যশৰ আহ্বান, তাক অস্বীকাৰ কৰিবৰ উপায় নাই। মাথোন আঢ়ৈটা বা তিনিটা বছৰ—তাৰ পিছত ঘূৰি আহিব শ্ৰীকণ্ঠ নতুন ডিগ্ৰী লৈ, নতুন সম্ভাৱনাৰ ভবিষ্যত লৈ। তাৰ কাৰণে তিনি বছৰ আঁতৰি থকাটো অতি সামান্য ত্যাগ। সেইখিনি নিজৰ স্বাৰ্থতে শ্ৰীকণ্ঠ আৰু নিশা দুয়ো ত্যাগ কৰিব, হাঁহিমুখে কৰিব।

শ্ৰীকণ্ঠ, নিশা আৰু কবিতাহঁত বিদায় দিবৰ কাৰণে তেজপুৰলৈ গ'ল। ডাক্তৰৰ সিদ্ধান্তক সকলোৱে অভিনন্দন জনালে। মহেন্দ্ৰ কেৰেণী আৰু শ্ৰীকণ্ঠৰ ঘৰৰ সকলো সুখী হ'ল। মায়া তেতিয়াও অষ্ট্ৰেলিয়াতে আছিল। নিশাই ক'লে মায়ালৈ এখন চিঠি দিব। [illegible] ক'লে তাই যোৱা [illegible] তাই অষ্ট্ৰেলিয়াতে আশোৰাক দেখা কৰিব।

এনেদৰে তেজপুৰত থাকি নিশাইতো আকৌ তিনিসপ্তাহলৈ ঘূৰি আহিল, শ্ৰীকণ্ঠই সকলো ব্যৱস্থা সিদ্ধান্তৰে সমাধান কৰিলে। তাৰ পিছত এদিন মোহনবাৰী এ'য়াৰপৰ্টলৈ সহজভাৱেই ওলাই গ'ল। কলিকতালৈকে প্লেনেৰে যাব। নীৰা, আলোক, নিশা, ৰাহীদেৱক আৰু আত্মীয় বহুত বন্ধুবান্ধৱে শ্ৰীকণ্ঠক আগবঢ়াই থবৰ কাৰণে এয়াৰপৰ্টলৈকে আহিল। প্লেনত ভৰি দিয়াৰ পিছত আলোকক ক'লে, "আপোনাৰ হাতত সকলো এৰি গলো।"

॥ ত্ৰিশ ॥

নিশাৰ কিছু সময় কবিতাৰ লগত কাটে। কবিতা স্কুললৈ যাবলৈ লৈছে। পুৰা অলপ কবিতাক ক-খ পঢ়োৱা আৰু কবিতাক খুৱাই ধুৱাই, কাপোৰকানি পিন্ধাই, খুব আচুৰি দি নিশাই নিজক ব্যস্ত ৰাখে। সংসাৰটো বাস্তি নিশাৰ লগত শোৱাহিৰ বাহিৰে প্ৰায় গোটেই দিনটো আইতাকৰ লগতে খেলিমেলি থাকে। আইতাক পুৰণি ধৰণৰ মানুহ, নিশা বোৱাৰী হলেও চিভিল-চাৰ্জনৰ পত্নী হিচাপে বুঢ়ীৰ কাৰণে অলপ শ্ৰদ্ধাৰ পাত্ৰী বুলি বুঢ়ীয়ে ভাবে। অৱশ্যে নিশাই ৰাহীদেৱেকক বৰ মান-সৎকাৰ আৰু মৰম কৰে। নিশা সদায় বোৱাৰী ছোৱালী হিচাপেই চলে। নিশা যাতে ডাক্তৰৰ পৰা আঁতৰি অকলশৰে থাকিবলগীয়া হোৱাৰ কাৰণে কোনো কথাতে অসন্তুষ্ট নহয় তাৰ প্ৰতি সচেতন ভাৱে নজৰ ৰাখে। বুঢ়ী নিশাৰ পৰা পৰাপক্ষত আঁতৰে আঁতৰেই থাকে, যাতে নিশাই কোনো আমনি নেপায়।

আলোক সদায় আহে। নিশাৰ আৰু কবিতাহঁতৰ খবৰ কৰে, হাঁহি মাতি, খেলি মেলি নিশাইতক আনন্দত বুৰাই ৰাখে। আলোকৰ লগত নিশাই তাৰ কবিতাৰ কথা আলোচনা কৰে, দেশৰ ৰাজনীতিৰ কথা আলোচনা কৰে, অন্যান্য দৰকাৰী অদৰকাৰী কথা পাতে।

কেতিয়াবা নিশা, আলোক, কবিতা আটাই কেইটা লগ লাগি সৰু ল'ৰা-ছোৱালীৰ দৰে গান গায়। কবিতাই স্কুলত শিকা নাচ নাচে।

* * * * *

লাহে লাহে দিনবোৰ পাৰ হৈ যায়—দিন, মাহ বছৰ। ডাক্তৰৰ চিঠি নিয়মমতেই আহে— সৰু চিঠি। নিজৰ কাম কাজৰ বাহিৰে আৰু নিশাইতৰ খবৰ বুলি দিয়া চিঠি। শ্ৰীকণ্ঠ কামৰ মানুহ। চিঠিত বাহুল্যৰ অৱতাৰণা কৰিব নোখোজে।

নিশাই নিয়ম মতে উত্তৰ দিয়ে। লগতে কবিতাই লিখা আখৰ কেইটামানো পঠায়। শ্ৰীকণ্ঠই কবিতাইতলৈ সাগৰ-পৰীয়া চুমা পঠায়, প্ৰেম পঠায়, আশীৰ্বাদ পঠায়। নিশাই চিঠিত কি লিখে শ্ৰীকণ্ঠৰ বাহিৰে আনৰ জানিবৰ উপায় নাই। কিন্তু সদায় বহুত দীঘলীয়া চিঠি লিখে।

আলোকৰ কাম দিনে দিনে বাঢ়িছে। পুৰা মোকৰ্দমাৰ নথিপত্ৰ চোৱা, মক্কেলৰ লগত কথা-বতৰা হোৱা, দিনৰ ভোখৰ কাছাৰীঘৰত কটোৱা, দৈনন্দিন কাম। সন্ধিয়াহে অলপ আজৰি পায়। তেতিয়াবা কেতিয়াবা আইনৰ কিতাপ পত্ৰ চাব লগীয়া হয়। বাতৰি কাকত আলোচনী পঢ়ে।

উকিল হিচাবে আলোকৰ আৰ্জন ভাল হৈছে। কোনোবা মাহত ছশ-সাতশ পৰ্য্যন্ত পায়। আৰ্থিক স্বচ্ছলতাই মনৰ প্ৰফুল্লতা আনে। হয়তো সেই কাৰণেই আলোকৰ মনটো আগতকৈ ৰঙীয়াল হৈ পৰিছে। আৱৰ্তণীয়ে সম্ভাৱনাৰ ইঙ্গিত দিয়ে।

আজি-কালি আলোকে ঘৰলৈ মাহে বেছি কৈ টকা পঠায়। কেতিয়াবা কাপোৰ কানি, মিঠাই কৰি আদিও মানুহৰ হাতত পঠায় দিয়ে। অৱশ্যে ঘৰলৈ ঘনাই যাবৰ সময় কৰিব নোৱাৰে। সময় হলেও, মনটো ক'ৰবাত বান্ধ খাই ৰয়: যাবৰ প্ৰয়োজন নাই যেন অনুভৱ কৰে।

আবেলি আলোক আৰু নিশা প্ৰায়ে ব্ৰহ্মপুত্ৰৰ পাৰত ফুৰিবলৈ যায়। কোনোৱে অস্বাভাৱিক নেভাবে, বিসদৃশ নেদেখে। আলোক কিবা সম্পৰ্কত ডাক্তৰণীৰ মামাক হয়। এই কথা বহুতেই জানে। আৰু ডাক্তৰ বিলাতলৈ যোৱাৰ আগতেও আলোকহঁত সেইদৰে ফুৰা সকলোৱে দেখিছে।

ঘৰৰ বাহিৰ ওলালেই নিশা বৰ শান্ত হৈ পৰে। সমাজৰ ৰুচিক কি দৰে শ্ৰদ্ধা কৰিব লাগে নিশাই জানে। ডাক্তৰ নাই। নিশাই নিজৰ সন্মান আৰু নিজৰ স্বামীৰ সন্মান অক্ষুণ্ণ ৰাখি চলাৰ প্ৰয়োজন। হৈ-চৈ হুলি-গুলি কৰি বাহিৰত ফুৰিলে নিশাৰ বিষয়ে অন্যে অন্য ধাৰণা কৰি লব হয়তো।

তদুপৰি বহুতে জানে ডাক্তৰণী নিশাৰ অপাৰেশন কৰোৱাৰ পিছৰ পৰা কিছু অসুস্থ আৰু দুৰ্বল হৈ পৰিছে। গতিকে স্বাস্থ্য ঘূৰাই পাবৰ কাৰণে নিয়মিত ভাবে কিছু ফুৰাৰ প্ৰয়োজন আছে।

আলোকৰ নিশাৰ লগত ফুৰিবলৈ বৰ আনন্দ লাগে। নিশা ধুনীয়া ছুটা দীঘা, ছোৱালীৰ মাক হোৱা সত্বেও নিশাৰ যৌৱন-শ্ৰী অটুট হৈ ৰৈছে, আৰু দিনে দিনে সি বেছি উজ্জ্বল আৰু বেছি গভীৰ হৈছে। তদুপৰি নিশাৰ এটা স্বাভাৱিক কমনীয়তা আছে যি নিশাক আৰু মধুৰ কৰি তোলে। [illegible]

প্ৰসাধন কৰি নিশা যেতিয়া আলোকৰ লগত ফুৰিবলৈ ওলাই আহে নিশাৰ মুখলৈ এবাৰ চাই আলোক অভিভূত হৈ পৰে।

আলোকৰ পাহৰি যাবৰ মন যায় যে নিশা এজনী বিবাহিতা ছোৱালী, যে নিশাৰ জীৱন অন্য এজনৰ জীৱনৰ লগত অবিচ্ছেদ্যভাৱে জড়িত হৈ পৰিছে, নিশাই আলোকৰ চকুত, আলোকৰ মানসত নিতৌ নতুন হৈ ধৰা দিয়ে। আলোকে মনৰ কোনোবা থিনিত এটা অব্যক্ত কোমল বেদনা অনুভৱ কৰে। ক'ত যেন কেতিয়াবা শুধৰাব নোৱাৰা ভুল এটা হৈ গ'ল।

আলোকে নিজকে নিজে শোধে, মই জানো নিশাৰ নিচিনা এজনী ছোৱালীৰ 'মামা', হবৰ কাৰণহে জন্ম লৈছিলো!

কিন্তু নিশাই আলোকৰ চেতনা ঘূৰাই আনে। নিশাই কয় "কি ভাবিছে আলোক মামা? মোক আজি খুব ভাল দেখাইছে নেকি?"

নিজক নিজৰ চিন্তা বিলাকৰ পৰা মুক্ত কৰিবৰ চেষ্টা কৰি আলোকে কয়— "আজি? কিয়? তোমাকতো মই আগৰে পৰা, সদায় ভালেই দেখি আহিছো।"

মৃদু হাঁহিৰে নিশাই কয়—"আগেয়ে আপুনি মোক ভাল দেখা নাছিল, সেই কথাৰ নতুন প্ৰমাণ বিচাৰিবৰ দৰকাৰ আছে জানো? আৰু এতিয়া যে আপুনি মোক ভাল দেখিব নোৱাৰে সেইটো মই এনেয়ে বুজি পাওঁ মামা।"

"কিয় সেইদৰে কৈছা নিশা?"

"ডাক্তৰৰ লগত মোৰ বিয়া হৈ যোৱা কথাটো জানো অস্বীকাৰ কৰিবৰ কিবা উপায় আছে?"

আলোক নিৰব হৈ যায়। কি নিষ্ঠুৰ কথাবোৰ ভাবিবলৈ আৰম্ভ কৰিছে নিশাই। নিশাক ভাল লাগিব লাগিলে জানো ডাক্তৰৰ লগত নিশাৰ সম্পৰ্ক অস্বীকাৰ কৰিব লাগিব? নিশাক আগেয়েও মই ভাল দেখিছিলো, আগেয়েও মোৰ ভাল লাগিছিল, এতিয়াও ভাল লাগে। হয়তো নিশাক ভাল লগাৰ মুহূৰ্তটোত মোৰ ডাক্তৰ শ্ৰীকণ্ঠৰ কথা পাহৰি যাবৰ মন যায়, কিন্তু নিশাই ডাক্তৰক পাহৰিব কেনেকৈ? পাহৰিবই বা কিয়?

আলোকে কোনো জটিল কথাৰ অৱতাৰণা নকৰে, কথাবোৰ সহজ কৰি আনিবলৈ চেষ্টা কৰে। নিশাক সহজ হৈ থাকিবলৈ দিব লাগিব। দিনে দিনে নিশা অলপ বেছি ভাবপ্ৰৱণ হৈ গৈছে। অৱশ্যে তাৰ কোনো প্ৰত্যক্ষ কাৰণ আলোকে বিচাৰি নেপায়।

আলোকে কবিতাৰ কথা উলিয়ায়। কোন দেশৰ কোন কবিয়ে কি নতুন দৃষ্টিভংগীৰে কবিতা লিখিবলৈ লৈছে তাৰ কাহিনী কবলৈ ধৰে। নিশাই

শুনি যায়। তাৰ পিছত কয়, "শঁচাকৈ মামা, কবিতা মই বৰ বেছি বুজি নেপাওঁ, পঢ়া শুনালো কিমান? কিন্তু আপুনি লিখে কাৰণেই আৰু আপুনি ভাল পায় কাৰণেই মহো কবিতা এসময়ত খুউব ভাল পাইছিলো। ছোৱালী জনীৰ নামো দিলো কবিতা—"

"আৰু আজিকালি?"

"আজিকালি আপুনি ওকালতিহে কৰে, নতুন কবিতা লিখিছে জানো?"

আলোকে অলপ লাজ পায়—"এৰা নিশা, নানা কামত ব্যস্ত থাকি আজি-কালি লিখামেলা কৰিবৰ আজৰিকে নোপোৱা হৈছো, আৰু জানাই তো, কবিতা যেতিয়াই তেতিয়াই লিখিব নোৱাৰি।"

অলপ পৰ মনে মনে থাকি নিশাই কয় "এৰা, মই বৰ ভুল ভাবি আছিলো। মই ভাবিছিলো মই আপোনাৰ পৰা দূৰলৈ গুঁচি যোৱাৰ পিছত আপুনি কবিতা লিখিব। মোৰ ভুল হৈছিল।"

আলোকে নিশাৰ মুখলৈ চালে। নিশাই অস্পষ্ট কথা কিছুমান স্পষ্টভাবে কবলৈ আৰম্ভ কৰিছে।

"তুমি কি কৈছা মই বুজিবই পৰা নাই নিশা"—

"ইমান সহজকৈ কৈছো তেওঁ বুজিব পৰা নাই নে? বুজাই কম?" মুখ জোকাৰি নিশাই সোধে, আলোকে তলমূৰ কৰি মনে মনে থাকে।

নিশাই লাহে লাহে কয়—"ভাবিছিলো এতিয়াও ভাবো আপুনি মোক ভাল পাইছিল আৰু সেইদেখি মই নোহোৱা হলে মোক উদ্দেশ্য কৰি আপুনি মৰমৰ কবিতা লিখিব। আমিযে কি অসম্ভৱ কথাবোৰ ভাবো কেতিয়াবা।"

নিশাৰ কথাই আলোকক নিৰৱ কৰি পেলায়। নিশা মোৰ জীৱনৰ মাজলৈ আহিবলৈ নেপালে, আহিবলৈ বিচাৰিছে মোৰ কবিতাৰ মাজলৈ। কিন্তু তাৰ কাৰণে মোৰ প্ৰেৰণা নোহোৱা হ'ল কিয়?

আলোকে নিজকে ক'লে—মই উকিল হৈ পৰিছো, ব্যৱসায়ী হৈ পৰিছো। জীৱনৰ তুচ্ছতাৰ মাজত আত্মতৃপ্তিৰ মোহ ৰচনা কৰিছো। এইটোতো জীৱনৰ পথ নহয়—মৃত্যুৰ পথ। কিন্তু এনেধৰণে মৃত্যুৰ হাতত দূৰ মৃত্যুৰ হাতত নিজক সমৰ্পণ কৰি দিবৰ কাৰণেই জানো মই আহিছিলো? টকাৰ মাজত তো জীৱনৰ মহত্বপূৰ্ণ বিস্তাৰ নাই,—আছে সংকীৰ্ণতা। পৃথিৱীতটো আমাৰ সকলোৰে টকা ঘটে, টকাৰ কাৰণে জীৱনটো শেষ কৰি দিছে, মহো কেনেকৈ সেই সহজ পথৰ পাৰলৈ নামি আহিলো? বিস্তাৰৰ পথ কি?

নিশা বেছি মূৰ্খ, বেছি জীৱন্ত হৈ মোৰ কবিতাৰ মাজত জী উঠিব। হয়তো

অধীৰতা। নিশা আৰু আলোক—আলোক আৰু নিশা। সিহঁতৰ পৃথিৱীত আৰু কোনো নাই—শ্ৰীকণ্ঠ নাই, কবিতা নাই, নীৰা নাই, মাৰ্গাৰেট নাই, মায়া নাই, বন্দনা নাই—কোনো নাই!

চিন্তাৰ শেষ নাই। কল্পনাৰ পাৰ নাই। তথাপি আলোকে কবিতা লিখিব নোৱাৰে। কবিতাৰ সোঁত হেৰাই গৈছে ক'ৰবাত। আজিও জানো নিশাই মোক ভাল পায়? মোৰ মৰম বিচাৰে? কিন্তু ডাক্তৰৰ লগত এই কেইবছৰৰ ইমান মধুৰ দাম্পত্য সম্পৰ্কটোৰ জানো কোনো অৰ্থই নাই!

নাই, নাই, ই মোৰ দুৰ্ব্বলতা। নিশাই পৰীক্ষা কৰিছে—মোৰ মনৰ বল জুখি চাইছে। ই কিন্তু বৰ নিষ্ঠুৰ পৰীক্ষা নিশা। সকলোৰে ক্ষেত্ৰত অভিনয় ভাল লাগে, কিন্তু হৃদয়ৰ ক্ষেত্ৰত, মৰমৰ ক্ষেত্ৰত পৰীক্ষা মাৰাত্মক। এই পৰীক্ষা অতি নিষ্ঠুৰ—আলোকে নিজকে কয়।

নিশাই চিনেমা চাবলৈকো প্ৰায়ে আলোকক লগ লয়। আলোকৰ আপত্তি কৰিবৰ উপায় নাই। কোনো কথাত নিশাক বাধা দিবৰ বা আপত্তি দৰ্শাবৰ শক্তি যেন আলোকৰ নোহোৱাই গৈছে। আলোকৰ ভালো লাগে। শান্ত সময়। নিশা নিৰৱে বহি থাকে আলোকৰ গাৰ কাষত। তাইৰ চঞ্চল দেহটোৰ সান্নিধ্যৰ কোমল উত্তেজনাখিনি সি স্পষ্টভাৱেই উপলব্ধি কৰে। ছবি চলি থকা সময়ত সি নিশাৰ মুখলৈ চায়। নিশায়ো ঘূৰি তাৰ ফালে চায়। সি অলপ বিব্ৰত হয়। নিশাই মিচিকাই হাঁহে।

ভাল ছবি নিশাই এখনো বাদ নিদিয়ে। আলোকে স্পষ্ট ভাৱেই অনুভৱ কৰে তাৰ মনৰ মাজত এটা বেলেগ মানুহৰ জন্ম হৈছে। সেই মানুহটো কোনোবা এটা বন্য আদিম মানুহৰ উত্তৰ পুৰুষ, সি দিনে দিনে আগবাঢ়ি আহি আছে—তাৰ অহাক বাধা দিবৰ কোনো উপায়, কোনো শক্তি আলোকৰ হাতত নাই।

আলোকে আইনৰ কিতাপবোৰৰ মাজত আশ্ৰয় লবলৈ বিচাৰিলে, গ্ৰীক ল, ৰোমান ল, হিন্দু ল, মেহমেদান ল,—পৃথিৱীত কিমান আইন। এই আইনবোৰেৰে মানুহে কত হেজাৰ বছৰ ধৰি মানুহক আগুৰি ৰাখিবৰ, বন্দী কৰি ৰাখিবৰ চেষ্টা কৰি আহিছে। কিন্তু আইনতকৈ মানুহ সদাই ডাঙৰ। আইনে জীৱনত ভুল শুধৰাবৰ চেষ্টা কৰিব পাৰে কিন্তু ভুলবোৰৰ পৰা মানুহক ৰক্ষা কৰিব নোৱাৰে। পাৰে জানো?

আইন আৰু কবিতা—দুটা বিপৰীতমুখী শক্তি। কবিতাই মানুহক বন্ধন-মুক্ত কৰিবলৈ বিচাৰে, জীৱনক সহজ কৰি, সুন্দৰ কৰি তুলিবলৈ বিচাৰে। সুবিধ

আভৰণক পিন্ধাই যি কবিতাই অনুভূতিৰ আভৰণক সত্যৰ পৰিমাণে সুন্দৰ কৰি তুলিবলৈ বিচাৰে।

আৰু আইনে? আইনে জীৱনক নিয়ন্ত্ৰণ কৰিবলৈ বিচাৰে, সংকুচিত কৰিবলৈ বিচাৰে। জীৱনটোক মুক্ত পাৰ্বত্য নিজৰা গুচাই, ঠেক খাল কৰি পেলাবলৈ বিচাৰে! আলোকে নিজকে সুধিলে এই দুটাৰ মাজত সমন্বয়ৰ কিবা সম্ভাৱনা আছে?

কিন্তু আজিৰ দিনত মানুহৰ জীৱন অখণ্ড নহয়, খণ্ড খণ্ড। আজিৰ মানুহ বহুৰূপী। উকিল চৌবিশ ঘণ্টাই উকিল নহয়। কবি দিনে-ৰাতিয়ে কবি নহয়। আজিৰ জীৱনত প্ৰতিটো মুহূৰ্তৰ স্বকীয় অস্তিত্বক স্বীকাৰ কৰি লোৱাৰ নামেই বাস্তৱবাদী হোৱা। সমন্বয়ৰ পথ নাই। কিন্তু জীৱনৰ প্ৰতিটো অৱস্থাক, তাৰ নিজস্বতাক মানি লব লাগিব। বৰ্তমানৰ জানো অতীতৰ বুকুত জন্ম হয়? নহয় অতীতো স্বকীয়া, বৰ্তমানো স্বকীয়া। ৰাতিৰ বুকুত দিনৰ জন্ম কোনোদিন হোৱা নাই। ৰাতিৰ শেষত আছে দিন—দিনৰ ৰাতিৰ লগত কোনো সম্পৰ্ক নাই। প্ৰতিটো স্বতন্ত্ৰ।

আগগুৰি নোহোৱা বহুত চিন্তা আলোকৰ মনলৈ আহে।

কুঁহিয়াৰ আৰু গুৰ, গুৰ আৰু চেনি—প্ৰতিটো বস্তু জানো একেবাৰেই সম্পৰ্কহীন? চেনিৰ বুকুত জানো কুঁহিয়াৰৰ অস্তিত্ব লুকাই থকা নাই? কুঁহিয়াৰৰ বুকুত জানো চেনিৰ সম্ভাৱনা নাই? তেন্তে ক'ত আছে বস্তুৰ স্বয়ংসিদ্ধতা, নিজস্বতা?"

আলোকে কেতিয়াবা নিশাক কৈ দিয়ে "নিশা, মই একো বুজিব পৰা নাই।" তাৰ কথাক এক প্ৰকাৰ উৰাই দি নিশাই উজ্জ্বলভাৱে কৈ উঠে—"বুজিব পৰা নাই? বুজিবলৈ আছে কি? বুজিছে, কিন্তু মই জানো—আপুনি বৰ ভয়াতুৰ।"

*　　　　*　　　　*　　　　*

কাছাৰীৰ পৰা ঘূৰি আহোঁতে আলোকৰ পলম হ'ল।

নবেম্বৰ মাহৰ চুটি দিন, কাছাৰী শেষ কৰি আলোকে দৰ্জিৰ তাত সোমাই নতুনকৈ চিলাবলৈ দিয়া গৰম চুটকোট লৈ আহিল। দৰ্জিৰ দোকানত হঠাৎ আলোকৰ মনত পৰিল যে ডাক্তৰ বৰুৱাৰ বিয়াৰ পৰা নিশাই এটাও নতুন কাপোৰ-কানি লোৱা নাই। পুৰণিবোৰকে পিন্ধি আছে। অৱশ্যে নিশাৰ পুৰণি কাপোৰ-কানি বহুত আছে। কাপোৰবোৰো দামী। সেই বুলি সদায়েই পুৰণি কাপোৰকে পিন্ধি থাকি বেয়া দেখাব জানো।

দোকান এখনৰ পৰা আলোকে বিশেষ নেজাৰি নিশাৰ কাৰণে এখন উলৰ স্কাৰ্ফ কিনিলে, ডীপ-চকলেট ৰঙৰ। মনতে ভাবিলে এইটো ৰং নিশাই ভাল পাব।

আজি দুটা মোকৰ্দমাৰ আৰগুমেণ্ট আছিল। আলোকে টকাও পালে যথেষ্ট। স্কাৰ্ফখনৰ কাৰণে টকা বত্ৰিশটা খৰচ কৰি বেয়া নাপালে।

নিশাৰ বিয়াততো মই একো দিব নোৱাৰিলো।

ঘৰলৈ আহি আলোকে নতুন ছুটজোৰ পিন্ধি চালে। ভালেই হৈছে। Ash Colour-ৰ উলৰ কাপোৰ আলোকৰ ভাল লাগে।

কাপোৰ সাজ সি খুলিলে। হাতত স্কাৰ্ফখনৰ টোপোলাটো লৈ আলোক নিশাৰ ঘৰলৈ গ'ল।

পৰ্টিক'ত উঠি আলোকে অন্য দিনাৰ দৰে সকৈ মাতিলে—"নিশা।"

কাৰো মাত নাই। নিশা ক'ৰবাত ফুৰিবলৈ গ'ল নেকি? কিন্তু অকলেতো নিশা ফুৰিবলৈ কাহানিও নেযায়। তাতে আজি মাহীদেউ নাই, ৰান্ধনি ল'ৰাটোও নাই।

আলোক ভিতৰলৈ সোমাই গ'ল। কিবা কিতাপ এখন আগত লৈ কবিতা এনেই বহি আছে।

"মা ক'ত আছে কবিতা?"

কবিতাই মূৰ তুলি চালে, মাকৰ দৰেই কবিতায়ো আলোকক 'মামা' বোলে।

"সেইয়া কি মামা?" কবিতাই আলোকৰ হাতত কাগজেৰে মেৰিয়াই অনা স্কাৰ্ফখন দেখুৱাই সুধিলে।

"মা নাই নেকি?"

"আছে, মাৰ গা ভাল নাই—ভাইটিৰ লগত শুই আছে।"

"চাহ খালা?"

"উঁ—"

"মাই খালে?"

"উঁ—"

"আমাৰ বোহন আহিছেনে।"

"ও ৰান্ধনি-শালত আছে—ভাত বনাইছে!"

"তোমাৰ টোপনি আহিছে নেকি? হওক দেই। ভাত খাই শুবা. এতিয়া পঢ়া?"

আলোকে অন্য দিনাৰ দৰেই জেপৰ পৰা উলিয়াই লজেঞ্চ দুটামান কবিতাক দিলে।

নিশাৰ কোঠাৰ লাইট জ্বলোৱা নাই। বাজৰ কোঠাৰ লাইটৰ ক্ষীণ পোহৰ অলপ দুৱাৰৰ পৰ্দাইদি সৰকৈ আহি কোঠাটোৰ ভিতৰত পৰিছেহি। কোঠাটো পোহৰ হোৱা নাই, কিন্তু আন্ধাৰ হৈও থকা নাই।

আলোক কোঠাটোলৈ সোমাই গ'ল।

বিচনাখনতে ডিঙিলৈকে লেপ এখন লৈ নিশা শুই আছে।

“নিশা”—আলোকে মাতিলে।

নিশাৰ যেন টোপনি।

আকৌ আলোক মাতিলে—“নিশা।”

নিশাই চকু দুটা মেলি চালে আৰু লাহেকৈ মাতিলে—“মামা নেকি? বহক।”

“শুই আছা কিয়? গাটো ভাল লগা নাই নেকি?”

চকীখন চপাই আনি বহিব খুজি আলোকে সুধিলে, “লাইটটো জ্বলাই দিওঁনে?”

“ওঁ:হো, লাইট নজ্বলাব, বৰ চকুত ধৰে।”

আলোক বহিল, নিশাৰ মাতটো দুৰ্বল—অসুখ হোৱা মানুহৰ নিচিনা।

“কি হৈছে নিশা?” অলপ ব্যগ্ৰ হৈয়ে আলোকে সুধিলে।

“হাৰ্ট পেল্‌পিটেছন্। বহুত দিনৰ মূৰত আকৌ ধৰিলে।”

“কিমান সময়ত?”

“সন্ধিয়াৰ সময়তে।”

“এতিয়া অলপ ভাল লাগিছেনে?”

“অলপ ভাল লাগিছে। কিন্তু একেবাৰে এৰা নাই। এতিয়াও পেল্‌পিটেছন, অলপ হৈ আছে।”

“কথা নকবা, কথা কোৱা বেয়া।”

অলপ পৰ নিশা মনে মনে থাকিল। তাৰ পিছত ক'লে—“গিলাচতে গ্লুক'জ-পানী আছে দিয়ক চোন।”

মূৰ শিতানত থকা সৰু টিপয়খনৰ পৰা আলোকে গ্লুক'জৰ চৰ্বত গিলাচ নিশাক দিলে।

“ৰ'ব, মই অলপ বহোঁ, নহলে কেনেকৈ খাম।”

“বহিব পাৰিবা জানো?”

“অকণমান মূৰটোত ধৰি দিয়কচোন—বৰ দুৰ্বল লাগিছে।”

আলোকে নিশাৰ মূৰটো হাতি ধৰিলে। নিশা বহিল আৰু আলোকৰ পৰা চৰ্বত গিলাচ লৈ লাহে লাহে পী থাকে।

"অলপ বহি থাকিবা নেকি ?"

নিশাই ক'লে—"মূৰটো ঘূৰাই আছে। বহি থাকিলে পৰি যাম।"

কিন্তু নিশাই তথাপি যত্ন মকৰিলে। লাহে লাহে ক'লে—"অকণমান বহো। আপুনি বহি মোক ধৰি থাককচোন।"

আলোক বিচনাতে বহিল, নিশাই অলসভাৱে আলোকৰ বুকুতে আউজি বহি থাকিবৰ চেষ্টা কৰিলে।

কিছুপৰ নিৰৱে কাটি গ'ল।

"এতিয়া অলপ ভাল লাগিছেনে নিশা ?" নিশাৰ মূখৰ ওচৰলৈ মুখ নি আলোকে সুধিলে।

চকু দুটা মুদি নিশা আলোকৰ বুকুতে পৰি আছিল। লাহে লাহে চকু মেলাকৈয়ে নিশাই ক'লে, "অলপ ভাল পাইছো, "কিন্তু একেবাৰে এৰা নাই কিজানি—"

নিশাই আলোকৰ সোঁহাতখন নিজৰ হাতত ললে, আৰু নি নিজৰ বুকুত হেঁচি ধৰিলে অলসভাৱে।

আলোকে অনুমান কৰিলে এতিয়াও অলপ পাল্‌পিটেছন্ হৈ আছে।

আলোকৰ হঠাৎ যেন চেতনা হ'ল। আজাৰ কোঠাটোত নিশাৰ বিচনাত বহি, বুকুৰ মাজত নিশাক সাবটি লৈ, সোঁহাতেৰে নিশাৰ বুকুৰ কঁপনি অনুভৱ কৰিবৰ এই চেষ্টা!

"মাইমেণ্ট নাই, বান্ধনি টো নাই—অকণ মানটো ভই আছে।"

আলোকৰ কাণমূৰ গৰম হৈ উঠিল। তাৰ যেন এটা অজানিত ভয়ত গাটো কঁপি উঠিল এবাৰ।

লাহে লাহে আলোকে নিশাৰ বুকুৰ পৰা হাতখন একৰাই আনিবৰ চেষ্টা কৰিলে।

গম পায়ে যেন নিশাই ক'লে—"অলপ ধৰি থাককচোন। ভাল লাগিছে।" আৰু অলসভাৱে নিশাই আলোকৰ বুকুত নিজক এৰি দিলে। অপ্ৰস্তুতভাৱে আলোকে নিশাৰ কোমল দেহাটোৰ চঞ্চল উত্তাপখিনি অনুভৱ কৰি যাব ধৰিলে।

সেইদৰেই পৰি থাকি নিশাই ক'লে, "জানে মামা, কালি ৰাতি মোৰ একেবাৰে টোপনি নাহিল। কি কথাবোৰ যে ভাবিচিন্তি কটালো, টোপনি নহ'লেই হাৰ্ট-ট্ৰাবল হয়।"

"টোপনি নাহিল কিয় ?"

"আপোনাৰ ভালো আহিছিল ?"

"মোৰ ? তাৰ মানে ?" নিশাৰ মুখলৈ আস্থাৰৰ মাজেদিয়ে আলোকে চালে আৰু নিশাৰ কথাবাৰৰ অৰ্থটো বুজিবৰ চেষ্টা কৰিলে।

ইহাৰ নিচিনা কৰি নিশাই ক'লে, "অ' আপোনাৰ তেন্তে টোপনি আহিছিল ? মই আকৌ ভাবিছিলো মোৰ দেখিয়া কিবাকিবি বোৰ ভাবি টোপনি নাহিল—আপোনাৰো নাই অহা কিজানি—"

নিশাই আলোকলৈ আধামুদা চকুহুটা তুলি চালে, আলোকে অনুভৱ কৰিলে যেন চুমা খাবৰ কাৰণেহে নিশাই ওঁঠ দুটা আগবঢ়াই দিছে।

লাহে লাহে আলোকে নিশাৰ বুকুৰ মাজৰ পৰা হাতখন একবাই আনিলে। আৰু নিশাৰ মুখৰ ওচৰত মুখখন ৰাখি ক'লে—"মোৰো ভাল টোপনি অহা নাছিল নিশা। বাৰু, এতিয়া অলপ শুই থাকা! ভাত খাবা নহয় ?"

"মই ভাত নেখাওঁ।"

কথাষাৰ এনে ধৰণে নিশাই ক'লে যেন তাৰ এটা অন্য ইংগিত আছে।

নিশাই যেন এইটো মুহূৰ্তত পেটৰ ভুখাৰ কথা পাহৰি গৈছে। যেন অন্য এটা দুৰ্বাৰ ক্ষুধাই নিশাক বিহ্বল কৰি তুলিছে। নিশাৰ আধামেলা চকুৰ চাৱনিত আলোকে দেখিলে হাজাৰ যুগৰ অনিৰ্বাণ কামনাৰ জুই।

আলোক সচকিত হৈ উঠিল।

আলোকে নিশাক শুৱাই দিলে। পুনৰ দুৰ্বল অলসভাৱে নিশা শুই পৰিল। আলোকে নিশাৰ গাত লেপখন ভালকৈ দি দিলে।

কোঠাটোৰ পৰা আলোক ওলাই আহিল। পোহৰলৈ আহি আলোকে অনুভৱ কৰিলে যে সি বহুত দিন ক'ববাৰ এটা ৰহস্যময় আন্ধাৰ কোঠাত সোমাই আছিল—বহুত অবোধ্য মায়াই, বহুত নাম-নোহোৱা অদৃশ্য হাতে তাক যেন ধৰি ৰাখিছিল। সি আজি তাৰ পৰা মুক্ত হৈ আহিছে।

আলোকে দেখিলে কবিতাই বহাতে টোপনিত মূৰ দুপিয়াইছে। কবিতা জনীলৈ তাৰ মৰম লাগিল। সি কবিতাক কোলাত লৈ বিচনাত শুৱাই দিলেগৈ।

আলোক আকৌ এবাৰ নিশাৰ বিচনাৰ ওচৰলৈ গ'ল। অলপ পৰ বৈ নিশাৰ মুখৰ ফালে চাই ৰ'ল, তাৰ পিছত ওলাই আহিল।

আলোকে নিজৰ ঘৰটোৰ ফালে চালে। সকলৈ এটা লাইট মাথো জ্বলি আছে। পাতল কুঁৱলীয়ে চাৰিও দিশ ঢাকি ৰাখিছে।

আকৌ আলোকৰ চকুত পৰিল মাজত থকা বাঁহৰ পুঁৱলি চকোৱাখন জুলে

যেন কুঁৱলীৰ মাজত নোহোৱা হৈ পৰিছে। সি অনুভৱ কৰিলে যেন নিশাৰ মন আৰু তাৰ মনৰ মাজত কোনো ৰেখা-চকোৱা, কোনো দিনেই নাছিল। কিবা আগগুৰি নোহোৱা কথা কিছুমান ভাবি আলোকে কবিতা বহী চকীখনতে বহি থাকিল—বহুত পৰ, এনেয়েই কবিতাই পঢ়া কিতাপটোৰ পাত লুটিয়ালে। চাৰিওফালে যেন কিছুমান অদৃশ্য শূন্যই কিবা গান গাইছে। সি একো বুজা নাই; একোকে বুজি পোৱা নাই।

মোহনে তাৰ তন্ময়তা ভংগ কৰি দি মাতিলেহি। "ছাৰ, ভাত উলিয়াম নেকি?"

"ভাত? ওঁ, হ'ল নেকি? বাঢ় দিহা কৰগৈ।"

মোহন গুচি গ'ল। আলোক বহাৰ পৰা উঠিল। আকৌ নিশাৰ বিচনাৰ কাষলৈ আহিল।

এইয়াৰ নিঃসংকোচে আলোকে নিশাৰ কপালত সোঁহাতখন দিলে। নিশা যেন অলপ জিকাৰ খাই উঠিল।

আলোকে মাতিলে "ভাত উলিয়াইছে—উঠিবানে নিশা?"

নিশাই চকু মেলি চালে।

"লাইটটো জলাই দিয়ক চোন।"

আলোকে চুইচ্‌টো টিপি দিলে।

লাহে লাহে নিশা বিচনাতে বহিল। নিশা বৰ অৱশ আৰু দুৰ্বল, যেন বহুত দিনৰ টোপনি খতিৰ পিছত অলপ টোপনি গৈ এতিয়া সাৰ পাইছে!

"এতিয়া, অলপ ভাল লাগিছেনে বাৰু?"

এটা কৰুণ হাঁহি ওঁঠত বিৰিঙাই নিশাই ক'লে, "ইমান সোনকালে মৰিম বুলি ভাবিছেনেকি? নমৰো"।

"ছিঃ বাজে কথাবোৰ নক'বাচোন।"

নিশাৰ গাৰ কাপোৰ-কানি সংযত কৰি লবলৈ দি আলোক কোঠাটোৰ পৰা ওলাই আহিল।

নিশাই সুধিলে, "কবিতা অলেনেকি?"

"অখনিয়ে অলে।"

"বহুত দিন ধৰা নাছিল। আজি হঠাৎ ধৰিলে—একেবাৰে কাহিল কৰি দিলে। ৰাতি কিমান হ'ল?"

আলোকৰ হাতৰ ঘড়ীটোত চাকেহে, বাজিছে! আকৌ মোহন আহি সুধিলে, "ভাত উলিয়াওনে?"

আলোকে নিশাৰ মুখলৈ চালে, "মোক অলপ গৰম গাখীৰে লৈক দিবা মোহন? মই ভাত নাখাওঁ। মামাক ভাত দিয়া।"

দুয়ো উঠি গৈ ভাত খোৱা মেজৰ কাষত বহিলগৈ।

"অসুখ হলে ডাক্তৰক মতাব লাগে।"

"হাৰ্টৰ বেমাৰ, ডাক্তৰে একো কৰিব নোৱাৰে। ক'ৰামিন আছে তাৰে কেইটোপালমান আৰু গ্লুক'জ খাই নিতাল মাৰি পৰি থাকিব লাগে।"

"কষ্ট হয়, নহয়?" আলোকে সুধিলে।

নিশাই হাঁহিলে। করুণ হাঁহি—মাঘৰ শেষৰ ক্ষীণ ৰ'দৰ দৰেই শান্ত।

"হাৰ্টৰ বেমাৰ। ধৰিলে মৰিম যেন লাগে—যেন এতিয়াই উশাহটো বন্ধ হৈ যাব। মোৰ কিন্তু মৰিবৰ মন নেযায়।"

আলোক তাৰ পৰা উঠি গ'ল, আৰু কাগজেৰে মেৰিওৱা টোপোলাটো আনি নিশাৰ হাতত দিলে।

আলোকৰ চকুলৈ চাই নিশাই টোপোলাটো খুলিলে।

"কাৰ?" স্কাৰ্ফখন চকুৰ আগত দাঙি ধৰি নিশাই সুধিলে।

"আৰুনো মোৰ কোন আছে?"

নিশাই চকুৰ কোণেদি এবাৰ আলোকৰ ফালে চালে।

লাহে লাহে নিশাই ক'লে, "আজি দিছে! আগতে নিদিলে কিয়?"

"আগতে? কেতিয়া?"

"যেতিয়া মোৰো আপোনাৰ বাহিৰে কোনো নাছিল?"

"তেতিয়া মই বুজা নাছিলো নিশা—" আলোকে ক্ষুণ্ণ মাতেৰে ক'লে।

"এতিয়াওতো আপুনি একো বুজা নাই—"

আলোকে নিশাৰ মুখলৈ চালে। নিশাই আলোকৰ গাত নতুন চুটজোৰ দেখি মিচিকাই হাঁহিলে।

"মনৰ অভাৱটো জানো কাপোৰ দি ঢাকিব পাৰি?"

ভাত খাই উঠাৰ পিছত আলোকক নিশাই ক'লে, "অকলে মোৰ ভয় লাগে। আজি আপুনি ইয়াতে থাকক, সৌ ভেৰেণ্ডৰ বিচনাখনতে শুই থাকিব। মই শোওঁগৈ।"

॥ একত্রিশ ॥

মৰমৰ নিশা,

বহুত দিনৰ মূৰত মোৰ চিঠিখন পাই নিশ্চয় অলপ আচৰিত হ'বা। তুমিতো আজিকালি মোলৈ নিলিখাই। এবা কথা বতৰা পাতিবলৈ কোনো নেথাকিলে, অকলশৰীয়া হৈ থাকিব লগীয়া হ'লে হে বন্ধু বান্ধবীলৈ চিঠি লিখিব লগীয়া হয়।

শুনিছো বোলে আলোকমামা তাতে তোমালোকৰ লগতে আছে। তেখেত থকাৰ কাৰণে নিশ্চয় তোমাৰ ভাল লাগিব পায়। অৱশ্যে আজি-কালিও তেখেত কবি হৈ আছেনে নাই কব নোৱাৰো। ওকালতিত খুউব পইছা কৰিছে বোলে। বহুত দিন লগ পোৱা নাই। আজিকালিতো ডিব্রুগড় নেৰেই।

তোমাৰ গা নিশ্চয় ভালে আছে। কবিতাজনী ধুনীয়াজনী হৰ পায় চাগৈ। অ' অহা বৰদিনৰ বন্ধত এবাৰ সেইফালে যাব পাৰো। মাৰ অসুখ—কিবা অপাৰেছন কৰাৰ লাগিব হ'বলা। আজিকালিতো অন্য চিকিৎসা নাই। ৰোগ হ'লেই কাটি চিঙি পেলাই দিয়ে। বেয়া নহয়। নহয় নে বাৰু?

আশা কৰো তেতিয়া তাতে থাকিবা। তোমাৰ অসুবিধা নহলে কেইদিন মানৰ কাৰণে তোমাৰ তাতে থাকিম। এইফালে সকলোৰে ভাল।

ইতি—

—মায়া

চিঠিখন আগতলৈ নিশা বহি আছিল খিৰিকীখনৰ কাষতে। ঘৰটো নিমাওমাও। আলোক নাই। তিনদিনৰ কাৰণে ঘৰলৈ গৈছে। কাছাৰী বন্ধ আছে। আজি আলোক আহি পোৱাৰ কথা। কবিতা শুইছে। দুপৰীয়া ভাত খাই উঠি শুই টোপনি গৈছে—নিশাৰ ওচৰতে।

নিশাই কবিতালৈ চালে। কবিতাও ধুনীয়াজনী হ'ব, যদি ভালে থাকে। চাওঁতে চাওঁতে তাইৰ পাঁচ বছৰ পাৰ হৈ গ'ল। ইঃ মোৰ বিয়া হোৱা ছবছৰ হৈ গলনে? এবা, তাকৰ বাৰুবে চাওঁতে চাওঁতে এবছৰ হৰহি এতিয়া। এবছৰ হ'বইনে? নহয়, নহয়, আঠ মাহ হৈছে। আঠ মাহে এবছৰ নহয়।

কিন্তু আৰু চাৰি মাহৰ মূৰতহে এজনৰ হ'ব। তাৰ আৰু এবছৰ পিছত হব চুনহৰ। তাৰ পিছত ডাক্তৰ ঘূৰি আহিব।

নিশা উঠি থিয় দিলে।

মায়াৰ চিঠিখন ভাঁজ কৰি কেৱল ত্ৰয়াৰত হুমুৰাই থলে নিশাই।

ডাক্তৰ ঘূৰি আহিব।

তাৰ পিছত? তাৰ পিছত আৰম্ভ হব এটা অবিচ্ছিন্ন সাধাৰণ জীৱন। আৰম্ভ হ'ব দাম্পত্য জীৱনৰ প্ৰাচীন নিয়ম পুনৰাবৃত্তি। ডাক্তৰে মোক মৰম কৰিব, মৰমৰ কথা ক'ব। মোক পাবলৈ বহুত প্ৰয়াস কৰি অবাধে জয়ী হ'ব। আৰু সেইদৰে মোৰ জীৱনটো পুৰণি হৈ যাব। লাহে লাহে জীৱনটো শেষ হৈ যাব।

এতিয়াইতো মই বহুত পুৰণি হৈ গৈছো। মায়া মোতকৈ বয়সত এবছৰ ডাঙৰ—আজিও তাইৰ বিয়া হোৱা নাই। তাই কিমান ধুনীয়া জনী হৈ আছে, গাভৰু জনী হৈ আছে! মোৰ যদি ইমান 'সোনকালে বিয়া নহলহেঁতেন! ডাক্তৰেইতো মোৰ প্ৰকৃতিৰ কাৰণে বাট নেচাই ইমান সোঁৱা-সোঁৱিকৈ বিয়া পাতি পেলালে! ডাক্তৰ স্বাৰ্থপৰ! ডাক্তৰে জানো মোৰ ভালপোৱা বিচাৰিছিল? উহোঁ, তেওঁ মোক মানুহজনীক বিচাৰিছিল! পালে—পাইছে। ভালপোৱা বিচাৰিব তেওঁ নেজানেই। মিলিটাৰী ডাক্তৰ, ভালপোৱা তেওঁ কি বুজে? মোক ধুনীয়া দেখিলে, গাভৰু দেখিলে—মোৰ দেহাটোলৈ লোভ লাগিল—মোক নিজৰ কৰি ললে। ডাক্তৰে নিজৰ স্বাৰ্থৰ বাহিৰে অন্ত একো নেভাবে। ডাক্তৰ নিজৰ কাৰণে জীয়াই আছে। আজি মোক ইয়াত এৰি বিলাতলৈ কিয় গুচি গ'ল? নিজৰ স্বাৰ্থ পূৰণৰ কাৰণে।

ডাঙৰ মিৰৰ খনৰ সন্মুখত বৈ নিশাই নিজৰ গোটেই মানুহজনীক এবাৰ ভালকৈ চালে।

নাই, নাই, মই অকণো বুঢ়া হোৱা নাই, অকণো বেয়া হোৱা নাই। ৰূপ মোৰ অটুট আছে। কবিতাইতো মোৰ সৌন্দৰ্য্যৰ অকণো অপকাৰ কৰা নাই। কিন্তু সেই অপাৰেছনটো! হওঁক···।

নিজকে চাই থাকি নিশাৰ ভাল লাগিল। গাৰ ছুৱলা পূৰ্ঠ আৰু বাঢ়নী হৈ আছে—তাত অকণো বয়সৰ আঁচোৰ নাই লগা।

মই কিজানি মায়াতকৈও বেছি গাভৰু হৈ হে আছো।

বাইশ বছৰত কোনো ছোৱালী বুঢ়ী নহয়। নিশাৰ গাৰ পৰা চাদৰখন আপুনিয়ে খহি পৰিছিল। নিজৰ গাটোলৈ নিশাই চালে। ধুনীয়া হৈ আছে।

দুটা সন্তানৰ মাতৃ হলেও নিশাৰ বুকুৰ গঠন অটুট আছে। আলসুৱাকৈ নিশাই নিজৰ বুকুত হাত ফুৰাই চালে। ডাক্তৰে প্ৰায়ে কোৱা এষাৰ কথা নিশাৰ মনত পৰিল। ডাক্তৰে কথাবোৰ ধুনীয়াকৈ কব নেজানে। কিন্তু সঁচা কথাকে কয় ডাক্তৰে। হয়তো সকলো স্বামীয়েই নিজৰ পৰিবাৰক তেনেকুৱা সঁচা কথা কয়।

এইটো মুহূৰ্ত্ততে নিশাই অনুভৱ কৰিবৰ চেষ্টা কৰিলে যে তাই এজনী নতুন গাভৰু, তাই এজনী অবিবাহিতা কুমাৰী। তাইৰ দেহমন সকলো অক্ষত, অক্ষুণ্ণ আছে। তাই এই পৃথিৱীৰ সৌন্দৰ্য্যৰ মেলাৰ মাজত এখোজ পেলাইছে মাথোন। তাইৰ কোমল চুলিত শাৰদী জোনাকৰ আশীৰ্বাদ, তাইৰ বুকুৰ মাজত দূৰ সাগৰৰ উন্মত্ত জোৱাৰৰ মৃদু আঘাত।

ডাক্তৰ শ্ৰীকণ্ঠ, কবিতা আৰু ল'ৰাটোক তাই নিচিনে! সিহঁত তাইৰ জীৱনৰ পৰা বহুত দূৰত থকা অচিনাকি মানুহ। সিহঁতৰ থকা-নথকাৰ লগত তাইৰ কোনো সম্বন্ধ নাই।

মটৰ গাড়ী এখন আহি পদূলিমূৰত ৰোৱা দেখি নিশাই ঘূৰি চালে—এখন টেক্সি। তাৰ পৰা আলোক নামিছে, হাতত সৰু হেণ্ড বেগটো লৈ।

টেক্সিখন গুচি গ'ল। আলোক নামি আহিল। মুহূৰ্তৰ কাৰণে নিশাই নিজৰ ভিতৰত এটা চাঞ্চল্য অনুভৱ কৰিলে। আলোকেই জানো মোৰ জীৱনৰ অপৰিচিত আলহী? মোৰ জীৱনৰ মাজত জানো আলোকৰ ক'তো ঠাই নাই?

অলপ ইতস্ততঃ কৰি নিশা আলোকৰ ফালে আগবাঢ়ি গ'ল।

সহজ হবৰ চেষ্টা কৰি নিশাই হাঁহি ক'লে, "আহিলে মামা?"

"ওঁ—আহিলো নিশা। তোমালোকৰ সকলোৰে ভাল নহয়?"

নিশাই একো নেমাতিলে।

নিশাৰ পিছে পিছে আলোক ভিতৰলৈ সোমাই আহিল।

চকীখনত বহি আলোকে ক'লে "কালিয়ে ঘূৰি আহিম বুলি ভাবিছিলো, কিন্তু কণকাইদেউৰ অসুখ আকৌ বেছি হৈছে, আৰু অন্যান্য কামো দুই চাৰিটা আছিল।"

"আজি জানো কাছাৰী বন্ধ নাছিল?"

"আজি বন্ধ আছিল।"

"সেয়ে আজিয়ে গুচি আহিল?"

নিশাই সুধিলে। নিশাৰ সঁচাকৈয়ে জানিবৰ মন গৈছিল, কিন্তু আলোক আজিয়ে ঘূৰি আহিল।

"আজিৰে? মানে—তুমি—তোমালোক ইয়াত সকলো আছা ভাবিলো কিজানি কিবা অসুবিধা হয়—মানে"

"অ' মোৰ কাৰণেও কেতিয়াবা চিন্তা কৰে জেনেহলে?"

অলপ গহীন হবৰ চেষ্টা কৰি নিশাই ক'লে।

আলোকে পোনপটীয়া ভাবে নিশাৰ মুখলৈ চালে। বিশেষ নভবাকৈ আলোকে ক'লে,—

"সেইবাৰ কথা জানো মই আজিও বুজাই কব লাগিব নিশা?"

"কিন্তু কিয় ভাবে মোৰ কথা?"

আলোকে ক'লে 'অ' তোমাৰ কাৰণে ভাবোতা নিজৰ মানুহ আছে। কিন্তু মইনো আৰু কাৰ কথা ভাবিম?"

নিশাৰ মুখখন এটা নতুন তৃপ্তিত ৰঙা পৰি উঠিল। মনৰ ভাব সংযত কৰিবৰ চেষ্টা কৰি নিশাই ক'লে—"হাতমুখ ধোৱক, মই চাহ কৰিছো।"

আলোক বাথৰুমলৈ গ'ল।

অলপ পৰৰ মূৰত নিশাই চাহ জলপান উলিয়াই আলোকক ভিতৰলৈ মাতিলে। ইতিমধ্যে শুই থকা কবিতায়ো সাৰ পালে। মাহীদেৱেকো ল'ৰাটো লৈ ভিতৰ সোমাই আহিল।

"বাপা আহিলা?"

"এইমাত্ৰ পাইছোহি মাহীদেউ। ভালে আছে সহয়?"

"এৰা, আছো।"

তাৰ পিছত অলপ ভাবি বুঢ়ীয়ে ক'লে "আমাৰ গাঁৱৰ খবৰ কালেহে ভাল নাই বোলে। ভতিজা বোৱাৰীজনীৰ বোলে বৰ টানেই! এইমাত্ৰ খবৰ দিলেহি।"

নিশাই অৱশ্যে বুঢ়ীৰ ভতিজা বোৱাৰীয়েক কোন নেজানে। তথাপি সুধিলে, "কি হৈছেনো মাহীদেউ?"

"কেনেকৈনো জানিম কি হৈছে। গা-নবীয়া আছিল। মাইকী মানুহবনো অসুখ-বিসুখৰ কি লেখ জোখ আছে!"

বুঢ়ীয়ে কিবা এটা কবলৈ অলপ ইতস্ততঃ কৰা যেন অনুমান কৰি নিশাই ক'লে "আপোনাক মাতি পঠাইছে নেকি?"

"নহলেনো এনেই খবৰ দিয়নে?"

হৰিণ-মৰিণ নহলেনো আমাক কোনে বিচাৰে, "জেনেহলে আপুনি যাবনেকি? যাওক, নহয় জানো?" বুঢ়ীয়ে নিশাৰ মুখলৈ চালে।

“অসুবিধা নহয় মাহীদেউ। মই ধুবুৰীত থাকোঁতে অকল ছোৱালীজনীক লৈয়ে কতদিন অকলে থাকো তাতৰ দূৰণিলৈ গ'লে। আৰু মামাও আছিল যেতিয়া।”

নিশাই আলোকৰ মুখলৈ চালে মুখত অস্পষ্ট কৃতালিৰ আভাস।

“এৰা, মইয়ো তাকে ভাবিছো। বাপা যেতিয়া আহি পালেহি, তোমালোকৰ একো ভয়, চিন্তা নাই। মই কেইদিন মানতে ঘূৰি আহিম গৈ যদি একো অথন্তৰ নঘটে।”

“আমাৰ কাৰণে আপুনি অকণো চিন্তা নকৰিব, মাহীদেউ। নগৰৰ মাজত আছো—আজি-কালি ছোৱালী মানুহে আগৰ নিচিনা ভয়-ভীত নকৰে। আৰু মামা আছে যেতিয়া মোৰ অকণো অকলশৰীয়া যেন নালাগিব।”

বাহিৰৰ ফালে চাই বুঢ়ীয়ে ক'লে, “আজি আৰু গধূলিয়েই হ'ল। ৰাতিটো থাকো। কালিলৈ দহ বজাৰ বেলত যামগৈ।”

আলোকে সুধিলে “মাহীদেউ জানো বেলত অকলে গৈ ঘৰ ওলাবগৈ পাৰিব?”

“যাম যেনেতেনে। লগ এটা নো ক'ত পাও থিতাতে?”

অলপ ভাবি নিশাই ক'লে, “আমাৰ ৰান্ধনি ল'ৰাটোক মাহীদেউৰ লগত পঠিয়াই দিম। সি থৈ আহিবগৈ।”

বুঢ়ীয়ে ক'লে, “তোমালোকৰ ভাত চাহ খোৱাত অসুবিধা নহব জানো?”

“একো অসুবিধা নহয়। মামাৰ ৰান্ধনিটো আছে নহয়। দুদিন মানৰ কাৰণে তাকে ধাৰলৈ নেপাম জানো মামা?”

আলোকে সৰকৈ হাঁহি নিশাৰ মুখলৈ চালে তাৰ পিছত উঠি থিয় দি ক'লে, “মই বাৰু ঘৰলৈ যাও এতিয়া নিশা।”

নিশাই একো নেমাতিলে। কি যেন এটা নতুন আনন্দৰ পোহৰে নিশাৰ মুখখন পোহৰাই তুলিছে। খিৰিকীয়েদি সোমাই অহা বেলিৰ শেষ পোহৰখিনিত নিশাৰ চকু মুখ উজ্জল হৈ উঠিছে। নিশাক আলোকৰ কেইবছৰৰ আগতে দেখা অন্য এজনী ছোৱালী যেন লাগিল।

আলোক নিজৰ ঘৰলৈ গ'ল।

ঘৰত দেখে খাট-চ'ৰাতে দুজন মানুহ বহি আছে। আলোকে তেওঁলোকৰ লগত কথা বতৰা পাতিবলৈ বহিল।

তেওঁলোক জুমজুমাৰ পৰা আহিছে। কালিলৈ এখন [illegible] সভা আছে।

তাৰ কাৰণে আলোকক নিৰ্দিষ্ট বক্তাৰূপে বিচাৰিছে। আৰু মহিলাসকলৰ আছে সাংস্কৃতিক অনুষ্ঠান। তাত সভাপতিত্ব কৰিব লাগে।

আলোৰ বিমোৰত পৰিল।

"কালিলৈ?"

"হয়। আগতে আমি আহিব নোৱাৰিলো, কাৰণ সভাৰ তাৰিখ ঠিক হোৱা নাছিল। আপুনি যাবই লাগিব।"

"কিন্তু কালিলৈ মই কোনোমতেই যাব নোৱাৰো।"

জোৰ দিয়ে আলোকে ক'লে।

মানুহ দুজনে আলোকৰ মুখলৈ চকুত প্ৰশ্নলৈ চালে।

"কালিলৈ দিনত কাছাৰী আছে—দুটা কে'ছৰ আৰ্গুমেণ্ট আছে। মই নেথাকিলেই নহব আৰু দিনটো কাছাৰীৰ পিছত গধূলি আৰু যাবৰ সময় নহব। আপোনালোকে মোক ক্ষমা কৰিব।

অন্য সময়ত নিশ্চয় যাম। এইবাৰ আৰু নোৱাৰিলো।" মানুহ দুজনে অগত্যা বিদায় ললে।

আলোক আৰত হ'ল। কালিলৈ নিশ্চয় ক'লৈকো যাব নোৱাৰি।

কিন্তু, কিয়?

কথাবাৰ ভাবি আলোকৰ নিজৰে লাজ লাগিল। কালিলৈ নিশা ঘৰত অকলে থাকিব—সেই কাৰণেই? কিন্তু নিশা অকলে থাকিলে মই সভা সমিতি নকৰি থকাৰ কি কাৰণ আছে। কিমান দূৰৰ পৰা বিচাৰি আহিল মানুহ দুজনে! যাব জানো নোৱাৰিলোহেঁতেন? কিন্তু দুয়ওমানৰ বাতি গৈ আকৌ ঘূৰি অহা নেযায়। নিশা অকলে কেনেকৈ থাকিব! নিশাক অকলে থৈ দূৰে দূৰে ঘূৰি ফুৰিলে নিশাই নিশ্চয় মোক বৰ দুৰ্বল মনা বুলি ভাবিব। আজিলৈকে নিশাই মোক দুৰ্বল দেখা নাই। নহয়, দুৰ্বলক কোনো নাৰীয়ে শ্ৰদ্ধা নকৰে। আৰু এতিয়া নিশাৰ কাৰণে মোৰ মনৰ দ্বেশাহ জনোৱাৰ কোনো সাৰ্থকতা নাই। নিশাৰ আজি মোক মৰমৰ বাহিৰে অন্য একো দিবলৈ নাই।

সন্ধিয়া ভগাৰ পিছত ক'ৰবাৰ পৰা আহি ওলালহি নীৰা। প্ৰথমে নিশাৰ তাত সোমাই তাৰ পিছত আলোকৰ ঘৰলৈ আহিছে।

নীৰাজনী অদ্ভুত ছোৱালী। ভয় সংকোচ একো নাই। সমাজৰ লগত কোনো সম্বন্ধ নাই। যেতিয়াই যলৈকে মন যায় ওলাই যায়। যাৰে লগত মন যায় হাঁহি মাতি কথা পাতে, তৰ্ক কৰে। যেন পৃথিৱীৰ সকলো মানুহ জাতি আৰু সকলো ৰোগীৰ নাৰ্চ নীৰা। সকলোকে শাসন কৰাকে নীৰাৰ কাম।

"আহা নীৰা।"

আলোকে মাতিলে।

"আপুনি আহিলগৈ? মানুহ দুজন আহিছিল, লগ পালেনে?"

"ওঁ, এইমাত্র ওলাই গৈছে।"

"মোক বাটতে লগ পাইছিল। আপোনাৰ ঘৰটো কোন ফালে সুধিছিল। পিছে আপুনি যাব নহয়?" "কালিলৈ মই কোনোমতে যাব নোৱাৰো। তেওঁ লোকক বুজাই কলো।" আলোকে ক'লে। "আজি তোমাৰ ডিউটি নাই নেকি নীৰা? "পৃথিৱীৰ অসুখ-বিসুখ নোহোৱা হলেহে নাৰ্চৰ ডিউটি নোহোৱা হব। ঢে'ৰ ডিউটি আছে। আজি কৰিবৰ মন নগল। অন্য এজনী নাৰ্চৰ লগত ডিউটি সলনি কৰিবলৈ কৈ ওলাই আহিলো"।

আলোকে নীৰাৰ মুখলৈ চালে।

"এৰা কাম কৰিবৰ মন নগলে, মাজে মাজে নকৰাকৈ থকা বেয়া নহয়।" আলোকে এনেয়ে ক'লে।

নীৰাই আলোকৰ মেজখনৰ কাষত বহি এনেই কিতাপ এখনৰ পাত লুটিয়াই যাব ধৰিলে।

আলোকে নীৰালৈ চালে। নীৰাই কিবা এটা ক'ব খুজিছে নেকি?

"নীৰা কিবা ক'বা?—" আলোকে লঘু ভাবে সুধিলে।

"তেনে একো কথা নহয়। কিন্তু কথা এটা কব খুজিছো ঠিক।"

নীৰাৰ গহীন কৈ কোৱা কথাষিনিত আলোক সামান্য ভাবে চিন্তিত হ'ল। আলোকে ভয়ো কৰিলে কি জানি নীৰাই নিশা আৰু আলোকৰ সম্পৰ্কে কিবা এটা অবাঞ্ছনীয় মন্তব্য কৰি বহে।

"কোৱা নীৰা। জৰুৰী কথা নিশ্চয়—" আলোকে নীৰাৰ মুখলৈ চালে।

আলোকৰ মুখলৈ চাই নীৰাই যেন বৰ ভাবৰ কথা এটা ক'ব খুজিছে এনে ধৰণে ক'লে—"মোক টকা বাটিটা দিব পাৰিবনে বাৰু?"

বিস্ময়েৰে আলোকে নীৰাৰ মুখলৈ চাই যেন কথাষাৰ বুজিবলৈ চেষ্টা কৰিলে।

"টকা বাটিটা?"

"হয়—মোৰ দৰকাৰ হৈছে।"

আলোকে হাহি দিলে—"কিন্তু এই কথাটো মোক কবলৈ তুমি ইমান কষ্ট কৰিবলগীয়া হ'ল কিয়?"

"কি জানিবা আপুনি বেয়া পায়।"

"মই নোসোধাহেঁতেন কি জানি নকলাই থৈছেন, নহয় নীৰা ?"

"আজি কলোহেঁতেন নিশ্চয়। মোৰতো ইয়াত আপোনাৰ বাহিৰে আৰু কোনো চিনাকি মানুহ নাই।"

ডাক্তৰ বিলাক জানো অচিনাকি ? কিন্তু সুধিলে।

"এতিয়াই লাগিব নীৰা ?"

"যদি আছে, আৰু দিব পাৰে, এতিয়াই দিয়ক।" কালিলৈ মই আহিব নোৱাৰিম আজিও অন্তৰ নগৰত ডিউটি সলনি কৰিহে আহিছো।"

"অকণমান ৰহিবানে ? মোৰ বিজাৰ্ভ বেংক নিশাহে। যৰলৈ গৈছিলো নহয়, খৰছৰ কাৰণে হাতত ৰখা পইচা কেইটা নিলাৰ হাতত থৈ গৈছিলো। লৈ আহোঁগৈ দেই।"

নীৰাই একো নক'লে। আলোক উঠি গ'ল নিশাৰ ওচৰলৈ। হয়তো পইচা বিচৰাৰ কাৰণে তেওঁতে মোক বৰ বেয়া বুলি ভাবিব—ভাবক। বহুদিনৰ বহুত ছোৱালী জনীলৈ টকা এশ নপঠিয়ালে হবনে ? আজি এবছৰে তাইলৈ একো পঠোৱা নাই। তাইক এবাৰ চাই আহিবগৈ লাগিব। টকা লাগিব ভালেমান। গোটাব লাগিব।

কিন্তু আজিৰ পৰা যে মই আলোকৰ ওচৰত ধৰুৱা হৈ ৰ'ব লাগিব, টকা কেতিয়ালৈ ঘূৰাই দিব পাৰিম, ক'ব নোৱাৰো।

টকা লৈ আলোক আহিল।

"এই লোৱা নীৰা, এই টকাই হ'বতো ? যদি বেছি দৰকাৰ আছে, মোৰ আগত কবলৈ লাজ নকৰিলেই ভাল পাম।

নীৰাই হাত পাতি নোটকেইখন ললে। কৃতজ্ঞতাত নীৰাৰ মুখ দোঁ খাই আহিল।

অলপ পৰ নিৰৱতাৰ পিছত নীৰাই ক'লে, "কেতিয়া ঘূৰাই দিব পাৰিম এতিয়া ক'ব নোৱাৰো আপোনাৰ অসুবিধা হব নেকি ?"

আলোকে হাঁহিলে।

"নীৰা, এইমাত্ৰ ক'লা যে মোৰ বাহিৰে ইয়াত তোমাৰ অন্য কোনো চিনাকি নাই। তোমাৰ এই চিনাকি মানুহজনৰ পৰা তুমি এই সামান্য টকা কেইটাও জানো নিজৰ বুলি ৰাখি লব নোৱাৰিবা ?"

আলোকে নীৰাৰ মুখলৈ চালে।

নীৰা তলমূৰ কৰি বহি থাকিল।

ইতিমধ্যে নীৰাই আলোকৰ অন্তৰকেৰে বুজি পাইছে। এদিন কণা মূৰ্তা

আৰু মলিয়ন দৃষ্টি দিয়া আলোকক নীৰাই দেখিছিল। সেইদিনাই আলোকক চিনি পাইছিল। আৰু ইমান দিনৰ সান্নিধ্যৰ যোগেদি আলোকক নীৰাই বুজিছে। আজি আলোকে দামী ছুট পিন্ধিলেও আলোকৰ ভিতৰৰ সেই চিনাকি মানুহটোৰ একো পৰিবৰ্তন হোৱা নাই।

নীৰাই চিনি পোৱা, বুজি পোৱা এই আলোকে কোনো দিন ভুল কৰিব নোৱাৰে। আলোকে নীৰাক পুতৌ কৰিব খোজা নাই, দান দি নীৰাৰ ওচৰত নিজৰ বৈশিষ্ট প্ৰমাণ কৰিব খোজা নাই। হয়তো আলোকে আজিলৈকে কাকো দি পোৱা নাই। আলোকে নীৰাক টকা কেইটা দি, দিয়াৰ আনন্দকণ উপভোগ কৰিবলৈ বিচাৰিছে।

আলোকে বাহুনি ল'ৰাটোক চাহ কৰিবলৈ ক'লে।

"এপিয়লা শুদা চাহ খাই যোৱা—বে'চ ঠাণ্ডা পৰিছে।"

নীৰা উঠি ভিতৰলৈ গ'ল আৰু নিজেই দুপিয়লা চাহ বাকি আনিলে।

চাহ খাই থাকোতে আলোকে ক'লে "মাজত ককাইদেৰে কিছু ভাল পাইছিল এতিয়া আকৌ অসুখ বেছি হৈছে।"

নীৰাই আলোকৰ মুখলৈ চালে।

"ইয়ালৈকে লৈ আহিব নেকি?"

"ভাবিছো, আকৌ এবাৰ চোৱাব লাগিব। বৰ ক্ষীণাই গৈছে।"

নীৰাই আৰু একো নক'লে।

পিৰিচ পিয়লা ভিতৰত থৈ আহি নীৰাই ক'লে, "বাতি হল, মই যাও এতিয়া। আজিৰ পৰা মই আপোনাৰ ওচৰত থকবা।"

কৈ নীৰাই হাঁহিবৰ চেষ্টা কৰিলে। আলোকে ক'লে—"মই অলপ আগবঢ়াই থৈ আহিম নেকি নীৰা?"

"নেলাগে আপুনি, ভাগৰে যুগৰে আহিছে। জোনাক আছে। মই অকলেই যাব পাৰিম।"

নীৰা ওলাই গ'ল।

আলোকে কিজানি কি ভাবি পদূলি মুখলৈকে নীৰাৰ পিছে পিছে ওলাই গ'ল। তাৰ পিছত অলপ পৰ নীৰা যোৱাৰ ফালে চাই থাকি থিয় হৈ আছিল।

নিজৰ কোঠাত সোমাই আলোকে নিশাইতৰ ঘৰৰ ফালে চালে। মাজৰ বাঁহৰ পূৰণি চকোৱাখন লাহে লাহে ভাগি গৈছে।

চকোৱাখনৰ সিপাৰেই সেইটো নিশাৰ কোঠা। নিশাইতৰ ঘৰটো নিবৰ। হয়তো নিশাই অকলেই বহি ঘৰে মাজে কিতাপ পঢ়ি আছে নাইবা উল

ৰৈছে। নিশা ভাল নেকি'? নাই, ইমান সোনকালে নিশা নিশ্চয় শোৱা নাই।

আলোকৰ আকৌ এবাৰ নিশাক চাবৰ মন গ'ল। খিৰিকী খনেদি নিশাৰ কোঠালৈ চালে।

বাঁহৰ পুৰণি চকোৱাখন ভাগি ভহি গৈছে। দেখা গৈছে—কোঠাত নিশা নাই।

লাহে লাহে খিৰিকীখন বন্ধ কৰি আলোক কাপোৰ কানি সলোৱাত লাগিল।

* * *

বতৰটো মাজৰাতিৰ পৰা অলপ ওলোলাই আছে। পুৱাৰ ভাগত অলপ বৰষুণ দিয়াৰ নিচিনা কৰিছিল, কিন্তু নাহিল। জাৰ বেছি হৈছে।

নিশাই নতুনকৈ কিনি অনা উপন্যাসখন চকুৰ আগত মেলিলৈ খিৰিকীখনৰ কাষতে বহি আছিল। আজি নিশাই মূৰ আচোৰা নাই কিজানি। গাত কালি আলোকে অনা স্কাৰ্ফখনলৈ চ'কাখনত ভৰি তুলি বহি আছে—নিশা। চকুত যেন উপন্যাসত বৰ্ণনা কৰা অন্য কোনো দূৰ ৰাজ্যৰ ধূসৰ কল্পনা।

আলোক সোমাই আহিল।

কালিৰ পৰা আলোকে ভাত চাহ ইয়াতে খাইছে। মোহনে ইয়াতেই ৰন্ধা-বঢ়া কৰিছে।

আলোক অহা দেখি নিশাই মূৰ তুলি এবাৰ চালে, তাৰ পিছত আকৌ কিতাপৰ পাতত চকু দিলে।

আলোক আহি নিশাৰ সন্মুখত ব'লহি। "বাহিৰত বে'চ ঠাণ্ডা পৰিছে—" মধ্যস্থতাতে কোৱাৰ দৰে আলোকে ক'লে।

নিশাই কিতাপৰ পৰা চকু তুলি আলোকৰ মুখলৈ চালে। একো নক'লে।

আলোকে মোহনক মাত দিব ধৰিছিল—বাধা দি নিশাই ক'লে,—"চাহ আনিব নকক। মই কৈছো।"

নিশাৰ সন্মুখৰ চকীখনতে আলোক বহিল।

"কিতাপখন শেষ কৰিব পৰা নাই, নিশা?" আলোকে সুধিলে।

"আৰম্ভ হে কৰিছো! কালিৰ পৰা অকণো আগবাঢ়িব পৰা নাই।"

আলোকে যেন কবলৈ কোনো কথা বিচাৰি পোৱা নাই। এনেয়ে আলোকে এবাৰ নিশাৰ মুখলৈ আৰু এবাৰ বাহিৰৰ ফালে চালে।

সন্ধিয়া নামি আহিছে। মাজ নবেম্বৰৰ বিষন্ন ভাবনীয়া সন্ধিয়া।

দুয়ো চাহ খালে। ওচৰতে থিয় হৈ থকা মোহনক নিশাই বাতি জ্বালি

এখিয়া চিনেমা চাবলৈ যাম মোহন। তুমি কবিতাইতক অলপ চাবা। ঠাণ্ডা পৰিছে বাহিৰলৈ যাবলৈ নিদিবা।”

আলোকে সপ্রশ্ন দৃষ্টিৰে নিশাৰ চকুলৈ চাই কিবা এটা সুধিব খুজিছিল। নিশাই ক'লে—“আপুনি মাফ্‌লাৰখন ভিতিত মাৰি লওক, টুপীটোও ল'ব”।

কৈ নিশাই সাধাৰণ ভাবে হাঁহিলে। কাপ প্লেট লৈ মোহন ওলাই যোৱাৰ পিছত নিশাই ক'লে “ওলাওক গৈ, বাওক।”

নিশাই হাঁহি ক'লে, “আপুনি দিয়া কার্ডখন লৈ এবাৰ বাহিৰত ফুৰি আহিবৰ বৰ মন গৈছে। আপুনি নেযাও বুলিলে মরেই যাম।”

“বৰ ঠাণ্ডা পৰিছে কিন্তু নিশা!” আলোকে কবলৈ অন্ত একো নেপাই ক'লে।

“মই আপোনাৰ গাৰ কাষতে বহিম ব'লক, আপোনাৰ জাৰ নেলাগে।” হাঁহি নিশাই ক'লে।

অলপ পৰৰ মূৰত আলোক আৰু নিশা ওলাই গ'ল।

“কি ছবিনো চাবা নিশা?”

“কব নোৱাৰো।”

“ক'ত চাবা?”

“ৰংঘৰলৈকে ব'লক।”

খোজ কাঢ়িয়ে দুয়ো আগবাঢ়িল।

গৈ পাওঁতে ছবি আৰম্ভ হৈছে। দুটা বেলকনিৰ টিকট কিনি দুয়ো বহিলগৈ।

আলোকৰ হাঁহি উঠিল—কি ছবি চাইছে কবই নোৱাৰে।

ওচৰত মানুহো বৰ বেছি নাই। কিবা টেক্‌নিকলাৰ ইংৰাজী ছবি। কিবা এটা প্রাচীন ঐতিহাসিক কাহিনী যেন লাগিল মাজে মাজে।

কৌতুহল দমাব নোৱাৰি আলোকে নিশাৰ কাণৰ ওচৰলৈ মুখখন নি সুধিলে—“ধৰিব পাৰিছানে? কি ছবি?”

নিশা ঘূৰিল। নিশাৰ নাকটো প্রায় আলোকৰ গালত লাগি গ'ল।

“King salomon's mines.

“কেনেকৈ জানিলা?”

নিশাই হাঁহি চেপিবৰ চেষ্টা কৰিলে।

নিশাই দিনতে খবৰ কৰাই থৈছিল। ৰূপঘৰত king salomon's mines হৈছে—নাম কৰা উপন্যাস, নাম কৰা ছবি।

আলোকে ক্রমে ছবিত বেছি মনোযোগ দিলে। নায়কটো জনাৰ পিছত যেন ছবিখন এনেয়ে ভাল লাগি আহিল।

নিশাই কিন্তু বৰ মনোযোগেৰে ছবি চোৱা নাই। কিছু পৰ ছবিৰ ফালে চাই থাকে। কেতিয়াবা আলোকৰ মুখৰ ফালে চাই থাকে, আৰু কেতিয়াবা এনেই হৃদয়ৰ কৰি চকু মুদি থাকে।

নিশাই কি কৰিছে আলোকে বুজিছে, কিন্তু সেই বিষয়ে ভবা নাই। বিদেশী ছবিৰ চুমা খোৱা বা অন্য তেনে আদি ৰসাত্মক দৃশ্য দেখিলে আগেও নিশাই চকুমুদি নেচাবৰ চেষ্টা কৰে। আলোকে সেই কথা জানে।

ছবি শেষ হ'লত তুয়ো নিৰৱেই ওপৰৰ পৰা লাহে লাহে নামি আহিল। নিশা নিজেই আহি ৰিক্সা এখনৰ কাষত ৰ'ল আৰু আলোকক ক'লে, "উঠক"।

আলোক আৰু নিশাক লৈ ৰিক্সা আগবাঢ়িল—নালিয়াপুলৰ ফালে।

আলোকে ক'লে—"ছবিখন ভালেই আছিল। প্ৰথমৰ পৰা চাবলৈ পোৱা হ'লে আৰু ভাল লাগিলহেঁতেন।"

নিশাই ক'লে,—"প্ৰথমৰ পৰা পাবলৈ হলে সময় মতে আহিব লাগে। এতিয়া পিছত কি পোৱা যায়—"

ৰিক্সাখনে জোকাৰ এটা মাৰিলে। ৰাস্তাৰ মাজত কৰবাত গাঁত আছিল। হঠাৎ এচলীয়া হৈ নিশা আহি আলোকৰ বুকুত সোমালহি। কথাবাৰ শেষ নহল।

"চাইচিতি ভালকৈ চলা।" আলোকে ক'লে, নিশা আকৌ পোন হৈ বহিল।

ৰিক্সাৱালাটোৱে অপৰাধৰ সুৰত ক'লে—"ৰাস্তাটো বৰ খলা বমা চাৰ—"

নিশাই আলোকৰ মুখলৈ চালে।

"জাৰ লাগিছে নেকি?" নিশাই সুধিলে "ভাল ঠাণ্ডা পৰিছে।"

নিশাই আলোকৰ সোঁহাতখন নিজৰ হাতৰ মাজত ললে স্কাৰ্ফখনৰ তাপত সঁচাকৈয়ে উম লাগিছিল।

আৰু কাৰো মুখত কথা নাই। নিজৰ নিজৰ ভাবত দুয়ো আগবাঢ়িল। কিছুপৰৰ মূৰত ৰিক্সা আহি নিশাৰ ঘৰৰ আগত ৰ'লহি।

দুয়ো নামি আহিল।

প'ৰ্টিকত উঠি নিশাই ক'লে "মামা—"

"হোঁ?"

"আমনি কৰিলো নহয়?"

"কি আমনি কৰিলা নিশা ?"

"আমনি নাই পোৱা তেন্তে ?"

নিশাই কাষৰ কোঠাটোৰ দুৱাৰখন খুলিলে এইটো ডাক্তৰৰ কোঠা। যোৱা ৰাতি ইয়াতে আলোক শুইছিল।

দুয়ো ভিতৰ সোমাই গ'ল।

নিশাই দুৱাৰখনৰ হুক লগাই দিলে।

আলোক যেন কিছু নিষ্ক্ৰীয় হৈ পৰিছিল। হাতেৰে চুকি পোৱাতে চুইচটো আছিল। কিন্তু আলোকে পেণ্টৰ জেপৰ পৰা হাত উলিয়াব পৰা নাই। ঠাণ্ডা।

কোঠাটো প্ৰায় আন্ধাৰ হৈ আছে। মাত্ৰ খিৰিকি দুখনেদি ষ্ট্ৰীট লাইটৰ পোহৰ আহি কোঠাৰ ভিতৰখন সামান্য ভাবে পোহৰ কৰিছে।

অলপ পৰ নিৰবে থিয় দি থাকিল দুয়ো।

গোটেই ঘৰটো নিৰব।

হঠাৎ নিশা আলোকৰ একেবাৰে সন্মুখলৈ আহিল, আৰু আলোকে নিশাৰ ফালে চোৱাৰ লগে লগে নিশাই আলোকৰ ডিঙিত সাৰটি ধৰি তেওঁৰ ওঁঠত ওঁঠ দুটা চেপি ধৰিলে।

কেইটামান মুহূৰ্ত আলোক নিশ্চল হৈ ৰ'ল। তাৰ পিছত আলোকে নিজেই গম নোপোৱাকৈ নিশাক দুয়ো বাহুৰে নিজৰ বুকুৰ মাজত সাৰটি ল'লে।

নিশাৰ ওঁঠত হেজাৰ বাসন্তী, নিশাৰ উন্মত্ত মদিৰা নিশাই নিজক আলোকৰ বাহুৰ মাজৰ পৰা মুক্ত কৰি দুৱাৰখন মেলি কোঠাটোৰ পৰা সহজভাবে ওলাই গ'ল।

বিমূঢ় হৈ অলপ পৰ আলোক কোঠাটোৰ আন্ধাৰৰ মাজতে থিয় দি থাকিল। কাষতে থকা চকীখন অথবা বিচনাখন যেন আলোকৰ পৰা বহুত দূৰত আছে। তেওঁৰ কাণ মূৰ সমগ্ৰ শৰীৰ গৰম হৈ উঠিছে। তেওঁ "স্কাইউইন্দ" খনৰ ফালে মূৰ দাঙি চালে। পোহৰ খিনি যেন তেওঁৰ একেবাৰে অচিনাকি।

"মামা, ভাত নেখায় নেকি ? আহক—" দুৱাৰ মুখৰ পৰাই পূৰ্বৰ সহজ অবিকৃত মাতেৰে নিশাই মাতিলে।

অচলায়তন কালৰ স্পন্দনহীন বুকুৰ পৰা যেন আলোক হঠাৎ ঘূৰি আহিল চেতনাৰ ৰাজ্যলৈ।

দুৱাৰখন মেলি আলোক কোঠাৰ পৰা ওলাই আহিল।

খোৱা মেজত নিশা আলোকৰ মুখামুখিকৈ বহিল। নিশাৰ চকু মুখত জয়ৰ হাঁহি।

"কথা নকয় কিয় মামা ?"

আলোকৰ যেন নিশাৰ চকুলৈ চকু তুলি চাবলৈকো ভয় লাগিছিল। তেওঁ যেন অনুভৱ কৰিলে তেওঁৰ সমুখত আছে চকু দুটা যেনি তেওঁলৈ চাই থৈ আছে এজনী হিংস্ৰ বাঘিনীয়ে। কি দুঃসাহস এই নিশাৰ। কি দুঃসাহসী।

আলোকে নিৰৱে তলমূৰ কৰি ভাত খালে। আলোকে;মেহ ধৰিব পাৰিলে যে তেওঁৰ অপ্ৰস্তুত অৱস্থা দেখি নিশাই মনে মনে ওঁঠ টিপি হাঁহিছে।

নিস্তব্ধতা ভংগকৰি নিশাই ক'লে—"প্ৰথমতে শৰা পোৱা হ'লে নিশ্চয় আৰু ভাল লাগিলহেঁতেন—নহয় ?"

কথাষাৰত আলোকে এটা অবাঞ্চনীয় ইংগিত উপলব্ধি কৰিলে।

চিগাৰেটটো জ্বলাই আলোক উঠি আহিল, নিশাৰ কথাৰ উত্তৰ নিদিলে। এনেয়ে আলোকে মাজৰ কোঠাটোত পায়চাৰি কৰি ফুৰিব ধৰিলে। কিছুমান অবোধ্য চিন্তাই আলোকক উদ্বিগ্ন কৰি তুলিলে।

নিশাই কৰিতাইহঁতে কি খালে মোহনক সুধিলে তাৰ পিছত নিজেই ক'লে— "মোহন মামাৰ তাত তুমি ভয় নকৰা নহয়? মোৰ অকলে ভয় লাগে। মাহীদেউ নাহে মানে, মামা আমাৰ ঘৰতেথাকিব। তুমি আকৌ বাতিকলৈকো নাথাকা।"

মোহনে নিৰৱে সন্মতি জনালে আৰু ভাত খাই বাচন বৰ্তন মাজি বাকচি শালৰ তলা মাৰি আলোকৰ ঘৰলৈ গুচি গ'ল।

নিশা নিজৰ শোৱা কোঠালৈ গ'ল। কৰিতা আৰু ভাইতিক গাৰ কাপোৰ ভালকৈ দিলে। অলপ পৰ সিহঁত দুটাৰ মুখলৈ এনেয়ে চাই থাকিল তাৰ পিছত ওলাই আহিল।

নিশা আলোকৰ কোঠালৈ নগ'ল। অন্যান্য কোঠাবোৰৰ দুৱাৰ খিৰিকী-বোৰ মৰা হ'লনে নাই কেওঁপিনে চালে। এটা এটাকৈ লাইটবোৰ নুমাই দিলে। তাৰ পিছত আলোকৰ ওচৰলৈ আহিল। আলোকে নিশালৈ মূৰ তুলি চালে। এইজনী তাৰ সকলো কৰিতাৰ নায়িকা নিশা—চিনাকিৰ দিন ধৰি দি নিশাৰ দেহ মনৰ কাষত বৈ আছে। শ্ৰীকণ্ঠ বুলি পৃথিৱীত কোনো মানুহ নাছিল। কোনো মানুহ নাই!

বৰ গভীৰ মাতেৰে নিশাই মাতিলে "মামা"—আলোকে একো নেমাতিলে। স্থিৰ দৃষ্টিৰে তেওঁ নিশাৰ মুখলৈ চাই ৰ'ল, এইজনী সেই সৰু নিশাজনী নহয়, জীৱনক চিনি পোৱা, জীৱনক বুজি পোৱা নিশা। আজি তাই আলোকৰ কাষত ধৰা দিবলৈ বিচাৰিছে। তাইৰ জীৱনৰ অতীত আৰু বৰ্তমানক তাই পাহৰি যাবলৈ বিচাৰিছে।

জীৱনৰ পথ বৰ খলাবমা।

আলোকে কি কৰিছে তালৈ বিশেষ চকু নিদি নিশাই ক'লে, "জানে মামা, ভাইটিয়েই মোৰ শেষ সন্তান। মোৰ আৰু ল'ৰা-ছোৱালী নহয়।"

নিশাৰ মাজত আলোকে বেদনাৰ নিশ্বাস বিচাৰি নেপালে। তাত যেন আছিল অস্ত এটা অশ্লীল ইংগিত। তাত যেন আছিল নিশাৰ কামনাৰ সাগৰত নিঃশংক চিত্তে নামি পৰিবৰ কাৰণে কাতৰ আহ্বান। একো নেমাতি আলোকে উঠি শোৱা কোঠালৈ সোমাই গ'ল। কাপোৰ কানি সলাই আলোক বিচনাত পৰিল। আজি যেন কোঠাৰ লাইট জলোৱাৰ কোনো প্ৰয়োজন সি অনুভৱ নকৰিলে।

ৰহস্যময় বাতিৰ মৃত্যু-গভীৰ আবেষ্টন। দুটা কোঠা। মাজত এখন পকা বেৰ। কিন্তু আলোকে দুৱাৰ খন বন্ধ কৰা নাই। দুয়োটা কোঠাৰ মাজত এখন খোলা দুৱাৰ।

দুটা তৃষিত প্ৰাণৰ তৃষিত নিশ্বাস!

আলোকৰ টোপনি অহা নাই। সি অনুভৱ কৰিলে যেন অতি সন্তৰ্পনে হাতত সাৰে ভৰিত সাৰে আহি নিশাই তাৰ মুখলৈ চাই আছে। জীৱনৰ সকলো আস্বাদ পোৱা নিশা তাৰ বুকুৰ মাজত অভিসাৰিকাৰ বেশে সোমাই নতুন তৃপ্তি বিচাৰিছে।

নিশাৰ নাকৰ তপত নিশ্বাস আলোকৰ মুখত লাগিল। অতদিন অকলশৰে শুই অহা আলোকে দেখিলে যে তাৰ বিচনাখনত আৰু এজন শুবৰ জোখাৰে ঠাই আছে।

তথাপি কিন্তু আলোকে নিশাৰ "মামা" হৈ থাকিবলৈ যত্ন কৰিলে। নিশা ডাক্তৰ শ্ৰীকণ্ঠৰ বিবাহিতা পত্নী। নিশা কবিতাহঁতৰ মাক। নিশাৰ মনৰ মাজত মোৰ ঠাই থাকিলেও নিশাৰ জীৱনৰ মাজত মোৰ কোনো ঠাই নাই।

মই আলহী……

আলোকে ভাবিবৰ যত্ন কৰিলে।

॥ বত্ৰিশ ॥

এদিন অকস্মাতে মায়া গৈ আলোকৰ শান্তিপুৰৰ জুপুৰিত ওলাইছিলগৈ। সেইদিনা আলোকে মায়াক এপিয়লা গুৰা চাহকে খুৱাই বিদায় দিবলগীয়া হৈছিল। সেই দিনা আলোকৰ একো নাছিল। চাহ আৰু কবিতাহঁতেই

মায়াক বিদায় দি পঠাইছিল। আজি সাময়িকভাৱে হলেও আলোকৰ অৱস্থা কিছু সলনি হৈছে।

তদুপৰি আজি মায়া আহি তাৰ ঘৰৰ কাষতে আছেহি। আজি পোন্ধৰ কুৰি দিন হ'ল।

আলোকে মায়াক মাত্তি এসাজ ভাত খুৱাবা ঠিক কৰিলে।

মায়া সম্পৰ্কে আলোকৰ নিজৰ কোনো দুৰ্বলতা নাই। তথাপি নিশাৰ সন্মুখত আলোকৰ অলপ সংকোচ লাগিল। মায়াৰ কোনো ঈৰ্ষা নেথাকিব পাৰে, কিন্তু নিশা আৰু আলোকৰ অন্তৰংগতাৰ বাহিৰা প্ৰকাশ দেখিলে কিজানি মায়াই অন্য ধাৰণা কৰি লয়। তাতে নিশাজনীয়েও কেতিয়াবা কথা বতৰাত অবাঞ্ছনীয়ভাৱে চঞ্চল হৈ দিয়ে। কোনো ঠিকতো নাই—নিশাই কেতিয়া কি কৈ দিয়ে।

তথাপি আলোকে নিশা, কৱিতা, ভাইটি আৰু মাহীয়েককো খাবলৈ নিমন্ত্ৰণ কৰিলে, বাকুনি ল'বাটোকো পঠাই দিবলৈ ক'লে বন্দাবস্তত অলপ সহায় কৰি দিবৰ কাৰণে।

কথাবাৰ জনাবলৈ আহোঁতে নিশাই আলোকক ঠাট্টা নকৰি নেথাকিল।

"আমি ইমান দিন ইয়াতে থাকিলো, মামাই এদিনলা চাহো খাই নিমন্ত্ৰণ কৰি খুৱালে! জানিছনে মায়া, এতিয়া তই আহিলত একেবাৰে ডিনাৰৰ আয়োজন কৰিছে, এৰা, কোনোক দেখি বাঢ়ে-বাঢ়ে, কোনোক দেখি ছুৱাৰ বাঢ়ে।"

আলোকে মাথোন অপ্ৰস্তুতভাৱে হাঁহিবৰ চেষ্টা কৰিলে।

ভাত খাবলৈ আলোকে ডাক্তৰ হুছেইন আৰু তেওঁৰ পৰিবাৰ, ই. এ. চি. ডাক্তৰ চলিহা আৰু নীৰাকো নিমন্ত্ৰণ কৰিলে, ডাক্তৰ আলোকৰ কলেজৰ বন্ধু—কেইবা বছৰো হ'ল, বি. এ. পাছ কৰিয়েই ই. এ. চি. হ'ল, অলপতে ডিব্ৰুগড়লৈ বদলি হৈ আহিছে।

আয়োজন অলপ গহীন ধৰণৰে হৈছে। অৱশ্যে সেই বিষয়ে আৱশ্যকীয় টকা দিয়াৰ বাহিৰে আলোকে একো কৰিব লগীয়া হোৱা নাই। একো নেজানেও সি।

সকলো দিহা নিশা আৰু মায়ায়েই কৰিছে।

বাহিৰত বহি কথা-বতৰা পাতিছিল ডাক্তৰ, আলোক আৰু ডাক্তৰ হুছেইনে। ভিতৰত ডাক্তৰনী, মায়া, নিশা আৰু নীৰাৰ গানৰ আড্ডা।

ডাক্তৰহঁতে পাচ বছৰীয়া আঁচনিৰ পৰা তৃতীয় মহাসমৰৰ সম্ভাৱনালৈকে

নানা কথাৰ ওপৰত নিজৰ নিজৰ মত দিছিল। কম কথাৰ মানুহ ডাক্তৰ হুচেইনে মাথোন মাজে মাজে দুই এষাৰ কৈ গৈছিল।

ডাক্তৰনী আৰু নিশা ওলাই আহিল ভিতৰৰ পৰা।

ভাস্কৰৰ লগত আলোকে নিশাৰ চিনাকি কৰি দিলে।

সাধাৰণভাবে ভাস্কৰে সুধিলে শ্ৰীকণ্ঠৰ খবৰ নিয়মমতে পাই আছেনে নাই?

আলোকে ক'লে, "মায়াক ইয়ালৈ মাতা নিশা। সকলোবোৰ বান্ধনি শালতে সোমাই থাকিব নেকি। ভাস্কৰেতো মায়াৰ গান শুনিম বুলি প্ৰস্তুত হৈ আছিছে।"

"আহিব, ভাত পানী হয় মানে চাহ এপিয়লাকে নেখাব জানো?"

আলোকে ডাক্তৰৰ মুখলৈ চালে।

ভিতৰৰ পৰা ট্ৰে এখনত চাহ লৈ মায়া সোমাই আহিল।

ট্ৰেখন মাজৰ টিপয় এখনত থৈ মায়াই ভাস্কৰ আৰু হুচেইনক অভিবাদন জনালে—কপাললৈ হাত তুলি প্ৰণাম কৰি।

আলোকে ভাস্কৰৰ লগত মায়াৰ চিনাকি কৰি দিলে।

"মায়া দেৱী, ভাল গান গায়—বি. এ. পাছ কৰি কবিতা চৰ্চা কৰিছে। পলিটিক্সত নমাৰ প্লেন আছে—আৰু," ধুনীয়াকৈ হাঁহি আলোকৰ কালে অলপ খোপাকৈ চাই মায়াই ক'লে, "গান—কবিতা—পলিটিক্সৰ কথা এনেয়ে কৈছে। এটা সঁচা কথাৰ লগত তিনিটা মিছা কথা!"

ভাস্কৰে হাঁহিলে।

মায়াই চাহ আগবঢ়ালে।

"আপুনিও বহক।" ভাস্কৰে মায়াক ক'লে।

"আপুনিও নহয় ভাস্কৰ—চাধা-চিধা 'তুমি'। বুজিছা মায়া, ভাস্কৰ আৰু মই ক্লাছ ফ্ৰেণ্ড—হাকিম কাৰণে ভাস্কৰ ডেকা হৈ আছে, নহলে মোৰ সমানেই বুঢ়া।"

ডাক্তৰ হুচেইনে মুকলি ভাবেই হাঁহিলে।

নিশাই সুধিলে, "আপুনিও হবলা মায়াবে নিচিনা?"

ভাস্কৰে নিশালৈ চালে—প্ৰশ্নটো বুজিবৰ কাৰণে।

আলোকে ক'লে, "বুজা নাই ভাস্কৰ? নিশাই জানিব খুজিছে, তোমাৰ হাকিমনীৰ খবৰ কি?"

নতুনকৈ চিনাকি হোৱা নিশা আৰু মায়াৰ আগত ভাস্কৰে যেন অলপ লাজেই পালে।

হাঁহি ভাস্কৰে ক'লে, "বহুতক খাটনি ধৰিও একো নহল, সেই দেখি এইবাৰ আলোকক ধৰিছো। তেওঁ যদি কিবা উপকাৰ কৰেই।"

সকলোৰে হাঁহিলে, কিন্তু মায়া গহীন হৈ থাকিল।

মায়াই কাপ-প্লেট লৈ যাব খুজিছিল—নিশাই ক'লে, "মোহনে নিব থাওকদে। বহ মায়া, এখেতে তোৰ গান শুনিব বুলি আহিছে। আৰু অহাৰ পৰা মোকো তই এটা গানো শুনোৱা নাই—মনত আছে? হাৰমনিয়ামটো আনি দিম?"

মায়াই শান্তভাৱে ক'লে, "বহুত দিন মই নিজেও গান গোৱা নাই, আগেয়ে গাইছিলো, আজিকালি গান শুনোহে।"

ডাক্তৰ হুছেইনে ক'লে, "এসময়ত ময়ো গান গাইছিলো—সেই মেডিকেল কলেজত পঢ়া দিনতে, পিছে আজিকালি কিবা সাধুকথা যেন হে লাগে।"

ভাস্কৰে উচ্ছ্বসিতভাৱে ক'লে, "আপোনাৰ এতিয়া আৰু গানৰ দৰকাৰ নাই ডাক্তৰ। Mrs Husain is a living melody."

ডাক্তৰনীও ভিতৰৰ পৰা ওলাই আহিল।

আলোকে ক'লে, "ভোজনতকৈ বচন মিঠা, আৰু বচনতকৈ গীত মিঠা বুলি কোনোবা শাস্ত্ৰত লিখা আছে। মায়া, ডাক্তৰ হাকিম মানুহ—খুব খাবলৈ পায়, মিঠা কথাও বহুত শুনিছে—কিন্তু এটা গান নিশ্চয় ভাস্কৰে—"

এইবাৰ ভাস্কৰেও ক'লে, "অসমীয়া গান এটা গাওক। মই ৰাগ-ৰাগিণী বুজি নেপাওঁ। সুৰটো ভাল হ'ব লাগে, আৰু কথাবোৰৰ অৰ্থ বুজি পাব লাগে—নহয়নে আলোক?"

আলোকে মায়াৰ মুখলৈ চালে।

আৰু বিশেষ আপত্তি নকৰি নিশাৰ ওচৰৰ চকীখনতে বহি মায়াই লাহে লাহে গালে—

গাম মই কিনো গীত?
বালিঘৰ সজা শেষ হোৱা নাই—
বাসনাৰ বালি চাপৰিত।
গাম মই কিনো গীত?
কঁহুৱা ফুলৰ কঁপনি ধুনীয়া,
পাৰ ভাঙি নিয়া পৰা খহনীয়া,
বালিমাহীটিৰ চকুৰ সপোন
পৰি ৰয় বালিত।

গাম মই কিনো গীত?
মোৰ এই বালিঘৰ—
হেৰুৱাই পোৱা, পায়ো হেৰুওৱা—
আকলুৱা মৰমৰ,
মৰমৰ বালিঘৰ সোঁতে লৈ যায়,
বিৰিণা বনত মোৰ কবিতা হেৰায়,
হাতৰ মুঠিত মোৰ বৈ যায়
নেহেৰোৱা মৰমৰ বিত।
গাম মই কিনো গীত!

মায়াৰ মাতটো গভীৰ আৰু মিঠা। প্ৰথমতে নিশা চঞ্চল হৈ আছিল যদিও মায়াৰ প্ৰাণপৰশা গানে নিশাকো শান্ত কৰি তুলিলে।

ভাস্কৰীয়ে এবাৰ ভাস্কৰৰ মুখলৈ, এবাৰ হুছেইনৰ মুখলৈ চালে।

আলোকে অলপ পৰৰ মূৰত ক'লে—"শুনিলা ভাস্কৰ, কিনো গাম বুলিয়ে মায়াই ধুনীয়া গানটো গাই দিলে। কোনে লিখা গান এইটো মায়া?"

মায়াই আলোকৰ চকুলৈ চাই হাঁহি দিলে।

"নিজে লিখা গানটোকে যদি নিজেই পাহৰি যায়, তেন্তে কি যে আপুনি মনত ৰাখিব কৰই নোৱাৰো।"

"এইটো মামাই লিখা গান, মায়া?" নিশাৰ মাতত আনন্দ আৰু সামান্য বিস্ময়!

ভাস্কৰে এইবাৰ মন্তব্য কৰি ক'লে, 'ৰবি ঠাকুৰে নে কোনে কৈছিল—

যে ফুল না ফুটিতে,
ঝৰিল ধৰণীতে,
যে নদী মৰুপথে হাৰাল ধাৰা,
জানিহে জানি তাও হয়নি হাৰা—'

"আলোকে গান লিখিলে, লিখি পাহৰি গ'ল, কিন্তু বৈ গ'ল মায়াৰ মনৰ মাজত!'

মায়া অলপ বঙা পৰিল! ভাস্কৰ মানুহজন দেখাতেই খোলা মনৰ। হাকিমী মেজাজটো লৈ অহা নাই ইয়ালৈ, আহিছে আলোকৰ ভেকা বন্ধু হিচাবে। সেই বুলি মায়া আলোকৰ আগত বিমান মুক্ত, ভাস্কৰৰ আগত সিমান হোৱাৰ প্ৰয়োজন মায়াই অনুভৱ নকৰিলে। মায়া শিক্ষিতা, কোনোদিন মায়া অস্বাভাৱিক ভাবে চঞ্চল নহয়। সামাজিক ৰুচিজ্ঞান মায়াৰ পূৰা মাত্ৰাই আছিল।

ডাক্তৰে ক'লে, "গানটো বৰ ভাল লাগিল। আৰু এটা গাওক—"

মায়াই ক'লে, "আৰু ভাল অসমীয়া গান মোৰ মনতে নাই। বহুত দিন গান গোৱাই নাই নহয়—"

"বঙালী বা হিন্দীকে গোৱা হেতে" আলোকে ক'লে।

নিশাই ক'লে, "আগৰ গানটোৱে নিশ্চয় মামাক বহুত কথা সোঁৱৰাই দিলে। হিন্দী এটা গাচোন—যাতে কোনোবাই নতুন সপোন দেখিব পাৰে।"

কৈ নিশাই ডাক্তৰৰ মুখলৈ এবাৰ চালে। অলপ ইতস্ততঃ কৰি মায়াই আৰম্ভ কৰিলে—

"জু দিল জলা উছে না পুচ্, ক'ই কেঙঁ জলা!
জিন্দগী কি কাৰৱাঁ বাহ পে' নিছানী চোৰ চলা—
না পুচ্ ক'ই কেঙঁ জলা..."

মায়াই গাই গ'ল। মায়াৰ উচ্চাৰণত কতো ভুল নাই। অসমীয়া বিদৰে মিঠাকৈ গালে, হিন্দীও মায়াই একে মধুৰতা দিয়ে গালে।

ইমানপৰে নীৰা ভিতৰতে আছিল। গান অৱস্থে নীৰাই কাণ দিয়ে শুনিছিল! গান শেষ হোৱা বুলি বুজি নীৰা ওলাই আহি নিশাক কলেহি—"অলপ ভিতৰলৈ আহকচোন বাইদেউ—"

"ভাত পানী হৈছেগৈ নেকি নীৰা?" কৈ নিশা উঠিল, ডাক্তৰনীও উঠি ভিতৰলৈ গ'ল। মায়াও যাব খুজিছিল। আলোকে ক'লে, "তুমি আকৌ ভিতৰত কি কৰিবাগৈ মায়া? গান গাই শুনালা, এতিয়া তাৰ বাবে ডাক্তৰ-হঁতৰ পৰা অলপ প্ৰশংসাবাণী শুনি যোৱা।"

মায়াই অলপ ইতস্ততঃ কৰি বহি থাকি অলপ পৰৰ পিছত ডাক্তৰৰ কালে চাই সুধিলে, "মাৰ আৰু কিমান দিন থাকিব লাগিব কিজানি?"

"মোৰ মনেৰে আৰু এমাহ-ডেৰমাহ মান হস্পিতালত থাকিব লাগিব। বয়স হৈছে, অপাৰেচনৰ পিছত সাধাৰণতে দুৰ্বলো হয়। যেনেতে কিন্তু ভাল হৈ যাব—"

ভাত খাই থাকোতে আলোকে ক'লে, "জানিছা নিশা, ডাক্তৰৰ ঘৰত খাবৰ কাৰণে আজিয়ে মায়া আৰু তোমাক নিমন্ত্ৰণ কৰিবই খুজিছে—"

"সঁচা?" নিশাই এবাৰ ডাক্তৰ আৰু এবাৰ আলোকৰ মুখলৈ চালে।

ডাক্তৰ অলপ অপ্ৰস্তুত হ'ল।

"মানে—আলোক—" ডাক্তৰ বৈ গ'ল। ডাক্তৰনীয়ে ক'লে, "যেনেতে অকলশৰে থকা মানুহ, ভাবিছে খা-যোগাৰ কোনে কৰিব। কিন্তু দিহা হৈ

গলে, নিশা-মায়াহঁতেই সকলো কৰিব, কৰাৰ—আপুনি চিন্তা কৰিছে কিয় ?"

হাঁহি নিশাই ক'লে, "মায়া, তোৰ দেখিছো বৰ ভাগ্য। আজি তই মোৰ ইয়াত থকাৰ কাৰণেই তোৰ লগতে মোৰো কপাল মুকলি হৈছে।"

কৃত্ৰিম অনুশোচনাৰে আলোকে ক'লে, "মোৰহে পিছে কপাল-চপাল একো মুকলি নহল, নিশা—"

আলোকৰ কথাত আটায়ে হাঁহিলে।

প্ৰচুৰ খোৱাৰ আয়োজন। প্ৰত্যেকটো বস্তু যথেষ্ট যত্ন আৰু মনোযোগেৰে তৈয়াৰ কৰা হৈছে। ডাক্তৰহঁতে বৰ তৃপ্তিৰে খালে। নিশা মায়াহঁতো খাবলৈ বহিছিল, কিন্তু বহুত কোৱা সত্বেও নীৰা লগত খাবলৈ নাহিল, নিশাই ভাবিলে ডাক্তৰ থকাৰ কাৰণে সঙ্কোচ কৰিছে। নীৰাই খোৱা বস্তু উলিয়াই মেলি দিয়া কামত লাগি থাকিল।

মাজতে এবাৰ আলোকে ক'লে, "নীৰা, তুমিও নবহাহি কিয় ?"

নীৰাই ভিতৰৰ পৰা চিঞৰিলে, "আৰু পাপৰ ভজা লাগিব নেকি ?"

প্ৰায় এক ডেড় ঘণ্টা নানা গল্প কাহিনী কৈ ডাক্তৰহঁতে খোৱা শেষ কৰিলে, এনে এটা হাস্যমুখৰ সন্ধিয়া ইমান আনন্দৰ মাজেৰে কটাবলৈ পাই সকলোৰে আনন্দ লাগিল।

মাজ জাহুৱাৰীৰ মাজ ৰাতি। কিন্তু হাঁহি আনন্দৰ মাজত থকাৰ কাৰণে কোনেও জাৰ অনুভৱ কৰা নাছিল।

ডাক্তৰে গাড়ী আনিছিল। ডাক্তৰ ডাক্তৰণী আৰু ভাস্কৰ গাড়ীতেই গ'লগৈ। নিশা আৰু আলোকহঁতে পৰ্টিকৰ পৰাই বিদায় দিলে।

যাবৰ সময়ত ডাক্তৰে কৈ গ'ল, "মায়াহঁত কিন্তু মোৰ তালৈ সঁচাকৈয়ে যাব লাগিব! অলপ দিনতো আছা ?"

"আছে, আছে। দৰকাৰ হলে আপোনাৰ কাৰণে মায়া আৰু অলপ দিন থাকিব। আপুনি ডাঙৰ ভোজৰ আয়োজন কৰকগৈ যাওক—"

নিশাৰ কথাত সকলোৱে হাঁহিলে, মায়া মাত্ৰ গহীন হৈ থাকিল।

গাড়ী যোৱাৰ পিছত নিশাহঁত ভিতৰলৈ আহিল। ইতিমধ্যে কবিতা আৰু ভাইটিক খুৱাই মাহীদেৱেক আগতে গৈ নিশাৰ ঘৰত শুই পৰিছে।

নিশাই ক'লে, "মই যাওঁ আৰু মামা, ল'ৰা-ছোৱালী হাল অকলে শুই আছে। মায়া, তই অলপ মামাৰ লগত কথা-বতৰা পাত।"

বঁটাৰ পৰা ইলাচি এটা মুখত দি মায়াই ক'লে, "ৰাতি বহুত হ'ল। আজিতো

কথা পাতি গোটেই বাতিতো কটাই দিব পাৰো, কিন্তু মামাৰ আনো বাদিলৈ ক'ট নাই ?"

নিশাই ক'লে, "ক'টত ওকালতি কৰি মামা সদায় জিকিছে। আজি তোৰ লগত লাগিলে হাৰিলেই—"

মায়াই অভিযোগ ভৰা সুৰেৰে ক'লে, "আপোনালোকে আজি কিন্তু মোক বহুত লাজ দিছে। অচিনাকি মানুহৰ আগত কি যে কথাবোৰ কৈ দিলে—"

নিশাই ক'লে, "আৰু খোলা খুলিকৈয়ে কবৰ মন আছিল, পিছে মামাৰ মনৰ ভাব বুজিব নোৱাৰাৰ কাৰণেহে নকলো—"

"কি কথা থাকিল আৰু ?"

"ক'ব খুজিছিলো কি জান ? ডাক্তৰৰ তোক ভাল লাগিছেনে নাই সুধি ঠিক কৰিয়ে পেলাব খুজিছিলো। কিন্তু ইপিনে আকৌ মামা থাকিল। মস্তা মানুহৰ মনৰ ভাব বুজা জানো কম টান।"

মায়াই প্ৰতিবাদ কৰি ক'লে, "এইবোৰ কথা উলিয়ালে কিন্তু নিশা, মই ইয়াৰ পৰা কালিলৈকে গুচি যাম।"

"ইমান খৰখেদা কৰিব নালাগে। মাহীদেউহঁত কোনো নাই, মই আৰু ধৰি-বান্ধি তোক ডাক্তৰলৈ বিয়া দি দিম বুলি ভয় খাব নেলাগে।"

আলোকে ক'লে, "মায়াৰ গানে কিন্তু ডাক্তৰক—"

মায়াই চিঁঞৰি উঠিল, "থাব বদি থ'ল নিশা। কিবোৰ যে কৰবলৈ আৰম্ভ কৰিছে।"

তাৰ পিছত তিনিও হাঃ হাঃ কৰি হাঁহি দিলে।

বাতি বাৰ বজাত কুঁৱলী ভেদ কৰি সেই হাঁহিৰ উজ্জ্বল তৰংগ বেছি দূৰ বিয়পি নগল বদিও, সিকালৰ নীৰৱ অলপ চঞ্চল কৰি তুলিলে।

"যাওঁ ব'ল তেনে মায়া—" কিছু পৰৰ মূৰত নিশাই ক'লে।

"দুই মিনিট ৰ', মই কোটটো লৈ আহো—"

মায়া ভিতৰলৈ গ'ল, নিশাই আলোকৰ চকুলৈ চালে, চকুত তৃপ্তিৰ উজ্জ্বলতা।

আলোকে নিশাক বুকুৰ মাজত ললে, ক'লে,—'পাগলীজনী—'

মুহূৰ্ত্তে নিশাই নিজক মুক্ত কৰি ক'লে— "পাগলনেকি ? মায়া ওলাবহি।"

অলপ পৰৰ পিছত কোটটো পিন্ধি মায়া আহিল।

"আজিলৈ বাওঁ মামা—" মায়াই ক'লে।

আলোক উত্তেজিত হৈ আছিল—। উচ্ছলভাৱে ক'লে, "বেয়া-চেয়া নাপাবা আকৌ মায়া, মৰুভূমিৰ মানুহ—ক'ৰবাত অকণমান পানী দেখিলেও জপিয়াই পৰিবৰ মন যায়।"

## ॥ তেত্রিশ ॥

ডাক্তৰৰ চিঠি আহে। মায়াৰ চিঠি আহে! মায়াৰ যোগেদি চিনাকি হোৱা বন্দনাৰো চিঠি আহে কেতিয়াবা। দূৰৰ পৃথিৱীয়ে ওচৰ চাপিবৰ প্ৰয়াস কৰে। চিঠিৰ বুকুত কত কথা!

মাজতে আহি নিশাৰ দেউতাক মহেন্দ্ৰ কেৰাণীও পোন্ধৰ দিন থাকি গলহি। মাজতে এবাৰ নিশাও কবিতাইঁতক লৈ গৈ দহ দিন ঘৰত থাকি আহিলগৈ—তেজপুৰত। আৰু থাকিবলৈ ধৰিছিল। কিন্তু নিশাই থাকিব নোৱাৰাৰ কাৰণ দেখুৱালে: ঘৰত কোনো নাই, কবিতাজনীৰ স্কুলে খটি হ'ব।

এবা, এতিয়াতো নিশাৰ ঘৰ নধৰিলে নচলে।

তেজপুৰত নিশাক দেখি সকলোৱে কোৱাকুই কৰিলে—"দেখিছানে ছোৱালীজনীৰ চেহেৰাটো, তেজে মুখে ফুটি যাও, ফাটি যাও হৈছে। ঘৰৰ মানুহটো ইমান দূৰত আছেগৈ—তেওঁ ক'ৰবাত অকণমান চিন্তা-ভাবনা দেখিলানে? বৰ ভাগ্যৱতী ছোৱালী নিশাজনী। মহেন্দ্ৰ কেৰাণীৰ জীয়েকে ৰাজৰাণী হৈ খাব বুলি কোনে ভাবিছিল?

নিশা অলপ দিনৰ কাৰণে আঁতৰি গ'লেও কিন্তু আলোক কিছু অধৈৰ্য হৈ বিমৰ্ষ হৈ পৰে। ঘূৰি আহি পালেই আৰম্ভ হয় অভিমান।

নিশাই কেতিয়াবা কৃত্ৰিম বোৱেৰে কয় "আপোনাৰ ওচৰতে সদায় থাকিবলৈ মইনো আপোনাৰ কি?"

আলোকে উত্তৰ নিদি উচাট মাৰি গুচি যায় নিজৰ ঘৰলৈ। কিছু পৰৰ মূৰত কবিতাই গৈ মাতে "মাৰ মূৰ বিষাইছে আপোনাক মাতিছে।"

আলোক লৰি আহে। মূৰে গায়ে কাপোৰ লৈ নিশা পৰি থাকে। পাহৰি যায় কণিক পূৰ্বৰ অভিমানৰ কথা। আলোক ব্যস্ত হৈ পৰে। কাপোৰৰ তলত নিশাই মুখ টিপি হাঁহে।

বিছনাৰ কাষতে বহি আলোকে নিশাৰ মূৰৰ পৰা কাপোৰ টানি বহাৰৰ

চেষ্টা কৰে। নিশা অলস-অচল-অচৰ হৈ পৰি থাকে। লাহে লাহে আলোকে নিশাৰ বুকুৰ মাজত কাপোৰৰ তলেদি হাত সুমাই কুটকুটাই দিয়ে।

"এই—"

"উঁহু—"

"এই নিশা—"

তাৰ পিছত নিশাই আলোকৰ হাতখন গালেৰে হেঁচি ধৰে। মুখৰ বিষৰ কথা কাৰো মনত নেথাকে।

মোহনে আলোকৰ কাৰণেও ৰান্ধে; কিন্তু আলোকৰ ৰাতিৰ খোৱা প্ৰায়ে নিশাৰ ঘৰতে হয়। গধূলি ফুৰি অহাৰ পিছত আলোক নিশাৰ লগতে কথা পাতি বৈ যায়। আগগুৰি নোহোৱা নানা কথা। হয়তো একেবাৰ কথাকে হেজাৰবাৰ, হেজাৰ ৰকমে কয় সিহঁতে। হয়তো একেটা প্ৰশ্নকে হেজাৰ বাৰ কৰে। তথাপি যেন শেষ নাই! সিহঁতৰ জীৱনৰ প্ৰশ্নবোৰৰ যেন কোনো উত্তৰ নাই। উত্তৰ নোহোৱা অজস্ৰ প্ৰশ্ন কৰাতেই যেন দুয়োৰে আনন্দ!

কৱিতা শুই পৰে। মাহীদেৱো শুই পৰে। ভাইটি টোপনি যায়। ৰাতিৰ পৃথিৱীখন নিস্পন্দ হৈ পৰে। জাগি থাকে দুটা বিনিদ্ৰ প্ৰাণ, দুটা উজাগৰী আত্মা!

আলোক আৰু নিশাৰ চকুত টোপনি নাই। প্ৰাণক প্ৰাণেৰে, দেহাক দেহাৰে নিঃশেষ কৰি পাবলৈ বিচাৰে সিহঁতে। কোনো ভয় নাই, কোনো পাপ নাই, কোনো বাধা নাই। জীৱনৰ মোহনাত ভৰা স্ফূৰ্তিৰ প্লাৱন—অনৱৰুদ্ধ—উত্তাল।

কেতিয়াবা যেন সকলো কথাৰ শেষ হৈ যায়। কথা নোকোৱাকৈ বহি থাকে দুয়ো, ঘণ্টাৰ পিছত ঘণ্টা পাৰ হৈ যায়। অলস হৈ আহে নিশা—আলোকৰ কোলাত মূৰ সুমাই নিশাই স্বপ্ন দেখে। আলোকৰ নিশ্বাসত প্ৰাণ-জগতৰ ৰহস্যৰ সন্ধান কৰে; নিৰৱে বাগৰি যায় কাল! সময়ে সিহঁতক নোচোৱে।

কেতিয়াবা কোনো বৰ্ষা-মুখৰ সন্ধিয়া পৰ্টিক'ত বহি আলোকে নিশাক কৱিতা শুনায়—শ্বেলিৰ কৱিতা, ব্ৰাউনিঙৰ কৱিতা, ৰবি ঠাকুৰৰ কৱিতা আৰু তাৰ নিজৰ কৱিতা। বৰষুণৰ মাজে মাজে, কৱিতাৰ ছন্দ-ধ্বনিৰ লয়ৰ মাজে মাজে দুয়ো যেন বহুত দূৰ দেশলৈ আঁতৰি যায়, কোনোবা কল্পলোকৰ, অভিসাৰী আত্মাৰ গোপন গুঞ্জন শুনে দুয়ো, মানুহৰ অৱৰুদ্ধ প্ৰাণৰ মৌন কান্দোন শুনে দুয়ো।

জীৱনত নোপোৱাৰ তৃপ্তি আৰু পোৱাৰ শাশ্বত বেদনাৰ গীত শুনে দুয়ো।

তেতিয়া যেন সিঁহঁত দেহাৰ মাজত নাই। দেহাতীত কোনো অতীন্দ্ৰীয় লোকত যেন হৈছে সিঁহঁতৰ প্ৰাণৰ অকুণ্ঠ বিস্তাৰ, কামনা নাই, মোহ নাই, অতৃপ্তি নাই। নিৰ্বোধ আত্মাৰ পাখিৰ কঁপনিত যেন আদিম মানুহৰ আদিম আনন্দৰ নিশ্বাসৰ প্ৰতিধ্বনি।

নিশা আৰু আলোক দুয়ো অভিভূত হৈ পৰে, তন্ময় হৈ পৰে।

বাৰিষাৰ মৰমৰ আৰ্তনাদত সেমেকা পৃথিৱী নিতাল মাৰে। সন্ধিয়াটো এটা নিবিৰু কবিতাকৈও মিঠা যেন লাগে।

আলোকে নিজৰ কবিতাবো তুশাবীমান পঢ়ি শুনায়। নিশাই অৰ্থ বুজিবলৈ নিবিচাৰে। কবিতাৰ কোনো অৰ্থ নাই, আছে ধ্বনি, আছে ভাব, আছে বুজি পোৱা-নোপোৱাৰ মাজেদি উপলব্ধিৰ অসীম তৃপ্তি!

এটা কথা নিশাই জানে: আলোকৰ সকলো কবিতাৰ প্ৰেৰণা নিশা! নিশাকে কেন্দ্ৰ কৰি ৰূপ লৈছে আলোকৰ বাস্তৱৰ জগতখনে আৰু কল্পনাৰ জগতখনেও। কবিতাৰেই আলোকে কয়—

"তুমি গুচি যাবা, ময়ো গুচি যাম—
ধূলিৰ ধৰাক প্ৰণাম জনাম,
কালৰ বুকুত হেৰাব আমাৰ
বুকুৰ হেপাহ, চকুৰ কাজল প্ৰীতি।
মাথো ৰৈ যাব আমাৰ প্ৰাণৰ
আজি ৰচা এই গীতি!"

নিশাৰ সৰ্বগ্ৰাসী মৰমৰ মাজত আলোকৰ প্ৰাণৰ দেৱতাই সাৰ পাই উঠে।

আলোকৰ মনৰ ভিতৰত ক'ৰবাত যেন নতুন শিখা জ্বলিছে, ক'ৰবাত যেন ৰবৰৈচিলাৰ বান্ধ মুকলি হৈছে! আলোকে উৰি ফুৰাৰ গতি-স্পন্দন অনুভৱ কৰে সকলোতে! সভা-সমিতি কৰি ফুৰে আলোকে। চাহবাগানৰ বনুৱাৰ মাজত নতুন প্ৰাণৰ সঞ্জীৱনী যেন নিজৰ প্ৰাণৰ পূৰ্ণপাত্ৰৰ পৰা ঢালি দিবলৈ বিচাৰে।

নিশা বাহিৰে শান্ত। কৃষ্ণপক্ষৰ এটা ৰাতিৰ দৰেই নিশাৰ ভিতৰত বহুত গোপন, মৌন ৰহস্য। বাহিৰত নিশাৰ প্ৰশান্ত ৰূপ দেখি, ভিতৰৰ গোপন কল্লোলৰ স্পন্দন কোনোৱে গম ধৰিব নোৱাৰে। বুজে মাথোন আলোকে, উপলব্ধি কৰে মাথোন আলোকে। আলোকে নিজৰ হৃদয় দি নিশাৰ হৃদয়ৰ নিভৃততম কঁপনি অনুভৱ কৰে। দুটা অভিন্ন আত্মা!

* * *

আইজনীৰ খিয়ালৈ আলোকে নিশাকো লৈ গ'ল। কল্পিতা আৰু ভাইটিক লগত লৈ নিশা বিয়ালৈ গ'ল।

আলোকহঁতৰ গাঁৱৰ সকলোৱে নিশাক দেখি আচৰিত হ'ল। তুটা ল'ৰা-ছোৱালীৰ মাক বুলিবই নোৱাৰি! যেন এজনী গাভৰু ছোৱালী। চিতিৰ ছাৰ্জনৰ বৈণীয়েক—হ'বতোন। আমাৰ আলোকলৈ এনেকুৱা এজনী ছোৱালীহে বিচাৰিব লাগিব।

বিয়া ঘৰত নিশা কিন্তু অত্যন্ত সংযত। হাঁহি মাতি সকলোৰে লগত কথা-বতৰা পাতিলেও ক'তো অকণো বেছি হৈ-চৈ নাই। কামো কৰিলে বিয়া ঘৰত যি পাৰে। বিয়াৰ কেদিন পৰাপক্ষত আলোকৰ পৰা গা এৰা দি চলিলে। আলোকহে যি! কেতিয়া কি কৈ দিয়ে কি বিশ্বাস।

নিশা বিয়ালৈ যোৱাত ৰমাইত বৰ আনন্দিত। বিয়া ভগাৰ পিছদিনাই ৰমাই খোলাখুলিকৈ ক'লে, "আইজনী জনীয়ে ঘৰখন উকলা কৰি থৈ গ'ল। এতিয়া আৰু তাৰ বিয়াখন নেপাতিলে নচলে। তাৰো বিয়াৰ বয়স হ'ল।"

নিশাই নিৰবে শুনি গ'ল।

"তোমাৰ কথা আলোকে শুনিব। খধি মেলি বিয়াখন ভুমিয়ে পাতি দিব লাগিব কিন্তু। এতিয়া ভগবানৰ কৃপাত ছুপইচা আৰ্জিছেও। ভাল ছোৱালী এজনী নেপাব জানো?"

নিশাই শান্তভাৱে ক'লে—"আপোনালোকে বাক বিয়া কৰাবলৈ মাতি কৰক। মই ছোৱালী ঠিক কৰি দিম। ছোৱালী মোৰ হাতত আছে।"

বাটত নিশাই আলোকক ক'লে—"আৰু বক্ষা নাই। এইবাৰ আপোনাৰ বিয়া পাতিব লাগিব। বেছি দিন আৰু ৰ'ব নোৱাৰি।"

আলোকে অভিযোগ ভৰা মাতেৰে ক'লে,—"তেনেহলে বিমান সোনকালে পাৰা ডাক্তৰক মাতি পঠোৱা।"

মাতি পঠিয়াবলগীয়া নহয়।

বিলাতত ডাক্তৰৰ শিক্ষা শেষ হৈ আহিছে। অলপ দিনৰ ভিতৰতে শ্ৰীকণ্ঠ ঘূৰি আহিব।

চিঠিত ডাক্তৰে প্ৰতি সপ্তাহতে সেই কথা লিখে আৰু নিশাক চিন্তা কৰিবলৈ মানা কৰে।

ডাক্তৰৰ চিঠি আহিলে নিশাৰ খুলি পঢ়িবলৈকে ভয় লাগে। কেৱল ঘূৰি অহাৰ কথা আৰু দাম্পত্য জীৱনৰ সকলো আনন্দ পুনৰ ঘূৰাই পোৱাৰ কথা!

কি যেন হৈ গৈছে নিশাৰ!

তাইৰ জীৱনৰ কাষত যেন আজি আৰু শ্ৰীকণ্ঠৰ কাৰণে ঠাই নাই। মাত্ৰ এজন মানুহক নিশাই আজি দেহে-প্ৰাণে আৱৰি ৰাখিব পাৰে—আলোকক!

আলোক শ্ৰীকণ্ঠ ঘূৰি অহাৰ দিন ওচৰ চাপি অহা দেখি আৰু অধৈৰ্য্য হয়। সি কোনো পথ বিচাৰি নাপায়। নিশায়ো তাক সান্ত্বনা দিব নোৱাৰা হয়। বাহিৰত যি আলোক উকীলে তাৰ ওজস্বী বক্তৃতাৰে হেজাৰ জনতাক উত্তেজিত কৰি তুলিব পাৰে, যাৰ ক্ষুৰধাৰ যুক্তিয়ে কাছাৰী ঘৰৰ মজিয়াত ধুমুহাৰ সৃষ্টি কৰিব পাৰে, সেই আলোকেই নিশাৰ লগত বিচ্ছেদৰ আগন্তুক দুৰ্ভাৱনাত সৰু ল'ৰাৰ দৰে অসহায়ভাৱে কান্দে। কাষত বহি নিশাই তাক সান্ত্বনা দিবৰ, বুজাবৰ ব্যৰ্থ প্ৰয়াস কৰে।

নিশা উদাসীন হৈ পৰিছে। জীৱনৰ গতিপথত দুৰ্লংঘ্য আৱশ্যম্ভাৱীৰ বাজৰ। মানুহৰ শক্তি কিমান? তথাপি দৃঢ়ভাৱে নিশাই আলোকক কয়—"ডাক্তৰ আহিব, আহক। ডাক্তৰ আহিলেই যে আপুনি আঁতৰি পৰিব লাগিব, তাৰ কি মানে আছে? আপুনি ইমান উদ্বিগ্ন আৰু অধৈৰ্য্য হৈছে কিয়? আমি য'তেই থাকো, আমাৰ মৰমক কোনেও বাধা দি ৰাখিব নোৱাৰে।"

আলোকে মাথোন অবুজ চাৱনিৰে নিশাৰ মুখলৈ চাই থাকে তাৰ চকু দুটা বাষ্পাকুল হৈ উঠে।

ইজন সিজনে ডাক্তৰ কেতিয়া পাবহি খবৰ কৰে। নিশাই উৎফুল্লভাৱেই সকলোকে উত্তৰ দিয়ে। ডাক্তৰণীৰ এই আনন্দত কোনেও অস্বাভাৱিকতা নেদেখে। এই বাহ্যিক প্ৰফুল্লভাৱে নিশাই মনৰ অধীৰ বেদনা লুকাই ৰাখিবৰ চেষ্টা কৰে।

নিতৌ সন্ধিয়া আলোকৰ লগত ফুৰিবলৈ যোৱাত বা চিনেমা চাবলৈ যোৱাত কোনোৰে অন্ত একো নেভাৱে।

আলোক আৰু নিশা বহুত ৰাতিলৈকে বহি থাকে। ক'ব খোজা কথাবোৰ দুয়ো ভাবিব নজনা হয়। হেৰাই যাব ধৰা এই মধুৰ দিনবোৰৰ প্ৰতিটো মুহূৰ্তক যেন দুয়ো ধৰি ৰাখিবৰ আপ্ৰাণ সাধনা কৰে।

ডাক্তৰ শ্ৰীকণ্ঠ আহি পোৱাৰ লগে লগে পৰিস্থিতি সম্পূৰ্ণ সলনি হৈ যাব। আলোক আঁতৰি পৰিব লাগিব। নিজৰ সকলো অনুভূতি বুকুত সাৱটি নিশা আকৌ হৈ পৰিব লাগিব ডাক্তৰ শ্ৰীকণ্ঠৰ ধৰ্মপত্নী, অংকশায়িনী। নিজৰ ইচ্ছাক সম্পূৰ্ণ অস্বীকাৰ কৰি নিশাই ডাক্তৰৰ বাহুপাশত ধৰা দিব লাগিব—বিয়াৰ পিছৰ দিনবোৰৰ নিচিনাকৈ।

ডাক্তৰৰ লগত—স্বামীৰ লগত—নিশাই কৰি যাব লাগিব ৰকম অভিনয়।

পৃথিৱীৰ কোনোৱে বুজি নাপাব নিশা আৰু আলোকৰ প্ৰাণৰ অন্তৰ্দাহী মৰ্মবেদনা। বাহিৰৰ জগতে আগৰ দৰেই চিনি পাব—দেশকৰ্মী, সাহিত্যিক, উকীল আলোক ফুকনক, আৰু কবিতাইতৰ মাক ডাক্তৰণী নিশাক। এই দুটা প্ৰাণীৰ মনোজগতৰ অন্তঃসলীলা দুখৰ সম্বাদ পৃথিৱীয়ে নাপায়।

মানুহৰ অনাবিল সুখ আকাশে সহ্য কৰিব নোৱাৰে।

নিয়তি নিষ্ঠুৰ!

"মই স্বাৰ্থপৰ নহয় নিশা; কিন্তু মোৰ জীৱনত তুমি নোহোৱা হ'লে মোৰ কাৰণে জীয়াই থকা অসম্ভৱ হ'ব—" আলোকে কয়।

নিশাই একো নকয়। তাৰ মূৰটো বুকুৰ মাজত সুমাই লৈ তাৰ চুলিৰ মাজত মৰমেৰে আঙুলি বুলাই দিয়ে।

নিশাৰ মনৰ গভীৰত কিবা এটা ভাৱ খেলায়—কিন্তু সেই ভাৱ ইমান বেছি নৃশংস যে নিশাই তাক নিজৰ মনৰ পৰা নিলগাই ৰাখিব খোজে।

কিবা দুৰ্ঘটনাত ডাক্তৰ গুহা জাহাজখন যদি মাজ সাগৰতে বুৰি যায়!

ছিঃ ছিঃ কি যে অমংগলীয়া কথা ভাবিছো!

নিশাই অন্য কথা ভাবিবৰ চেষ্টা কৰে, মনৰ মাজত দৃঢ়তা সঞ্চয় কৰিবৰ চেষ্টা কৰে। আহক ডাক্তৰ, থাকক সমাজ, আমাক কোনোৱে বিচ্ছিন্ন কৰিব নোৱাৰে। এইদৰেই আমি থাকিম। মোৰ দেহা ডাক্তৰৰ; কিন্তু মোৰ মন-প্ৰাণ হৃদয়! আজি তাত আৰু অন্য কাৰো ঠাই নাই। আলোকে হয়তো মোক বুজিবলৈ টান পাব, কিন্তু পৃথিৱীৰ কোনোৱে নুবুজিলেও মইতো বুজিম মোৰ প্ৰাণত কাৰ ঠাই, কাৰ মৰমক কেন্দ্ৰ কৰি মোৰ ভালপোৱা আজি সজীৱ হৈ উঠিছে। মোৰ এই প্ৰত্যয়েই মোৰ জীয়াই থকাৰ প্ৰেৰণা!

তথাপি নিশাৰ ভয় লাগিল! মই এজনী সাধাৰণ দুৰ্বলা ছোৱালীয়ে কাৰ্য-ক্ষেত্ৰত ইমানখিনি সাহস আৰু আত্ম-বিশ্বাস বিচাৰি পাম জানো? কিন্তু তাৰ বাহিৰে আৰু উপায় কি? মৃত্যুতকৈ জীৱন্মৃত শ্ৰেয়।

মানুহৰ দুখত আকাশে নেকান্দে। কিন্তু কেতিয়াবা মানুহৰ বেদনাই আকাশৰ বুকুত ভাষা বিচাৰি লয়। আকাশে কান্দে।

*  *  *

পৃথিৱীৰ বুকুলৈ ক্ৰন্দসী শাওণ নামি আহিছে। অজস্ৰ চল, অজস্ৰ সজল-বেদনা। দিনত ৰ'দৰ উত্তাপ আছে; কিন্তু তীব্ৰ পোহৰ নাই। তাৰৰৰ বাহৰ মাজত ৰ'দ ম্লান হৈ পৰিছে। বহুত কবিয়ে চিনিপোৱা এই শাওণৰ জলধাৰত কোমল-হৃদয় কাৰোবাৰ চকু বাষ্পময় হৈ উঠাত কোনো অস্বাভাবিকতা নাই।

হঠাৎ কিয় শ্ৰীকণ্ঠ আহি পোৱাৰ দুদিনৰ আগতে আকাশখনক শাওণে বিষণ্ণ কৰি তুলিলে, তাৰ কাৰণ বিচাৰিবৰ অৱসৰ আলোক আৰু নিশা কাৰো নাছিল। হয়তো শ্ৰীকণ্ঠ আহি পোৱাৰ লগত শাওণৰ বৰষুণৰ কোনো সম্পৰ্ক নাই। আলোক আৰু নিশাৰ আহত হৃদয়ৰ অসহায় বেদনাৰ লগতো কোনো সম্পৰ্ক নাই।

নিশাই ক'লে, "মানুহৰ জীৱনত অসময়ত ঘটা সম্পৰ্কবোৰো হয়তো দুখৰ বাহিৰে আন একোকে নানে। আগতেই আমাৰ ভুল হৈ গৈছে, এতিয়া আৰু শুধৰাবৰ পথ নাই।"

আলোকে নিশাৰ চকুলৈ চকু তুলি চালে—যেন এজনী অচিনাকি ছোৱালীলৈহে চাইছে।

বাহিৰত অজস্ৰ বৰষুণৰ ঝৰ্ ঝৰ্ আৰ্তনাদ।

আলোকে ক'লে, "আমি আজিৰ যুগৰ মানুহ বুলি মাজে মাজে গৰ্ব কৰো, মাজে মাজে নিজক জ্ঞানী, পণ্ডিত, ইন্টেলেক্চুৱেল বুলি ভাবি আনন্দ পাওঁ। আগৰ যুগৰ মানুহক বৰ অজলা, অসহায় বুলি হাঁহো। কিন্তু নিশা, মোৰ বিশ্বাস পৃথিৱীত মানুহ থাকে মানে, নাৰীৰ কাষত পুৰুষ, আৰু পুৰুষৰ কাষত নাৰী সদায়েই দুৰ্বল হৈ থাকিব।"

এনে বক্তৃতাৰ নিচিনা কথা নিশাৰ ভাল নেলাগিল। আলোকৰ ক'বৰ মন নাছিল; কিন্তু এনে অৱস্থাত হয়তো কথাবোৰ এনেদৰে দাৰ্শনিকভাৱেই ওলায়।

নিশাই খিৰিকীখনৰ কাষতে বহি বাহিৰৰ আন্ধাৰ বোৰৰ ফালে চাই আছিল।

ভালেমান পৰৰ নিস্তব্ধতাৰ পিছত নিশাই ক'লে—"বৰ নিষ্ঠুৰ কথা এষাৰ কওঁ, যদি আপুনি মোক ভুল নুবুজে—"

"কি কথা নিশা?"

"মৃত্যুৰ বাহিৰে আমাৰ ভালপোৱাক একোৱে একো কৰিব নোৱাৰে। কিন্তু মামা, ডাক্তৰ আহি পোৱাৰ পিছত, আমাৰ অন্তৰৰ মৰমৰ সম্পৰ্কৰ বাহিৰে অন্য সকলো সম্পৰ্ক আমি বাদ দিব লাগিব,—পাহৰি যাব লাগিব।"

"তাৰ পিছত?"

"মই ইচ্ছা কৰো বা নকৰো, মই সকলো প্ৰকাৰে ডাক্তৰৰে হৈ থাকিব লাগিব। কিন্তু আপুনি এনেকৈ অকলশৰে কেনেকৈ থাকিব?"

"নেথাকি কি কৰিম?"

"ক'লে আপুনি খং কৰিব। কিন্তু মই কৈছো আপুনি বিয়া কৰাওক। যদি

মোক বিশ্বাস কৰে তেতিয়াও আমি এইদৰেই ভালপাই থাকিম। তেতিয়া আপুনি সুখী হ'ব।"

অলপ পৰ নিশাৰ মুখলৈ চাই থাকি আলোকে ক'লে "আৰু, মোৰ জীৱনৰ মাজত অন্য এজনী ছোৱালীক তুমি সহ্য কৰিব পাৰিবা?"

নিজকে কোবাৰ দৰে নিশাই ক'লে,—"নহলে যে আপোনাৰ বৰ দুখ হ'ব"—

"বিয়া জানো মানুহে নিজৰ দুখ আঁতৰাবৰ কাৰণেই কৰায় নিশা? আৰু তুমিতো জানা, মোৰ জীৱনত এতিয়া আৰু তোমাৰ বাহিৰে অন্য এজনী ছোৱালীৰ কাৰণে ঠাই নাই।"

"কিন্তু মই যদি আপোনাৰ জীৱনৰ মাজৰ পৰা আঁতৰি পৰিব লগীয়া হয়, তেতিয়া আপুনি কেনেকৈ থাকিব অকলশৰে!"

"মোৰ কাৰণে আৰু অন্য কোনো পথ নাই নিশা।"

বহুত পৰ দুয়ো মনে মনে বহি থাকিল।

"অন্য পথ নাই?"

"আৰু অন্য পথ নাই।"

নিশা শ্ৰীকণ্ঠ ডাক্তৰৰ!

আলোক আঁতৰি পৰিব লাগিব!

অন্য পথ নাই।

মানুহৰ জীৱনৰ পৰিধি বহল; কিন্তু হৃদয়ৰ পৰিধি সীমাবদ্ধ। নিশাৰ ঠাই পূৰাবৰ কাৰণে আলোকৰ হৃদয়-ৰাজ্যত আৰু অনা ছোৱালীৰ ঠাই নাই।

বাহিৰৰ বৰষুণ জাকত সমাধান বিহীন প্ৰশ্নঃ আমি, আমি এতিয়া কি কৰিম?

পৃথিৱী নিৰুত্তৰ।

লাহে লাহে নিশাই ক'লে—"অৱস্থাই আমাক কাক ক'লৈ লৈ যায় ক'ব নোৱাৰো। অৱস্থা যদি বহুত সলনি হৈ যায়, আপুনি মোক ভুল বুজিব?"

বাহিৰৰ বৰষুণজাকৰ ফালে চাই থাকিয়ে আলোকে ক'লে—"আজিলৈকে যি পালো; তাক ভুল বুজা মানে নিজকে অস্বীকাৰ কৰাৰ চেষ্টা কৰা হ'ব। আৰু, আৰু তুমি জানো সকলো পাহৰি যাব পাৰিবা? তুমি জানো নিজক সলনি কৰি এটা সম্পূৰ্ণ নতুন জীৱন আৰম্ভ কৰিব পাৰিবা?"

নিশাই একো নামাতিলে, অৱস্থাৰ পৰিৱৰ্ত্তন, কিন্তু সেয়ে জানো কেনেকৈ পৰিৱৰ্ত্তন ঘটাব?

ভালেমান পৰ মনে মনে থকাৰ পিছত নিশাই ক'লে: "মোৰ জীৱনটোৱে কি হৈ যাব মই একো বুজিব পৰা নাই।"

আলোকে নিশাৰ চকুলৈ চালে।

লাহে লাহে নিশাই ক'লে,—"ডাক্তৰৰ সকলো দাবী মই কেনেকৈ পূৰণ কৰিম?"

"মই আঁতৰি পৰিম নিশা।"

"আপুনি আঁতৰি পৰিব? তেতিয়া হলে মই মৰি থাকিম!"

"তেনেকৈ নকৰা নিশা। ডাক্তৰেও তোমাক ভাল পায়। আৰু তেওঁ তোমাৰ স্বামী।"

নিশা আকৌ মনে মনে থাকিল।

ডাক্তৰে মোক ভাল পায়, ডাক্তৰ মোৰ স্বামী। ডাক্তৰৰ নিচিনা এজন স্বামীৰ ভাল পোৱাই যেই কোনো এজনী ছোৱালীক সুখী কৰিব পাৰে। কিন্তু সেই ছোৱালীজনীৰ দেহ-প্ৰাণ যদি আলোকৰ নিচিনা এজন ডেকাৰ ওচৰত নিঃশেষ হৈ যায়! স্বামীক দিবলৈ আৰু কি থাকিব? প্ৰাণসংযোগহীন দেহাটোৰ বলিৰে ডাক্তৰৰ কামনাৰ বুভুক্ষু দেৱতাক হয়তো সন্তুষ্ট কৰা যাব পাৰে: কিন্তু সি আত্মপ্ৰৱঞ্চনা নহব জানো, ডাক্তৰক প্ৰতাৰণা কৰা নহব? আৰু সেই আত্মপ্ৰৱঞ্চনাৰ মাজেদি অন্য এজনৰ অন্তৰত অনিৰ্বান বেদনা দিয়া নহব জানো? আলোকে ক'ত সান্ত্বনা লাভ কৰিব? কাৰ ওচৰত সান্ত্বনা বিচাৰি পাব? ইয়াতকৈ যদি মোৰ মৃত্যুৱেই হ'লহেঁতেন!

"আপুনি জানো এটা কথা বিশ্বাস কৰিব?"

"কি কথা নিশা?"

"ধৰক, পৰহিলৈৰে পৰা মই মৰি গৈছো। মোৰ দেহাটোৰ সম্পূৰ্ণ মৃত্যু হৈছে কিন্তু মোৰ প্ৰাণটো, মোৰ হৃদয়খন, মোৰ সকলো ভালপোৱা জীৱন্ত হৈ চিৰদিন আপোনাৰ কাষতেই বৈ গ'ল।"

আলোকে নিশাৰ কথাখিনি কাণ দি শুনিলে। তাৰ পিছত ক'লে,—"কিন্তু নিশা, তুমি দেহে প্ৰাণে বাচি থাকিব লাগিব, অন্ততঃ মোৰ মৃত্যু পৰ্যন্ত।"

ৰাতি গভীৰ হৈ আহিল। পৃথিৱীখন শুই পৰিছে। কথাবোৰ যেন মানুহৰ বুকুৰ মাজতে হেৰাই যায়। বৰষুণ আৰু বুকুত বহুত নাম নোহোৱা বেদনা। বৰষুণৰ ভিতা বতাহ আকত ৰাতিৰ গভীৰ হুমুনিয়াহ। নিশাৰ চকুত দুটোপা পানী।

কিয় চকুপানী ওলাই আহিছে নিশাই বুজিব নোৱাৰিলে।

আলোক উঠি নিশাৰ কাষলৈ গ'ল, আৰু নিশাৰ মূৰটো মৰমেৰে বুকুৰ মাজত সুমাই ল'লে। নিশাৰ চকুত আবত হ'ল সজল বাৰিষা।

জীৱনত যি মৰমৰ কাৰণে দুটোপা চকুপানীও কোনোদিন টুকি নেপালে। নিশাৰ গভীৰ অন্তৰ্বেদনাৰ ভাষা যেন আলোকে বুজি পালে।

নিশাৰ চকুপানীবোৰ লাহে লাহে মচি মচি আলোকে ক'লে, "মোক আৰু একো নেলাগে নিশা, ইয়াকে লৈ মই মৃত্যু পৰ্য্যন্ত যাব পাৰিম। মোৰ কোনো দুখ নহয়।"

"কিন্তু চকুপানী যে অলপ পিছতে শুকাই যায়। মই জানো, আপোনাৰ দুখ হ'ব, বহুত দুখ হ'ব। আৰু মই দূৰৰ পৰা চাই থকাৰ বাহিৰে অকণো সহায় কৰিব নোৱাৰিম।"

এখন অসহায় অশ্ৰুসিক্ত পৃথিৱী। চাৰিওপিনে অন্ধকাৰৰ অন্তহীন আচ্ছাদন! কেতিয়া ৰাতি পুৱাব?

আলোক আৰু নিশা দুয়ো খিৰিকী খনৰ কাষলৈ উঠি আহিল। দুয়ো থিয় দি অলপ পৰ বাহিৰৰ ফালে চাই ৰ'ল। দুটা উজাগৰী মানবাত্মাৰ অবোধ্য, কৰুণ বেদনাই যেন ৰৱযুণ আকৰ বুকুত ভাষা বিচাৰিলে, আত্মীয়তা বিচাৰিলে।

কিছুপৰৰ মূৰত যেন নিশাই কিবা এটা পথৰ ৰেঙনী দেখা পালে। নিশা আলোকৰ ফালে ঘূৰিল। আলোকো ঘূৰিল।

"মামা"—

"কি নিশা?"

"আমি এইদৰেই থাকিম—"

আলোকৰ কাষত হাত ধৈ নিশাই ক'লে।

"কি নিশা?"

"ওঁ, আমি এইদৰেই থাকিম। আহক ভাজৰ"—

"কিন্তু সদায় এইদৰে কেনেকৈ থাকিবা?" আলোকৰ চকুত সন্দিগ্ধ প্ৰশ্ন।

"এবাৰ ভুল হৈ গ'ল। সেই ভুলে আমাৰ জীৱনৰ পথ বেঁকা কৰি পেলালে। তাৰ শুধৰণি নাই। কিন্তু আকৌ আমি যেনেকৈয়ে হওক আমাৰ পথ বিচাৰি পাইছো। আকৌ ভুল কৰি অন্য পথ আৰু আমি নিবিচাৰো।"

"তুমি কি ভাবিছা মই বুজা নাই নিশা—"

"বুজিবৰ দৰকাৰ নাই। আপোনাক এৰি মই থাকিব নোৱাৰিম, মোক এৰিও আপুনি থাকিব নোৱাৰিব। সেয়ে যদি হয়, আমি অন্য পথ আৰু নিবিচাৰো।"

"কিন্তু সেইটো কেনেকৈ সম্ভৱ হ'ব ?"

"চিৰদিন যি দৰে হৈ আহিছে। হয়তো এদিন আমি ধৰা পৰি যাম; ডাক্তৰে সকলো জানি যাব। কিন্তু সেই বুলিয়ে আমি নিৰাশ হম কিয় ?"

অলপ বৈ নিশাই ক'লে—"ডাক্তৰ থাকিব, ময়ো থাকিম, আপুনিও থাকিব। আপুনি কবিতা লিখিব, ওকালতি কৰিব। মই আপোনাৰে হৈ জীয়াই থকাৰ চেষ্টা কৰিম।"

নিশাক বুকুৰ একেবাৰে কাষলৈ টানি আনি আলোকে ক'লে—"তাৰ পৰিণাম কি হ'ব ভাবি চাইছা ?"

"চাইছো। অপযশ পাব, ইতিকিং কৰিব; ডাক্তৰ মোৰ, বা আপোনাৰ ওপৰত মাৰাত্মক কিবা প্ৰতিশোধ লোৱাৰ চিন্তা কৰিব, হয়তো লবও। কিন্তু আপুনি নোৱাৰিলেও মই আমাৰ মৰমৰ কাৰণে যি কোনো বিপদক মূৰ পাতি লম।"

আলোকে নিশাৰ ওঁঠত চুমা খালে, কিছুপৰ নিশাক বুকুৰ মাজত মৰমেৰে সাৱটি ধৰি থাকিল, তাৰ পিছত ক'লে—"ৰাতি বহুত হ'ল নিশা—"

নিশাই অন্য কথা ভাবি আছিল। ক'লে, "কিন্তু, আমি সাৱধান হ'ব লাগিব, খুব সাৱধান। আপুনি ইয়াতে থাকিব, কিন্তু অহা যোৱা সেৰেঙা কৰিব।"

"তেতিয়া মোক ভুল নুবুজাতো ?"

দুয়ো খিড়িকীৰ কাষৰ পৰা আঁতৰি আহিল। আলোকে আকৌ চকীখনতে বহিব খুজিছিল, নিশাই আলোকক নিজৰ কোঠালীলৈ লৈ গ'ল। আলোক নিশাৰ বিচনাখনতে বহিল! নিশাও কাষতে বহি আলোকৰ কাষতে ওপৰলৈ মূখৈ শুই পৰিল। আলোকে নিশাৰ চকুলৈ চালে।

"এইটো ঘৰত এইদৰে এইটোৱেই শেষ ৰাতি, আজি নুগুলে জানো নহব—?" নিশাই ক'লে।

নিশাৰ কথাবোৰ যেন প্ৰফুল্ল হৈ উঠিছে। কিছু পূৰ্বৰ বিমৰ্ষতা নোহোৱা হৈছে। নিশাৰ সিদ্ধান্তই যেন সিহঁতৰ ভালপোৱাক জয়ী কৰি তুলিব। প্ৰতিকূল পৃথিৱীৰ বিৰুদ্ধে থিয় দিবৰ কাৰণে যেন সকলো শক্তি আছে নিশাৰ, মাত্ৰ লাগে আলোকৰ সহযোগ।

আৰু আলোকৰ কোলাত মূৰ থৈ পৰি আছে নিশা।

উদ্দাম প্ৰেমৰ পৰশে নিশাক নতুন যৌৱন দান কৰিছে। নিশা পত্নী নহয়, সন্তানৰ মাতৃ নহয়, নিশা কোনো নৱযৌৱনা ষোড়শী। উৎসৱ মত্ত

যৌৱনৰ সকলো আড়ম্বৰ, সকলো বিলাসলৈ প্ৰথম প্ৰৱেশ কৰিছে। এইটো জীৱনৰ বাহিৰে অন্য কোনো জীৱন নিশাৰ নাছিল, অন্য কোনো অতীত নিশাৰ নাই।

গভীৰ ৰাতিৰ মেঘলজল নিৰৱতাৰ বুকুত যেন নৱজাগ্ৰত কামনাৰ প্ৰথম পদছন্দৰ কণ্-জুনু নূপুৰ ধ্বনি।

আলোকে তাৰ প্ৰতি স্নায়ুত অনুভৱ কৰিলে যৌৱনৰ আদিম নিৰ্ভীক চেতনা।

কেতিয়াবা বিচ্ছেদ আহিব, কেতিয়াবা উৎসৱ ঘৰৰ আলোকমালা নুমাই যাব, কেতিয়াবা অৱসাদৰ দৈত্যই এই আবেগ উত্তেজনাৰ ফুলনি নিশ্চিহ্ন কৰি দিব—

কিন্তু আজি নহয়। কেতিয়াবা। আজি কেৱল হৃদয় বিলাই দিয়াৰ আনন্দ। সৰ্বস্ব উজাৰ কৰি দি দেৱলীয়া হোৱাৰ পৰম তৃপ্তিৰ বেদনা।

“নিশা—”

নিশাই চকু মুদি দিছে, ওঁঠ দুটাৰে আলোকে নিশাৰ ওঁঠ দুটা কোমলকৈ হেচি ধৰিলে।

ৰৰষুণজাকে নিৰৱে ক'লে, পৰহিলৈ শ্ৰীকণ্ঠ আহি পাবহি।

## ॥ চৌত্ৰিশ ॥

“তোমাৰ বৰ অসুবিধা হৈছিল নহয় নিশা? ইমান দিন অকলশৰে কটাব যে পাৰিলা!” নিশাৰ মুখলৈ মৰমেৰে চাই শ্ৰীকণ্ঠই ক'লে।

হাঁহি নিশাই ক'লে “অকলশৰে নেথাকিলে ক'ব লগ পাম?'

“তোমাৰেই কপাল ভাল যে মই নথকা সময়খিনিত আমাৰ ইয়াত আলোক মামাৰ আছিল। নহলে তোমাৰ নিশ্চয় বৰ অসুবিধা হলহেঁতেন।”

সামান্য অভিযোগৰ সুৰত নিশাই ক'লে—“আলোক মামা কিবা সদায় থাকেনে? তেওঁ কত সভা সমিতি কৰি ফুৰে, বাগিছালৈ যায়, বহুবাৰ কিবা কেছৰ খবৰ কৰিবলৈ নাইবা সভা কৰিবলৈ মাজে মাজে গুৱাহাটীলৈ যায়—”

“গুৱাহাটীলৈ আকৌ কেলেই”?

হাইকোৰ্টলৈ কিবা কেছলৈ যায় হবলা। আৰু—”

"আৰু কি" ?

"গুৱাহাটীত কোনোবা আছে, মনে টানে হ'বলা"—কৈ নিশাই হাঁহিলে।
"ওঁ সেইটো মোলৈতো লিখা নাছিলা। কোন ছোৱালীনো ?"

"কেলেইনো ক'ম ?"

"কেলেই আৰু মই বাইভেল ওলামনে" ?

"কি বিশ্বাস—" হাঁহি নিশাই ক'লে।

আহি পোৱাতকৈ এই কেইদিন নিশাৰ অলপ চেহেৰাপানীৰ উন্নতি হৈছে। শ্ৰীকণ্ঠ আহি পোৱাৰ পিছদিনা যে নিশাৰ টান জ্বৰেই উঠিছিল। আগৰ হাৰ্টৰ অসুখেও ধৰিছিল। এৰা, বহুত দিনৰ মূৰত শ্ৰীকণ্ঠক পায়ে হয়তো হৈছিল।

পিছে এই কেইদিনৰ ভিতৰতে নিশাৰ স্বাস্থ্যৰ বেছ পৰিবৰ্ত্তন হৈছে। নিশা আগৰ নিচিনা ৰভীয়াল হৈ পৰিছে। এৰ', এনে ধৰণে হাঁহি-মাতি কিমান দিন কথা-বতৰা পাতিবলৈ কাকো পোৱা নাই চাগৈ নিশাই। ঘৰখনত যে মানুহেই নাই। আলোকো সদায় নাহে। ল'ৰা-ছোৱালী দুটাৰ লগতনো কিমান কথা পাতিব।

"বিয়া পিছে হ'বগৈ নেকি ?" শান্তভাবে শ্ৰীকণ্ঠই সুধিলে।

"লোকৰ কথা, মইনো কেনেকৈ জানিম ? সুধিলে সেখোন হাঁহি উৰাই দিয়ে।"

নিশাইযে নিৰ্বিকাৰ ভাৱে কথাবোৰ আজি কেনেকৈ কৈ গৈ আছে নিজেই বুজিব নোৱাৰিলে। আৰম্ভ হৈছে প্ৰবঞ্চনা আৰু প্ৰতাৰণাৰ যুগ। নিশা নিৰুপায়। কৃত্ৰিম হাঁহি, কৃত্ৰিম আনন্দ আহ্লাদ আৰু সাজি কোৱা সত্য, অৰ্দ্ধসত্য কথাৰে নিজক ঢাকি ৰখাৰ বাহিৰে অন্য উপায় নাই। শ্ৰীকণ্ঠৰ অনুপস্থিতিৰ কালত হোৱা অভাৱনীয় অভিজ্ঞতাৰ ইতিহাস পৃথিৱীৰ কোনোৱে জানিব নেলাগিব। তাক বুকুৰ মাজত গোপনে সামৰি ৰাখিব লাগিব—দুৰ্মূল্য হীৰা-মুকুতা সাঁচি ৰখাৰ দৰে।

"এৰা, সুকন মানুহজনৰ বিষয়ে আগে মই সিমান ভৰা নাছিলো। বৰ ভাল মানুহ বেচেৰা।"

নিশাই একো নেমাতিলে।

"তুমি ক'বাচোন, যদি পাতে বিয়াখন সোনকালে পাতি দিও"।

"মই আকৌ কিয় ক'ম ? আপুনিয়ে ক'ব।"

"এৰা, মৱে ক'ব লাগিব। এতিয়াতো আৰু তেওঁৰ লাজ কৰিবৰ বয়স নাই।"

"আৰু আজিকালি মোকল প্ৰেক্টিছতো ভাল পইচা লগিছে, এহকে চীনিয়ৰ উকীলতকৈ বেছি পইচা পায়।"

"পলিটিক্সত থকা মানুহ নহয়, ইন্‌ফ্লুৱেন্স আছে"।

পটিকতে বহি কথা পাতিছিল ডাক্তৰ আৰু নিশাই। ডাক্তৰ অহাৰ দুবিদিনেই হ'ল। কেইদিনমান নিশাৰ অসুখ গ'ল। সেই অসুখ। তাৰ পিছতে ডাক্তৰৰ অলপ চৰ্দ্দি-জ্বৰ হ'ল। দুয়ো ভাল হৈ উঠিছে এতিয়াহে আৰু বিশেষ অন্য কথা পাতিবৰ আৱশ্যকো তেওঁলোকৰ হোৱা নাছিল।

ডাক্তৰ আহি পোৱাৰ দিনা নিশা বৰ নাৰ্ভাছ হৈ পৰিছিল। ডাক্তৰৰ আগত আগৰ নিচিনাকৈ দেখা দিবলৈকে যেন ভয় লাগিছিল। এটা অজানিত আশংকাত যেন মনটো দুক দুক কৰি উঠিছিল। বহু কষ্টে নিশাই সহজ হ'বৰ চেষ্টা কৰিলে।

পিছদিনা জ্বৰ আৰু হাৰ্টৰ অসুখ হোৱাত নিশা আচৰিত নহল। ডাক্তৰে নিশাক আগৰ নিচিনাকৈয়ে পাবলৈ বিচাৰিছিল। নিশাৰ অন্য উপায় নাছিল।

ক্ৰমে নিশাই নিজক সামৰি ল'লে। আলোকৰ প্ৰসংগ ওলালেই ডাক্তৰক অন্য কথা কয়। ডাক্তৰ নথকা সময়খিনিত যেন উল্লেখযোগ্য একোৱেই ঘটা নাছিল। এনেভাবেই নিশাই কথাবোৰ ক'লে। আৰু ডাক্তৰো নিশাৰ স্বাস্থ্যৰ বাহিৰে, নিশাৰ সম্পৰ্কে অন্য কোনো দুচিন্তা কৰিবলগীয়া নাছিল। বেছি চিন্তা আছিল ল'ৰা-ছোৱালী দুটাৰ। দুয়োটাই ভালে আছে। আগতকৈ ডাঙৰ হৈছে। ধুনীয়া হৈছে।

অলপ গহীন হৈ থাকি নিশাই সুধিলে—"বিলাতত পিছে ক'ৰবাত চকু তকু দিছিলানে নাই?"

হাঃ হাঃ কৰি হাঁহি শ্ৰীকণ্ঠই ক'লে—"ইংলণ্ডৰ কালে এটা কথা আছে জানা—তুমি যদি শ্ৰীমতীৰ পিছ নোলোৱা, শ্ৰীমতীয়ে তোমাৰ পিছ নলৈ নেৰে।"

"তাৰ ছোৱালীবোৰ বৰ ধুনীয়া বোলে?"

"খুব—বগী—ৰূপহী—আৰু—" কৈ কৈ আকৌ ডাক্তৰে হাঁহিলে।

নিশায়ো হাঁহিলে।

আলোক কছাৰীৰ পৰা ঘূৰি আহিছিল। নিজৰ পদূলি মূৰৰ পৰা চাই দেখিলে নিশা আৰু শ্ৰীকণ্ঠই, দুয়ো বৰ উল্লাসেৰে হাঁহি হাঁহি কথা পাতি আছে। হঠাৎ যেন আলোকৰ মনটো দমি যোৱা যেন পালে। সি অনুভৱ কৰিলে যেন সি নিশাইতৰ জগতৰ পৰা ক্ৰমে দূৰলৈ আঁতৰি আহিছে। পুনৰবাৰ সেয়াই আলোক নিজৰ ঘৰলৈ সোমাই গ'ল।

"বোৱাচোন, মামাৰক চাহ খাবলৈ ইয়ালৈকে মাতি আনাগৈ" শ্ৰীকণ্ঠই ক'লে।

"আহি পাইছে মুঠেই।"

"কৈ আঁহা, লাগিলে পিছতো আহিব।"

নিশাই ক'লে, "আপুনিয়ে যাওকচোন। আপুনি মাতি আনিলে বেছি ভাল পাব।"

"এৰা, ঠিকেই কৈছা", ডাক্তৰে ক'লে।

"তুমি তেন্তে চাহ কৰাগৈ বোৱা।"

অলপ ভাবি নিশাই ক'লে—"চাহনো কি খাব। আজি গধূলি আমাৰ ইয়াত ভাতকে খাবলৈ ক'ওকগৈ।"

"এৰা, মই অহাৰ পৰা তেওঁক ভাত এসাজো খুওৱা নাই।"

অলপ পৰৰ পিছত শ্ৰীকণ্ঠ আলোকৰ ঘৰলৈ গ'ল।

শ্ৰীকণ্ঠ বিলাতৰ পৰা আহি পোৱাৰ সময়ত আলোক কছাৰীঘৰত আছিল। এৰড্ৰ'মলৈ গৈ নিশাৰ লগতে অভ্যৰ্থনা জনোৱাৰ সৌভাগ্য আলোকে নিবিচাৰিলে। হয়তো মনৰ মাজত সিমানখিনি আগ্ৰহ অথবা সাহস বিচাৰি নেপালে। সন্ধিয়া অৱশ্যে আলোকে শ্ৰীকণ্ঠক দেখা কৰি খবৰ বাতৰি সুধি কথা বতৰা পাতিলে। কিন্তু পিছ দিনাৰ পৰা এসপ্তাহমান আলোকে নিশা আৰু শ্ৰীকণ্ঠৰ পৰা অলপ গা এৰা দি ফুৰিলে। ডাক্তৰৰ লগত নিশাক একেলগে দেখা পোৱাৰ অৱস্থাটো আলোকৰ কাৰণে সুলভসহ্য নহব যেন অনুভৱ কৰিছিল আলোকে।

পিছত এদিন আলোক আহি ডাক্তৰ ঘৰত থকা সময়তে নিশাৰ খবৰ ল'লে,—"তোমাৰ বোলে গাৰ অসুখ আছিল। এতিয়া ভাল পাইছানে নিশা?"

নিশাই আলোকৰ কথাবোৰত মিহলি হৈ থকা বিষাদ আৰু অভিযোগ খিনি বুজিব পাৰিছিল। নিশাই কোনোমতে কৈছিল—"হয় অলপ ভাল পাইছো। আপুনি ভালে আছে?"

ইয়াৰ উত্তৰ আলোকে দিছিল এটা কৰুণ হাঁহিৰে। কাৰণ প্ৰশ্নটোৰ উত্তৰ নিশাই নজনা নহয়। নিশাৰ চকুলৈ চকু তুলি চোৱাটো আলোকৰ কাৰণে মাৰাত্মক হৈ উঠিছিল। কিন্তু নিশাৰ ধৈৰ্য্য দেখি আলোক আচৰিত হৈ গৈছিল। নিশাই যেন আলোকক সাধাৰণভাৱেহে চিনি পায়।

আলোকৰ লগত ডাক্তৰে বেলেগ প্ৰশ্ৰেৰ কৰি আছিল। গধূলি ডাক্তৰ,

নিশা আৰু আলোকে চিনেমা চাব, তাৰ পৰা আহি্হে ভাত খাব। বাড়ৰ্দিয়ে ভাত-পানী কৰিব।

নিশাই প্ৰতিবাদ কৰিলে। কিন্তু নগলে ভালোচা শ্ৰীকণ্ঠই অন্তৰ্নিহিত তাৰে, এই সন্দেহত যাবলৈ মান্তি হ'ল। নিশাৰ ইচ্ছা-শক্তি যেন দিনে দিনে দুৰ্বল হৈ আহিছে। নিজৰ ইচ্ছা অনিচ্ছাৰ কথা অকণো নেভাবি শ্ৰীকণ্ঠৰ ডাক্তৰৰ আদেশ পালন কৰি যোৱাৰ বাহিৰে নিশাৰ যেন গত্যন্তৰ নাই।

ইংৰাজী ছবি আছিল—"Serpent of the Nile" বিখ্যাত ছবি। নীল নদীৰ পাৰৰ সুন্দৰীৰ প্ৰেম আৰু মৃত্যুৰ কাহিনী। যৌৱন আৰু প্ৰেম, প্ৰেম আৰু মৃত্যু। ৰূপৰ সপিল সীমান্তত দুৰ্বাৰ প্ৰেমৰ উন্মুখ বন্যা। তাৰ সিপাৰে শীতল মৃত্যুৰ যৱনিকা।

আলোকৰ সোঁফালে নিশা, নিশাৰ সোঁফালে শ্ৰীকণ্ঠ। দুজন পুৰুষৰ মাজত এজনী নাৰী। এজনৰ কাষত বাওঁফালে, নিশাৰ প্ৰাণৰ অব্যক্ত আৰাধনা আৰু আনফালে নিশাৰ সোঁহাতে জীবনৰ স্থূল আশ্ৰয়।

চিনেমা চাই নিশাই বিশেষ একো অনুভৱ কৰিব নোৱাৰিলে। হয়তো আলোকেও একো নেদেখিলে, নুবুজিলে। মাথোন চিনেমা দেখিলে ডাক্তৰ শ্ৰীকণ্ঠই। সপিল যৌৱনৰ অন্তিম আশ্ৰয় এটি নীল বৰনীয়া সাপৰ ওঁঠত এটা তীব্ৰ চুমা—দুয়ো বুকুৰ মাজত।

—তাৰ পিছত মৃত্যু।

সেই মৃত্যু জানো প্ৰেমতকৈ মহীয়ান? ভাত-খাওঁতে ডাক্তৰে ইংলণ্ডৰ আৰু য়ুৰোপৰ অন্যান্য ঠাইৰ থিয়েটাৰ আৰু ছবিঘৰবোৰৰ কথা ক'লে। তাৰ মঞ্চ আৰু ছবিঘৰ, সাজসজ্জা আৰু অভিনয়; দৰ্শকৰ ৰুচি আৰু নাট্যাভিনেতাৰ স্থান আদি সম্পৰ্কে বহলাই কথাকে ক'লে শ্ৰীকণ্ঠই। আলোকৰ অন্যমনস্কতা ধৰা পৰি যায় বুলি মাজে মাজে যথেষ্ট আগ্ৰহ দেখুৱালে—যেন বৰ কৌতূহল আৰু একাগ্ৰতাৰে ডাক্তৰৰ কথা শুনিছে।

নিশা অবশ্যে নিৰৱেই থাকিল। ডাক্তৰে যেনে কথাবোৰ আলোকক উদ্দেশ্য কৰিয়ে কৈছে, নিশাই তাৰ ভাগ নললেও হয়।

ভাত খাই উঠি ডাক্তৰ আৰু আলোক আহি পৰ্টিকত বহিলহি। দুয়ো দুটা চিগাৰেট জ্বলাই হুপিব ধৰিলে—নিৰৱে। মাজতে বটাটো হাতত লৈ আহি নিশা আলোকৰ ওচৰত ব'লহি। নিশাই নোচোৱাকৈয়ে আলোকে এখন তামোল ল'লে—বৰ নিৰ্বিকাৰ ভাৱে।

ডাক্তৰকো তামোলখন দি নিশাই লাইটটো নুমাই দিলে। বাহৰ কোঠাত

জনা নীলা বাৰটোৰ কোমল পোহৰৰ আভাস এটা আহি পৰ্টিকতো পৰিলহি।

ডাক্তৰে অলপ উচ্ছ্বসিতভাৱে ক'লে, "সঁচাকৈয়ে ফুকন, ভাত মাজে মাজে মোৰ নিশাইতৰ কাৰণে চিন্তাই হৈ পৰে—কিজানি কেনেকৈ আছে, কেনেকৈ চলিছে। কিন্তু যেতিয়াই মনত পৰে যে আপুনি ওচৰতে আছে, মোৰ চিন্তা নোহোৱা হয়।"

অপ্ৰস্তুত হোৱাৰ পৰা আলোকক ৰক্ষা কৰিবৰ মনেৰেই যেন নিশাই ক'লে, "মামা ওচৰতে থাকিল যে, আমাৰনো কিটো কৰি দিলে!"

"এৰা"—আলোকে ক'লে।

হঠাতে আলোকে বাউসিত কিহবাই কামোৰা যেন পাই ঘূৰি চাই দেখে পিঠিৰ পিছতে আন্ধাৰৰ মাজত নিশা থিয় দি আছে—এজনী সৰু ছোৱালীৰ দৰে, আৰু নিশাৰ এখন হাত আছে আলোকৰ কান্ধৰ ওপৰত। ডাক্তৰে কথা কৈছিল বাহিৰৰ ফালে চাই চাই। গতিকে হয়তো নিশাক লক্ষ্য কৰা নাছিল।

"এজন ভাল মানুহ কাষতে থকাটোৱেই ভাঙৰ কথা নিশা।"

প্ৰসংগ সলনি কৰিবৰ কাৰণে আলোকে সুধিলে, "এতিয়া ডাক্তৰে কি কৰিব, নতুন ডিগ্ৰীতো লৈ আহিল। এতিয়াও জানো আগৰ কামতে থাকিব?"

ডাক্তৰে ক'লে যে বৰ্ত্তমান তেওঁ আগৰ কামতে যোগ দিব। কিন্তু ইতি-মধ্যে কেন্দ্ৰীয় চৰকাৰৰ অধীনত কিছু ডাক্তৰ নিয়োগৰ জাননী ওলাইছে, তেওঁও দৰ্খাস্ত কৰিব, আৰু হয়তো পাবও পাৰে।

"হ'লে কাম ক'ত হ'বনো"? আলোকে সুধিলে।

"হ'লে ভাৰতৰ ভিতৰতো হ'ব পাৰে, নহলে ইউৰোপৰ এছিয়াৰ কোনো এঠাইতো হ'ব পাৰে। মোৰ কিন্তু ভাৰতৰ বাহিৰলৈহে যাবৰ ইচ্ছা আছে।"

হঠাৎ যেন আলোকৰ প্ৰাণৰ সকলো আশা, সকলো কল্পনা মুহূৰ্ত্ততে নোহোৱা হৈ গ'ল। এইবাৰ অধ্যয়ন নহয়, চাকৰি।

"তেতিয়া হলে নিশাইতকো লৈ যাব নহয়"?

"হয়, চাকৰি যদি বাহিৰত হয়েই, কমেও পাঁচ বছৰমানৰ কাৰণে যাব লাগিব।"

"এৰা, এই সুযোগতে নিশাইতে কিছু দেশ ফুৰিও আহিব পাৰিব।"

এইবাৰ আলোকৰ হাতখনে আন্ধাৰতে নিশাৰ হাতখন বিচাৰি পালে। নিশাৰ হাতখন নিশ্চল আৰু শিথিল হৈ গৈছে।

আলোক আৰু নিশা যেন কোনোবা নিষ্ঠুৰ নিয়তিৰ চক্ৰব্যূহৰ মাজলৈ ক্ৰমে সোমাই গৈছে। তাৰ পৰা ওলাই আহিবৰ পথ ক্ৰমে বন্ধ হৈ আহিছে।

নিশাৰ তপত হনুমিনিয়াছটোৰ কঁপনি আলোকে ভিতিৰ ওপৰত অনুভৱ কৰিলে। দিনে দিনে যেন নিশা আলোকৰ পৰা আঁতৰি যাব লাগিছে, দুষ্প্ৰাপ্য হৈ যাব ধৰিছে।

বাহিৰৰ ফালেই নিবিষ্টমনে চাই থাকি ডাক্তৰে ক'লে,—"সঁচা ফুকন, ব'হেই থাকো, আপোনাৰ কথা মোৰ সদায় মনত থাকিব।"

আন্ধাৰতে নিশাৰ হাতখন অলপ আগবাঢ়ি আহিল। নিশাই আলোকৰ ওঁঠৰ ওপৰেদি হাতখন ফুৰাই নি চকুৰ পতাত বাখিলে, আলোকৰ দুয়োটা চকু সেমেকা।

হঠাৎ নিশা অলপ কুঁজা হ'ল আৰু অপ্ৰত্যাশিত ভাবে আলোকৰ গৌ-চকুটোত চুমা এটা খাই সেইখিনিৰ পৰা আতৰি গ'ল।

ডাক্তৰৰ চকুৰ আগত তেতিয়া হয়তো পূৰ্ব এছিয়াৰ কোনোবা এটা বাজ দূতাবাসৰ ধুনীয়া ছবি!

বহুত বোবা বেজাৰে আলোকৰ কণ্ঠ ৰুদ্ধ কৰি ধৰা যেন অনুভৱ কৰিলে আলোকে। লগে লগে ভয়ো লাগিল, কি দুঃসাহসী এই নিশাজনী। এইটো পৰ্টিক, সোৱা ডাক্তৰ বহি আছে।

অদ্ভুত ছোৱালী এই নিশা।

অলপ পৰৰ সহজ নিবৱতাৰ পিছত নিশাই ক'লে—"ৰাতি ভালেমান হ'ল। আপুনি আজি নোশোৱে জানো মামা?"

"এৰা ফুকন, আপুনি কিন্তু সদায় এবাৰ আহিব লাগে। I am having very nice evenings অলপ কথা বতৰা পাতি থাকিলে ভাল লাগিব"—ডাক্তৰে ক'লে।

নিশাই ক'লে—"কামৰ মানুহ, সদায় আহিব পাৰিব জানো?"

আলোকে ক'লে—"বহুত দূৰতো নেথাকো। সময় পালে আহিম নিশ্চয়।"

॥ পঁয়ত্ৰিশ ॥

মায়াৰ অন্তৰত ই. এ. ছি ভাস্কৰে কি ভাবৰ সৃষ্টি কৰিলে বুজিব নোৱাৰিলেও মায়াই যে ভাস্কৰৰ ভাব-ৰাজ্যত এটা অভিনৱ আৰু অভূতপূৰ্ব আলোড়ন সৃষ্টি কৰিলে সেই কথা স্পষ্ট হৈ পৰিল—ভাস্কৰৰ কথা-বতৰা আৰু হাবভাবৰ পৰা। বাহিৰে হাকিমৰ গাম্ভীৰ্য ৰক্ষা কৰি চলিলেও, আলোকক অকলে লগ পালেই ভাস্কৰে মায়াৰ কথা তুলিয়াই নাথাকে। ইয়াৰ কাৰণ আলোকে সুবুজা নহয়। কিন্তু কথাটো ব্যক্তিগত কাৰণে আলোকে তাৰ পৰা অন্য কোনো সিদ্ধান্ত কৰিবলৈ বিচৰাৰ প্ৰয়োজন অনুভৱ নকৰিলে। বন্ধুত্বৰ বাহিৰে অন্য সম্পৰ্ক আলোকৰ মায়াৰ লগত নাই। আৰু মায়া ছোৱালীজনী অলপ অন্য ধৰণৰ। তাইৰ মনটোৰ সম্পৰ্কে এটা নিৰ্ভুল ধাৰণা সহজে কৰা নেযায়।

শ্ৰীকণ্ঠয়ো ভাস্কৰৰ বন্ধুত্ব সহজে স্বীকাৰ কৰি ললে। কবি আলোক ফুকন ভাবুক মানুহ। কম কথা কয়, অথচ ডাক্তৰক লাগে এনে এজন বন্ধু যি তেওঁৰ নানা কাহিনী মনোযোগেৰে শুনি মনে মনে বহিয়ে নেথাকিব, বৰং লগে লগে ৰসাল কথা কাহিনীৰে মজ্‌লিচ গৰম কৰি তুলিব। ভাস্কৰ তেনেকুৱা এজন ডেকা। সামাজিক ভাবেও ডাক্তৰ আৰু ভাস্কৰ প্ৰায় একে পৰ্যায়ৰ। গতিকে আলোকে যেতিয়া অন্য ঠাইত কাম থকাৰ অজুহাত দেখুৱাই দিনৰ দিনটো নিশা আৰু শ্ৰীকণ্ঠৰ পৰা আঁতৰি থাকে, ৰাতিহে ঘৰ সোমায়হি, তেতিয়া বন্ধ আৰু দেওবাৰৰ বাহিৰেও সদায় আবেলি ভাস্কৰ আহি ডাক্তৰৰ লগত নানা কথা পাতি বহি থকাৰ কাৰণে ডাক্তৰে ভালেই পালে। ইতিমধ্যে ভাস্কৰ নিশাৰ লগতো যথেষ্ট ঘনিষ্ঠ হৈ পৰিছে।

ইয়াৰ আন এটা কাৰণো আছে। মায়াৰ লগত নিশাৰ সৰুকালৰ পৰা বন্ধুত্ব আছে।—গাঢ় বন্ধুত্ব, ৰক্ত সম্পৰ্ক যদিও নাই। আৰু নিশাৰ যোগেদি মায়াৰ সম্পৰ্কে কথা-বতৰা পতাৰ সুযোগো ভাস্কৰে লবলৈ বিচাৰিলে।

কিন্তু অলপ আচৰিত হ'ল ভাস্কৰ। মায়া আৰু ভাস্কৰৰ সম্পৰ্কে বিশেষ আগ্ৰহ নিশাই প্ৰকাশ নকৰিলে। সেই বিষয়ত যেন নিশাৰ কৰিব লগীয়া একো নাই। পৰোক্ষে নিশাই ভাস্কৰক ক'লে যে মায়াৰ কাৰণে ভাস্কৰেই পোনপটীয়া ভাবে কথা-বতৰা চলাব পাৰে মায়াৰ অভিভাৱকৰ লগত। আৰু মায়াক পোৱাৰ বাটত ভাস্কৰৰ কোনো বাধা নাই। বিশেষকৈ মায়াৰো বিয়াৰ বয়স হৈছে,

আৰু ভাস্কৰো ই. এ. ছি বেভিয়া, পাত্ৰ হিচাবে মাৱাৰ যোগ্য। মায়া আৰু মায়াৰ অভিভাৱক দুয়োজনে সম্পৰ্ক ঘটিলে সন্তুষ্ট হ'ব।

ভাস্কৰ অলপ নিকৎসাহ হ'ল, কিন্তু নিজৰ দুৰ্বলতা প্ৰকাশ নকৰিলে। নিশাই অৱশ্যে আশ্বাস দিলে—"আপুনি বাৰু চিন্তা নকৰিব। মই চিঠি লিখি মায়াৰ মতামত আনি দিম; মায়া নিশ্চয় আপোনাক পালে সুখীয়েই হ'ব।"

ভাস্কৰৰ উদ্দেশ্য জানিব পাৰি ডাক্তৰেও ভাল পালে। বেছ উল্লাসিত ভাবে ডাক্তৰে ক'লে—"মায়াক মই ভালকৈ চিনি পাওঁ, Just the girl for you. ধুনীয়া up to date আৰু cultured। আজি কালিৰ ছোৱালী বোৰ অলপ কালচাৰ্ড নহলে life is bound to be dull.

"আমিহে কালচাৰ ছালচাৰ একো নিশিকিলো"—নিশাই ক'লে।

ডাক্তৰে ক'লে,—"কালচাৰৰ আটাইতকৈ ডাঙৰ চিন কি জানা?"

দুয়ো ডাক্তৰৰ মুখলৈ চালে। অলপ হাঁহি ডাক্তৰে ক'লে—"নিজৰ ঘৰখনক সুখী কৰিব পৰা গুণ।"

Particularly in being able to make your husband happy, —with—with your love and affection," নিশা ভিতৰ সোমাই গ'ল। নিজৰ স্বামীক নিজৰ প্ৰেমেৰে সুখী কৰিব পৰাটো কালচাৰৰ চিন!

ডাক্তৰে ভাস্কৰক ক'লে, "বৰ বেছি ভবা-চিন্তা নকৰিব। decide কৰি পেলাওক। আপুনি দেখিব মায়া আৰু আপুনি সুখী হ'ব পাৰিব।

নিশা নিজৰ কোঠাৰ খিৰিকীখনৰ কাষলৈ গ'ল। আৰু আলোকৰ ঘৰৰ ফালে চালে। নিশাই দেখিলে আলোক নিজৰ কোঠাতে বহি আছে। আলোকৰ কোলাতে কিবা কিতাপ এটা মেলা আছে যদিও পঢ়া নাই, এনেই একে থৰে কিবা ভাবি বাহিৰৰ ফালে চাই আছে। নিশায়ো আলোকৰ ফালেই চাই ৰ'ল। আলোকে নিশাক দেখা নাই। নিজৰ চিন্তাতে আলোক তন্ময়।

বাহিৰত ডাক্তৰ আৰু ভাস্কৰে হুলস্থুল কৰি কথা পাতিছে যেন পৃথিৱীত আৰু অন্য কোনো নাই!

এবাৰ আলোকে নিশাৰ খিৰিকীখনৰ ফালে ঘূৰি চালে নিশাৰ চকুত আলোকৰ চকু পৰিল। অলপ পৰ নিৰ্বাক চাবনিৰে নিশাৰ ফালে চাই আলোকে মুখ ঘূৰাই ল'লে। আলোকৰ মুখখন শুকান।

ওচৰা-উচৰি দুটা ঘৰ। ওচৰা-উচৰি দুটা প্ৰাণ। কিন্তু মাজত দুৰ্লংঘ্য ব্যৱধান। আলোক আলোক আৰু নিশা নিশা। আলোক আছে নিশাৰ জীৱনৰ বাহিৰত।

নিশাৰ চকু বাষ্পসিক্ত কৰি আনিছিল, কন্ত কিছুমান বেদনাই। নিশাৰ বুকুখন যেন হেঁচি ধৰিলে। নিশা লাহে লাহে খিৰিকীৰ কাষৰ পৰা আঁতৰি আহিল।

নিশা বিচনাতে বহিল। মোৰ কাৰণেই আলোকে গোটেই জীৱনটো নিঃসংগ বেদনাৰ মাজেদি এইদৰেই কটাই দিব লাগিব নেকি? মোক ভাল পাই থাকি আলোকৰ কি লাভ হ'ব? কি পাব আলোকে? আমি বিচ্ছিন্ন হৈ পৰিছো। হয়তো আৰু কিছুদিনৰ মূৰত একেবাৰেই এৰা এৰি হৈ পৰিব লাগিব। ডাক্তৰৰ চকুত ডাঙৰ হোৱাৰ সপোন, নিজক বিস্তাৰ কৰাৰ, প্ৰতিষ্ঠা কৰাৰ সাধনা। ইয়াৰ কাৰণে দৰকাৰ হ'লে পৃথিৱীৰ যেই কোনো ঠাইলৈ গুচি যাব। নিজক সংকীৰ্ণ, সৰু কৰি ৰাখি অন্য অসমীয়া ডেকাৰ দৰে নিজৰ দেশখনতে কুচি মুচি সোমাই থকাৰ দুৰ্বলতা ডাক্তৰৰ নাই। ডাক্তৰৰ এনে সংকল্পত সুখী নহবৰ কোনো কাৰণ মোৰ নাই।

"ইষ্ট এচিয়াত এটা চাকৰিৰ চেষ্টা কৰিছো। ইণ্টাৰভিউৰ কাৰণে অলপতে মাতিব পাৰে। I may get a chance. মোৰ সকৰে পৰা এটা adventure ৰ নিচা আছে। আৰু নতুন নতুন experience নেথাকিলে জীৱনটোক fully enjoy কৰা নেযায়। Distant lands and distant people—adventure and—well—a dose of risk—that makes life worth living." হাঁহি হাঁহি ডাক্তৰে ভাস্কৰক কৈছিল। আৰু হাঁহি হাঁহিয়ে ভাস্কৰে সমৰ্থন জনাইছিল—"নিশ্চয়, কেৱল দু পইচা অৰ্জন কৰি জীয়াই থকাটো বৰ primitive আৰু deplorable কথা। আপোনাৰ idea মোৰ খুব ভাল লাগিছে।"......

বিচনা খনতে নিশা বহিল।

মোৰো মন যায়—কোনোবা দূৰ দেশলৈ যাবলৈ। ছবিত দেখা সেই দেশবোৰ, সেই মানুহবোৰ, ভূগোলত পঢ়া সেই ঠাইবোৰ, সাগৰ আৰু পৰ্বত, মহানগৰ আৰু অৰণ্য, মন্দিৰ, মজজিদ, গীৰ্জা, পেগোদা—কত বিচিত্ৰ বস্তুৰে ভৰা বাহিৰৰ পৃথিৱীখন।

ডাক্তৰৰ লগে লগে সেইবোৰ ঠাইত মাজে মাজে কাৰণে অকাৰণে ঘূৰি ফুৰাৰ কি মাদকতা ভৰা তৃপ্তি! কোনেও আমাক নিচিনে, আমিও কাকো নিচিনো। সঁচাকৈয়ে ভাল লাগিব। ডাক্তৰ আজিৰ যুগৰ মানুহ—পশ্চিমৰ দেশবোৰ ঘূৰি মেলি আহি তেওঁৰ মন আৰু মুকলি হৈছে—তেওঁৰ মাজত এড্‌ভেঞ্চাৰৰ তৃষ্ণা আৰু প্ৰবল হৈ উঠিছে। সেই দেখি শ্ৰীকণ্ঠৰ উচ্ছ্বাস-উদ্দীপনা আগতকৈ

বাঢ়িছে। আগতকৈ আজিকালি ইংৰাজীও বেছি কয়, যদিও তেওঁৰ কোনো সংবাৰি নাই।

কিন্তু অসম এৰি, ভাৰত এৰি ডাক্তৰৰ লগে লগে দেশ-বিদেশত ঘূৰি ফুৰিলে আলোকৰ কাষত, আলোকৰ জীৱনৰ কাষত কোন থাকিব? আলোক অকলে থাকিব পাৰিব জানো? কোনে আলোকক যতন কৰিব, সান্ত্বনা দিব? আৰু বিদেশত সুৰণিত চাকৰি হ'লে মোবোতো তেওঁৰ লগতে নগলে নচলিব! এনে কোনো কাৰণ নাই যাক দৰ্শাই মই ডাক্তৰৰ লগত নগৈ আলোকৰ কাষত বৈ যাব পাৰিম।

বহুত সুৰ-নোহোৱা চিন্তাই নিশাক বিব্ৰত কৰি তুলিলে। এটা পথ আছে। কিন্তু আলোক জানো মান্তি হ'ব? মায়াক যদি আলোকৰ লগত বিয়া পাতি দিব পাৰি? মায়া হয়তো অমত নহ'ব। কিন্তু আলোক জানো মান্তি হ'ব?

নিশাৰ বুকুৰ ভিতৰখন কঁপি উঠিল! আলোক অন্তৰ হৈ যোৱাটো মই জীয়াই থাকোতে সহ্য কৰিব নোৱাৰিম। আলোক মোৰ। তেওঁৰ সকলো, যতন, সকলো ভালপোৱা মোৰ। যি কোনো উপায়েই হওক, আলোকক মোৰ হৃদয়ৰ কাষত ৰাখিম, জীৱনৰ মাজৰ পৰা নোহোৱা হৈ যাবলৈ হ'লে, মই জীয়াই থাকিব নোৱাৰিম।

আলোকক মোৰ নিজৰ কৰি ৰখাৰো উপায় নাই। আনৰ হোৱাটোও মই সহ্য কৰিব নোৱাৰো।

কি কৰিম?

মই কি কৰিম?

আলোকেই বা কি কৰিব?

জীৱনৰ অবোধ্য সাগৰ! সমাধান নাই।

ডাক্তৰৰ চেম্বাৰত তেতিয়াও পটিকতে বহি হাঁহি মাতি কথা পাতি আছে।

* * *

আবহমান কালৰ পৰা প্ৰেমৰ পথত থকা হাজাৰ অন্তৰায়ৰ পুনৰাবৃত্তি আলোক আৰু নিশাৰ জীৱনত দেখা দিয়াটোত অকণো অস্বাভাৱিকতা নাই। আলোকে মাজতে নিশাক দেহেপ্ৰাণে নিঃশেষ কৰি পোৱাৰ পিছত, এতিয়া সেই নিশাকে শ্ৰীকণ্ঠৰ বুকুৰ মাজত এৰি দিয়াৰ মানসিক শক্তি আলোকে নিজৰ ভিতৰত বিচাৰি নেপালে। সামাজিক, নৈতিক বহু যুক্তিৰে আলোকে নিজকে বুজাবৰ চেষ্টা কৰিলে যে নিশা শ্ৰীকণ্ঠৰ, নিশাৰ সৰ্বস্বৰ অধিকাৰী তেওঁৰ

স্বামীহে। আলোকে নিজৰ জীৱনৰ মাজত নিশাক সৰ্বতোভাৱে পাবলৈ কামনা কৰা যুক্তিসঙ্গত নহয়। নিশা আৰু আলোকৰ মিলনৰ সকলো সম্ভাৱনা কাহানিবাই শেষ হৈ গৈছে। আজি আলোকে নিশাক দূৰে দূৰে ভাল পাই থাকিলেও, নিশাৰ পৰা ভালপোৱা পাবলৈ আশা কৰা অন্যায়।

আলোকে তেন্তে কি কৰিব? অসম্ভৱৰ সাধনা কৰি জীৱনটো শেষ কৰি দিব? বিনিময়ত কি পাব? তাৰ পৰা কি লাভ হ'ব আলোকৰ, তেতিয়াওতো আলোকৰ জীৱন অপূৰ্ণই হৈ যাব! প্ৰেমৰ কাৰণে মাৰাত্মক দুঃসাহসী কিবা এটা কৰি নিশাক ডাক্তৰৰ পৰা কাঢ়ি আনিব? কিন্তু তাৰ পৰা অসহ্য কেলেঙ্কাৰীৰ উদ্ভৱ নহব জানো; আৰু আলোকৰ নিচিনা এজন উচ্চ শিক্ষিত, সমাজসেৱী, ৰাজনৈতিক কৰ্মী আৰু সাহিত্যিকে তেনে কাম কৰিবলগীয়া হলে, সি জানো সদৌ শিক্ষিত সমাজক অধোমুখ নকৰিব? মানুহে, সমাজে আলোক আৰু নিশাৰ অন্তৰৰ অনুভূতিৰ পৰিপ্ৰেক্ষিতত ইয়াৰ বিচাৰ নকৰে, বিচাৰ কৰিব সামাজিক নীতিবোধৰ মাপ-কাঠিৰে। সমাজৰ সেই বিচাৰে কুৰি শতিকাৰ মানুহ আলোক আৰু নিশাক বিব্ৰত কৰি নুতুলিবনে? আজিৰ মানুহে জানো দুখন অভিন্ন হৃদয়ৰ উচ্ছল অনুভূতিক শ্ৰদ্ধা কৰিব? অন্য কোনো কথা বিবেচনা নকৰি সমাজে, হয়তো আইনেও (ডাক্তৰে জানো সহজে ক্ষমা কৰিব আলোকহঁতক?) আলোকক পৰস্ত্ৰী অপহৰণৰ অপৰাধত অপৰাধী নকৰিব?

আৰু তেনে হোৱাৰ ফলত কিজানিবা আলোক আৰু নিশাৰ জীৱন বিষময় হৈ পৰে! নিশাৰ সন্তানৰ চিন্তা নিশাই এৰিব কেনেকৈ?

মাজে মাজে নিশাই কৰা অনুৰোধটোৰ কথাও আলোকে দ'কৈ ভাবি চালে। কোনোবা অন্য এজনী ছোৱালীক, হয়তো মায়াকে—বিয়া কৰোৱা। সাধাৰণ জৈৱিক প্ৰয়োজনত এজনী ছোৱালীৰ প্ৰয়োজন আলোকে অস্বীকাৰ নকৰে। কিন্তু বহু চেষ্টা কৰিও, বহু চিন্তা কৰিও আলোকে নিজৰ মনৰ মাজত নিশাৰ বাহিৰে অন্য কোনো ছোৱালীৰ ছাটো থৰৰ কাৰণেও ঠাই বিচাৰি নেপালে, নিশাৰ ঠাইত অন্য কোনোবা এজনী ছোৱালীৰ কাৰণে আলোকৰ জীৱনত এতিয়া ঠাই নাই।

আগতেই শুধৰাব নোৱাৰা ভুল গৈ গ'ল, সেই ভুলে আলোক আৰু নিশাৰ জীৱনত বিপৰীতমুখী কৰুণ পথ ৰচনা কৰিলে। আজি জীৱনৰ পথত আলোক একেবাৰে অকলশৰীয়া, আৰু শেষ পৰ্যন্ত এইদৰে নিঃসংগভাৱেই যাব লাগিব। আলোকে বুজে বিয়া কৰাবলৈ কৰা নিশাৰ অনুৰোধ মৌখিক, আন্তৰিক নহয়।

আলোকে অন্য কোনো ছোৱালীক বিয়া কৰালে নিশাই তাক কেতিয়াও সহজে, হাঁহিমুখে গ্ৰহণ কৰিব নোৱাৰিব। নিশায়ো আলোকক বিচাৰে— সামাজিক জীৱনত নহলেও, নিজৰ ভালপোৱাৰ আপোন জগতখনত। তাৰপৰা আলোক আঁতৰি পৰাটো নিশাৰ কাৰণে ভুবিলহ হৈ পৰিব।

জীৱনৰ এই চক্ৰব্যূহৰ মাজৰ পৰা ওলাই অহাৰ কোনো পথ আলোকে বিচাৰি নেপালে।

মায়াৰ কথা আলোকে ভাবি চালে। মায়া ভাল মানুহৰ ঘৰৰ ছোৱালী— শিক্ষিতা, ধুনীয়া আৰু আলোকৰ পৰিচিতা, হয়তো মায়াই আলোকক বিয়া কৰাবলৈ সহজে সন্মতি দান কৰিব।

কিন্তু আলোকে নিৰ্ভুল ভাবে বুজিলে মায়াক লৈ মই সুখী হব নোৱাৰিম, আমি তিনিও প্ৰতাৰিত হ'ম—মায়া, নিশা আৰু মই। তদুপৰি মায়াই বিয়া হোৱাৰ পূৰ্বৰ, নিশাৰ আৰু মোৰ সম্পৰ্কৰ কথা একেবাৰে নজনা নহয়। কেৱল জৈবিক প্ৰয়োজনত বিয়া কৰোৱাটো পশু জীৱনৰ কথা। আমাৰ শিক্ষা, সংস্কৃতি আৰু মাৰ্জিত অনুভূতিয়ে পাশৱিকতাক অতিক্ৰম কৰি, মন আৰু হৃদয়ৰ অনুভূতিৰাশিৰ মানৱীয় বিকাশৰ চেতনা দিছে। নিশা মোৰ স্থূল জীৱনৰ সাধাৰণ প্ৰয়োজন কেৱল নহয়, নিশা মোৰ সমগ্ৰ চেতনাৰ বিকশিত ৰূপ, সকলো সৌন্দৰ্য, সকলো মোহ, সকলো প্ৰেমৰ জীৱন্ত সত্য মোৰ নিশা। মায়াই বা অন্য কোনো ছোৱালীয়ে সেই ঠাই পূৰাব নোৱাৰে।

কিন্তু কাষতে থাকিও নিশা আজি আলোকৰ নহয়, লোকৰ। তাজৰে হয়তো কোনো দিন আলোক আৰু নিশাৰ বন্ধুত্বৰ বাহিৰে অন্য কোনো সম্পৰ্ক থাকিব পাৰে বা আছে বুলি ভৱা নাই। তাজৰে এজনকো অকণো সন্দেহ নকৰে। ইয়াৰে সুযোগ লৈ নিশাৰ লগত আলোকৰ এটা গোপন আত্মীয়তা চলি থাকিব পাৰে, চলি আছে। কিন্তু কিমান দিন? নিশাহঁত যদি আঁতৰি পৰে। নিশাহঁত যদি ক'ৰবাত দূৰ দেশলৈ গুচি যায়! অকলশৰে আলোক কেনেকৈ থাকিব? নিশাৰ পৰা বিচ্ছিন্ন হৈ এটা সুকীয়া জীৱন কটোৱাৰ কথা আলোকে কল্পনাও কৰিব নোৱাৰে।

তেতিয়া কি হ'ব?

গোপন মিলনৰ স্বপ্ন দেখি কিমান দিন কটাব আলোক আৰু নিশাই?

এদিন যদি সকলো জনা-জনি হৈ যায়।

নিশা যদি চিৰদিনৰ কাৰণে আলোকৰ কাষৰ পৰা আঁতৰি পৰিকল্পীয়া হয়?

কোনো প্ৰশ্নৰ উত্তৰ আলোকে বিচাৰি নাপালে।

বহুত ভবাৰ পিছত আলোকে 'এটা দুৰ্বল সিদ্ধান্ত কৰিলে : শ্ৰীকণ্ঠ আৰু নিশাৰ জীৱনৰ মাজৰ পৰা মই নিজকে আঁতৰাই নৈ যাম, নিশা থাকক শ্ৰীকণ্ঠক লৈ। নিশা সুখী হওক। নিজৰ স্বামী আৰু সন্তান লৈ নিশাই এটা সহজ দাম্পত্য জীৱন আকৌ আৰম্ভ কৰক।

কিন্তু নিশাৰ কাষৰ পৰা আঁতৰি মই ক'লৈ যাম ?

তিনিখন ক্ষেত্ৰ আছে। ইয়াৰ পৰা আতৰি গৈ গুৱাহাটীত হাইকৰ্টত ওকালতি কৰা, মনৰ সকলো বেদনাক বুকুৰ মাজতে সামৰিলৈ কেৱল টকা আৰু খ্যাতি অৰ্জনৰ সাধনাত লগা।

জনসাধাৰণৰ জীৱনৰ মাজলৈ সোমাই গৈ সমাজসেৱা আৰু ৰাজনীতিত লগা। নিজৰ স্বকীয়া চিন্তাক অস্বীকাৰ কৰি, জনসাধাৰণৰ নৱজন্মৰ অভ্যুত্থানত প্ৰেৰণা আৰু কৰ্মশক্তিৰ যোগান ধৰা। তাৰ কাৰণে নিজক সম্পূৰ্ণ নিৰ্বিশেষ কৰি, নিশ্চিহ্ন কৰি পেলাব লাগিব।

বাহিৰৰ জগতৰ পৰা আঁতৰি আহি, একাগ্ৰচিত্তে কবিতা ৰচনাত লগা, সাহিত্য চৰ্চাত লগা। জীৱনৰ বিভিন্ন আশা অভিজ্ঞতাক চিৰন্তন ৰূপত কাব্যছন্দত প্ৰকাশ কৰা।

কিন্তু নিশা আৰু নিশাৰ চিন্তাক একাষৰীয়াকৈ থৈ ৰাজনীতি, সাহিত্য, ওকালতি একো সম্ভৱ নহয়—মোৰ সমগ্ৰ কল্পনা আৰু কৰ্মশক্তিৰ মূলত আছে নিশাৰ সাগৰ-গভীৰ প্ৰেম। তাৰ অবিহনে মোৰ জীৱন লক্ষ্যহীন হৈ পৰিব, বিভ্ৰান্ত হ'ব। মোৰ জীয়াই থকা সম্পূৰ্ণ অৰ্থহীন হৈ পৰিব। অকালসন্ন্যাস মোৰ জীৱন-ধৰ্ম হ ব নোৱাৰে।

কিন্তু সেয়েই একমাত্ৰ আৰু শেষ পথ। মই আঁতৰি পৰিব লাগিব। নিশা আৰু শ্ৰীকণ্ঠৰ জীৱনৰ পৰা বহু দূৰলৈ গুচি যাব লাগিব। মৰ্মন্তুদ অন্তৰ্বেদনা বুকুত বান্ধি জীৱনৰ হেকওৱা মাণিক হেৰাল বুলি প্ৰত্যয় লৈ পথহীনতাৰ পথত ভৰি দিব লাগিব।

জীৱনলৈ আৰু নতুন আলোক অহাৰ প্ৰতিশ্ৰুতি নাই! বেদনাৰ সহস্ৰ শিখাৰে জীৱনৰ আন্ধাৰ পথ চিনি লৈ থাকিব লাগিব—মৃত্যু পৰ্য্যন্ত!

এদিন যৱনিকা পৰিব!

সান্ত্বনা বৈ যাব—যে নিশাই মোক এদিন সমগ্ৰ সত্তাৰে ভাল পাইছিল। নিশাই এদিন নিজৰ সকলোখিনি ভালপোৱাৰ উৎসৰ্গাৰে মোৰ জীৱনৰ পূজাত পূৰ্ণতাৰ ধূপ জলাই দিছিল। সান্ত্বনা বৈ যাব—যে মৃত্যু পৰ্য্যন্ত নিশাকেই মই সমগ্ৰ অন্তৰ দি ভাল পাই যাব পাৰিলো।

নিশা সুখী হওক।

নিশা আৰু শ্ৰীকণ্ঠৰ দাম্পত্য জীৱন পূৰ্ণ হওক।

মই আঁতৰি পৰিম। সহজে, কাৰো চকুত নপৰাকৈ মই লুকাই পৰিম।

॥ ছয়ত্ৰিশ ॥

ইণ্টাৰভিউৰ কাৰণে শ্ৰীকণ্ঠ দিল্লীলৈ গৈছিল। নিশা ঘৰৰ ভিতৰত আকৌ অকলশৰীয়া।

এই সুযোগতে আলোকে নিশাক নিজৰ সিদ্ধান্তৰ কথা ক'লে।

সহজভাৱেই আলোক নিশাৰ ঘৰলৈ আহিল। কাৰণ ডাক্তৰে আলোকক অনুৰোধ কৰি গৈছিল যেন নিশাৰ অলপ খবৰ ৰাখে। দিল্লীত তেওঁৰ আঠ-দহদিন হ'ব পাৰে। সুদূৰ প্ৰাচ্যৰ চাকৰিৰ কাৰণে শ্ৰীকণ্ঠ একজন প্ৰাৰ্থী। অন্য ভয় নাই, আকৌ নিশাৰ হাৰ্টএটেক্ হয় বুলিহে ডাক্তৰৰ ভয়। তেতিয়া কাষত মানুহ থকা বৰ দৰকাৰ। নীৰাকো ডাক্তৰে কৈ গ'ল, নিশাৰ খবৰ ৰাখিবৰ কাৰণে।

নিশাক শ্ৰীকণ্ঠই পাইছে—পতিকে নিশাৰ প্ৰেমৰ চিন্তা কৰি থাকিবৰ প্ৰয়োজন ডাক্তৰৰ নাই। বিলাতৰ পৰা অহাৰ পিছত যি এটা উদগ্ৰতাই ডাক্তৰক অলপ অধীৰ কৰি তুলিছিল, ক্ৰমে দিন যোৱাৰ লগে লগে আৰু নিশা পুনৰ সহজ হৈ পৰাৰ লগে লগে ডাক্তৰৰ চিন্তা অন্য সাংসাৰিক বিষয়ত ব্যাপ্ত হৈ পৰিছে আৰু আগৰে পৰা অনুভূতি জগতৰ লগত ডাক্তৰৰ সম্পৰ্ক বৰ বেছি নহয়। অলপ এড্‌ভেঞ্চাৰৰ হেপাহ, খ্যাতি আৰু প্ৰতিষ্ঠাৰ আকাঙ্ক্ষা, আৰু এটা সহজ দাম্পত্য জীৱন—এয়ে ডাক্তৰৰ কাম্য। আৰু ইচ্ছা পূৰণৰ বাটত নিশাই কোনো দিন বাধা দিয়া নাই।

মাজত সৰু মেজখনৰ ব্যৱধান লৈ বহিছিল আলোক আৰু নিশা। লাইটটোৰ পোহৰটো কোঠাটোত বিয়পি পৰিছিল। কবিতাইত মাটৰৰ লগত পৰাত আছিল—নিকালৰ কোঠাটোত।

আলোকে ক'লে, "মই সকলো চিন্তা কৰি চাইছো নিশা, আৰু অন্য পথ নাই। তোমাক অকাৰণতে অসুখী কৰাৰ কোনো অধিকাৰ মোৰ নাই,

আৰু মই ভাবিছো, মই আঁতৰি পৰিলে লাহে-লাহে তুমি মোৰ কথা পাহৰি যাব পাৰিবা।

নিশাই কিছুপৰ আলোকৰ মুখৰ ফালে চাই থাকিল। যেন আলোকৰ কথা একো বুজি পোৱা নাই। তাৰ পিছত নিশাই হাঁহি দিলে ডাঙৰকৈয়ে।

"হাঁহিলা যে নিশা ?"

"কি কৰিব খুজিছে আপুনি ?"

"এইদৰে সদায় থকাটো অসম্ভৱ নিশা, সেই দেখি মই ভাবিছো মই তোমালোকৰ পৰা আঁতৰি পৰিম।"

অৰ্থপূৰ্ণভাৱে হাঁহি নিশাই ক'লে, "পাৰিব ?"

আলোকে এবাৰ নিশাৰ মুখলৈ চাই তলমূৰ কৰিলে।

নিৰৱতাৰ মাজেদি কিছুপৰ কাটি গ'ল, নিশায়ো একো মাতিব নোৱাৰিলে।

তাৰ পিছত আলোকৰ মুখলৈ চাই নিশাই ক'লে, "আপুনি মোৰ পৰা দূৰলৈ আঁতৰি যাব নোৱাৰে। ময়ো আপোনাৰ পৰা আঁতৰি থাকিব নোৱাৰো—"

"কিন্তু তোমালোক যদি কাৰ ইচ্ছাৰে যোৱাটো হয় ?"

"যাবলগীয়া হলে যাম, কিন্তু তাতেতো আৰু চিৰদিন নেথাকো, আকৌ মই ঘূৰি আহিম।"

"কিন্তু কেতিয়া আকৌ ঘূৰি আহিবা ?"

"কষ্ট আমাৰ দুয়োৰে হ'ব! মোতকৈ আপোনাৰ কষ্ট বেছি হ'ব মই বুজিছো। কিন্তু মই ঘূৰি আহিমেই। আপুনি বিশ্বাস কৰক।"

আলোকৰ বুকুৰ মাজৰ পৰা এটা তপত হুমুনিয়াহ ওলাই আহিল। অৱশ্যম্ভাৱীক জয় কৰিবৰ শক্তি জানো নিশাই বিচাৰি পাব ? আৰু আলোকৰ জানো সেইদৰে বাট চাই থাকিবৰ ধৈৰ্য্য থাকিব ? অসহ্য নিৰৱতাখিনি ভংগ কৰি পুনৰ নিশায়ে ক'লে, "আৰু যদি, যেতিয়া দেখো যে আপোনাৰ পৰা আঁতৰি থকাটো মোৰ কাৰণে অসহ্য হৈছে, তেতিয়া হয়তো সকলো কথা ডাক্তৰক কৈ দিম।"

"ডাক্তৰক কৈ দিবা !" বিস্ময়েৰে আলোকে নিশাৰ মুখলৈ চালে।

"ও কৈ দিম। আৰু তাৰ বাবে ক্ষমাও নিবিচাৰো।"

তাৰ পিছত বাহিৰৰ ফালে চাই নিশাই অলপ উত্তেজিত ভাৱে ক'লে, "দৰকাৰ হ'লে ডাক্তৰক এৰি আপোনাৰ লগতে মই কৰবালৈ গুচি যাম, ল'ৰা-ছোৱালী ডাক্তৰৰ, মোৰ নহয়। এৰি গুচি যাম। সঁচা, ডাক্তৰে মোক

বিয়া কৰিছিল। কিন্তু কি কৰিছো তালৈকে নৌ বুজি পাওঁতেই মোক তেওঁ আপোনাৰ পৰা কাঢ়ি নিজৰ কৰি ললে। এতিয়া মই তালৈকে বুজিব পাৰিছো মই ডাক্তৰক নিবিচাৰো, আপোনাক বিচাৰো, মই ডাক্তৰৰ হৈ থাকিবলৈ নিবিচাৰো, আপোনাৰ হৈ থাকিবলৈ বিচাৰো। আপোনাক মই ভাল পাওঁ। ইয়াত কোনো দোষ নাই। বৰং ডাক্তৰৰ লগত মই কটোৱা জীৱনটোহে অস্বাভাৱিক। মই এইদৰে তেওঁৰ লগত থাকি আমাৰ ভালপোৱাক অপমান কৰিছো।"

কথাখিনি কৈ নিশা ক্লান্ত হৈ পৰিল; নিশা চকীখনতে আউজি বহিল। কোনো দিন নিশাই এনে উত্তেজিতভাৱে, ইমান বেছি কথা নকয়, নিশাৰ কপালত ঘাম বিৰিঙি উঠিল, নিশাৰ চকু দুটা জলমলাই উঠিল।

আলোক নিৰ্বাক হৈ গ'ল, নিশাৰ মনৰ মাজত ইমান শক্তিশালী নাৰী এজনী শুই থকাৰ সহাৰি আজি প্ৰথম পোৱা গ'ল। কি কব আলোকে একো নিশ্চয় কৰিব নোৱাৰিলে।

নিশা আলোকৰ ফালে ঘূৰিল, তাৰ পিছত শান্তভাৱে ক'লে, "আপুনি বিয়া কৰাওক, মই অকণো বেয়া নেপাওঁ, সঁচাকৈয়ে কৈছো। আৰু সদায় আমাৰ গোপন সম্পৰ্ক কেতিয়াবা মোৰ ভাল নালাগে। মই জানো, অন্য কোনো ছোৱালীক বিয়া কৰালেও আপুনি মোকে ভাল পাই থাকিব, মোৰে হৈ থাকিব। দৈহিক মিলন আমাৰ ভালপোৱাৰ শেষ কথা নহয়।"

আলোকৰ দূৰলৈ আঁতৰি যোৱাৰ সময় হেৰাই গ'ল। ভাল পোৱাই নিশাক শক্তিশালী কৰিছে। ইয়াৰ কাৰণে যেই কোনো ত্যাগ নিশাই কৰিব., যি কোনো অৱস্থাৰ সন্মুখীন হ'ব। গভীৰ আত্মপ্ৰসাদে আলোকৰ মনটো পূৰ্ণ কৰি তুলিলে। জীৱনত যেন আৰু একো পাবলৈ বাকী নাই। যেন সকলো পোৱা হৈ গ'ল।

"অলপ ফুৰি আহিবা নেকি?" আলোকে ক'লে।

"ভাত খাই ওলাই যাম। মোৰো অলপ বাহিৰলৈ ওলাই যাবৰ মন গৈছে। এই ঘৰখনৰ ভিতৰত দিনে দিনে অসহ্য লাগি আহিছে।"

ভাত খাই উঠি কৰিবতাইতক তৰাই আলোক আৰু নিশা নৈৰ পাৰৰ ফালে ফুৰিবলৈ ওলাই গ'ল।

জোনটো পশ্চিমৰ আকাশত আহি কিছু পৰৰ মূৰত হয়তো লুকাই পৰিব। পাৰত বেছি মানুহ দুহ নাই। দুই চাৰিজন ফুৰিবলৈ অহা মানুহহে আছে, কাকো কোনেও বাধা দিবলৈ নিবিচাৰে।

আলোক আৰু নিশা ছুয়ো নিৰৱে আগবাঢ়িল। কিবা এটা যেন ছুয়ো ছুয়োকে ক'ব খুজিছে, কিন্তু কি ক'ব খুজিছে ভাবি পোৱা নাই।

ছুয়ো ভালেখিনি দূৰ নৈৰ পাৰে-পাৰে আহিল। মানুহ নাই। ৰাতি হৈছে, প্ৰায় মানুহ শুই পৰিছে।

"অলপ বহিবা নিশা?"

"আহক ইয়াতে বহো।"

নৈৰ পাৰৰ বননি ডোখৰ দেখুৱাই নিশাই ক'লে।

ছুয়ো বহিল।

এখন পাণ্ডুৰ সেঁতা ধূৰ্ঁলীয়া আকাশ, বিবৰ্ণ নিস্তেজ এটা জোন, ৰহস্যময় কোমল ৰাতি। সন্মুখৰ নৈখনৰ বুকুত সৰু সৰু ঢৌবোৰৰ শব্দহীন গোপন যাত্ৰা। ৰাতিৰ বুকুতে সিহঁতৰ জন্ম, ৰাতিৰ বুকুতে সিহঁত হেৰাই যাব, আকাশৰ লগত সামান্য কেইটামান মুহূৰ্তৰ দুৰণীয়া চিনাকি তাৰ পিছতে নিঃশেষ হৈ যোৱাৰ চিৰন্তন বেদনা।

পাতল বননিখনত এটা সজীৱ, কেঁচা গোন্ধ, সিহঁতৰ সেউজীয়া পাতবোৰত জীৱনৰ জীৱন্ত স্পন্দন।

নিশা ক্লান্ত হৈ পৰিছে।

ৰাতিয়ে পৃথিৱীখনক মাতিছে টোপনিৰ ৰাজ্যলৈ।

আলোকৰ কোলাত মূৰ থৈ নিশা বননিত ভৰি মেলি শুই পৰিল। আদিম, আৰণ্যক জীৱনৰ নিবিড়তা অনুভৱ কৰিলে ছুয়ো।

সমাজ আছে, থাকক; মানুহ আছে, থাকক; আকাশ আৰু জোনাক আছে থাকক; আজিৰ যুগৰ মানুহৰ বুকুৰ মাজতো প্ৰকৃতিৰ কোলাত চিৰন্তন মুক্ত নিশ্বাস লোৱাৰ মনৰ আকাঙ্ক্ষা আছে। পুৰুষ আৰু নাৰী, অলপ কথা, সহস্ৰ নাম-নোহোৱা অনুভূতি, দিগন্ত-বিস্তৃত আত্মলোপৰ কামনা।

বিবৰ্ণ আকাশখনৰ ফালে চাই থাকি লাহে লাহে নিশাই মাতিলে—"মামা"—

আলোকে নৈখনৰ বুকুত জোনৰ কঁপা ছাঁটোৰ ফালে চাই আছিল।

কোলাত শুই থকা নিশাৰ মুখলৈ চালে—"কি নিশা?"

"মই কি ভাবো জানে, অন্য কাৰবাৰ লগত বিয়া নহৈ যদি আপোনাৰ লগত মোৰ বিয়া হ'লহেঁতেন, হয়তো আমি ছুয়ো এতিয়াৰ নিচিনা সুখী হব নোৱাৰিলোহেঁতেন।"

চকুত এপ্ৰ ভৈ আলোকে মাথোন নিশাৰ চকুলৈ চাই ৰ'ল।

"কাবোবাক নিবিড়ভাবে নিজৰ কৰি পোৱাত সঁচাকৈয়ে বৰ সুখ আছে।"

আলোকে ক'লে, "কৰ নোৱাৰো নিশা। কিন্তু মোৰ মনটোৱে কামনা চিৰজীৱন তোমাক এইদৰে নিশ্চিতভাবে বুকুৰ কাষত পাবলৈ বিচাৰে। কিন্তু সদায় এইদৰে পোৱাৰ পথতো আমাৰ নাই।"

অলপ ইহাঁৰ নিচিনা কৰি নিশাই ক'লে, "কিয় নাই, কোনে কৈছে নাই। আমি সদায় এনেদৰে থাকিম।"

আলোকে একো নক'লে। এইয়া দুৰাশা, মানুহৰ জীৱনৰ স্বপ্ন ইমান সহজে পূৰ্ণ নহয়। এইটো মুহূৰ্তত সমাগত বিচ্ছেদৰ কথা সোঁৱৰাই দিবলৈ মন নগল আলোকৰ। কিন্তু দুয়ো অনুভৱ কৰিলে যে এই মুহূৰ্তত দুয়োৰো মনত সেইটো দুঃচিন্তাই হে প্ৰবলভাবে প্ৰকাশৰ বাট বিচাৰিছিল। আৰু দুয়ো তাক দমাই ৰাখিবৰ চেষ্টা কৰিছিল।

নৈৰ সোঁতৰ লগত খোজ মিলাই নিৰবে আগবাঢ়িছে এটা শান্ত ৰাতি। পৃথিবীৰ মুখত কথা নাই। জোনাকবোৰ ক্ৰমে বেছি অস্পষ্ট হৈ আহিছে।

নিশাই চকুদুটা আধা-মেলা কৰি আলোকৰ মুখলৈ চাই আছে। আলোকে নিশাৰ মুখলৈ তন্ময় কৰি চালে। নিশাৰ মুখখন যে আগতকৈ বেছি কণা পৰিছে, সেই অস্পষ্ট পোহৰতো আলোকে বুজিব পাৰিলে।

আৰু কথা কোৱাৰ প্ৰয়োজন এজনেও অনুভৱ নকৰিলে। কথা আছে ৰাতিৰ গভীৰতাৰ বুকুত, সোঁতা জোনাকৰ বুকুত, নৈৰ অস্পষ্ট কুলুকুলনিৰ বুকুত। কথা কোৱাৰ দৰকাৰ নাই।

আলোকে নিজেই নাজানে কেতিয়া নিশাৰ মুখখন ওচৰ চপাই আনি নিজৰ ওঁঠ দুটা নিশাৰ ওঁঠ দুটাত থৈ মানুহৰ হেজাৰ যুগৰ অকথিত কথাৰে নিশাৰ প্ৰাণৰ দেৱতাক সপোন দেখাৰ দৰে শঁহাৰি দিছে।

বিচ্ছেদৰ সম্ভাৱনাৰে বেদনাগভীৰ মুহূৰ্তবোৰ অচল হৈ ৰৈ গৈছে। কালিলৈ ৰাতিপুৱা হয়তো সূৰ্যৰ পোহৰে নিশা আৰু আলোকক কিবা নিষ্ঠুৰ বাস্তৱি শুনাব। কালিলৈ হয়তো মৃত্যুৰ দৰে নিষ্ঠুৰ নিৰ্মম কিবা আঘাতে দুয়োৰো সপোন ভাঙি দিব। কিন্তু আজিৰ দিগন্তত তাৰ কোনো ইংগিত নাই।

বহুত পৰৰ মূৰত নিশাই ক'লে, "বাওঁ আৰু বলক—ৰাতি বহুত হ'ল।"

আলোকে নিশাৰ মূৰটো কোলাৰ পৰা দাঙি ধৰিলে। আকৌ এবাৰ চকুৰ কাষত চকু থৈ দুয়ো দুয়োলৈ চালে, তাৰ পিছত দুয়ো বহাৰ পৰা উঠিল। আৰু ঘৰলৈ খোজ দিলে।

সকলো মানুহ শুইছে। পৃথিৱীৰ বুকলৈ আন্ধাৰ নামি আহিছে। কোমল বতাহজাক শান্তভাৱে বৈ গৈছে। আকাশৰ চিনাকি তৰাবোৰ অচিনাকি হৈ পৰিছে।

আলোকৰ গাৰ কাষত নিশা।

"তুমি যদি দূৰলৈ গুচি যাবলগীয়া হয়, নিশা?" আলোকৰ মনৰ মাজৰ প্ৰশ্নটোৱে ক্ষীণ ভাষাত আত্মপ্ৰকাশ কৰে।

"মানুহ জানো সদায় পৃথিৱীত জীয়াই থাকে। যাবলগীয়া হলে যাম আৰু। কিন্তু আমি যি পালো সেয়ে আমাৰ যথেষ্ট নহয় জানো?"

আলোক মনে মনে থাকিল, তাৰ কবৰ মন গৈছিল—সেয়ে যথেষ্ট হোৱা হলে দুখৰ কাৰণ একো নেথাকিলহেঁতেন। জনম অবধি হাম ৰূপ নেহাৰনু, নয়ন না তিৰপিত ভেল, লাখ লাখ যুগ হিয়ে হিয়া ৰাখনু···

কৰিতাইত সকলো গভীৰ টোপনিত নিশ্চিন্ত হৈ শুই পৰিছে। লাইট নুমলোৱাকৈয়ে নিশাইত নিঃশব্দে ভিতৰ সোমাই গ'ল। ডাক্তৰ শ্ৰীকণ্ঠৰ কথা আলোক আৰু নিশা দুয়ো সম্পূৰ্ণ পাহৰি গৈছে। এখন মিলন-মধুৰ পৃথিৱীত আছে দুটা তৃষ্ণাৰ্ত প্ৰাণ, দুটা চিৰ-অতৃপ্ত দেহ, বাহিৰ জগতৰ কোনো অস্তিত্ব নাই!

বহুত ৰাতি নিশাই আলোকৰ মুখত মুখ ৰাখি শান্তভাৱে ক'লে, "এইটোৱেই। আপুনি যদি বিয়া কৰায় মই একো বেয়া নাপাও। আমি সদায় এনেকৈয়ে থাকিম।"

॥ সাতত্ৰিশ ॥

হঠাৎ ৰমাৰ অসুখ হোৱাৰ বাতৰি পালে আলোকে। ৰমা হয়তো আৰু ভাল নহ'ব। টান জ্বৰ হেনো। ৰিউমেটিক ফিভাৰ, পুৰণি ৰোগীৰ কাৰণে ভয়ৰ কথা।

আলোকে শ্ৰীকণ্ঠ আৰু নিশাক ক'লে—যে ৰমাৰ খবৰ কৰিবৰ কাৰণে সি ঘৰলৈ যাব।

ডাক্তৰে ক'লে, "মযো যাওঁ, একেদিনাই ঘূৰি আহিম, পাৰিম নহয়?"

আলোকে শ্ৰীকণ্ঠৰ ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰিলে।

নিশায়ো ডাক্তৰক ক'লে—"বাওকচোন, চাই আহকগৈ। বৰ ভাল নহয়, যেন দেখিলে ইয়ালৈকে লৈ আহিব। হস্পিতালত ৰাখি চিকিৎসা কৰিলে আৰোগ্য হ'বও পাৰে। গাঁৱত তেনেকুৱা মানুহ ভাল হোৱাৰ আশা নাই।"

ডাক্তৰে ক'লে, "মামাৰ নাহিলেও, মই আজিয়ে ঘূৰি আহিম। অলপ দেৰি হব পাৰে, চিন্তা নকৰিবা।"

নিশাই আশ্বাস দিলে, "এটা ৰাতি আপোনালোক নাথাকিলেও মই থাকিব পাৰিম। মোৰ কাৰণে আৰু ভাবিব নেলাগে।"

গাড়ীলৈ শ্ৰীকণ্ঠ আৰু আলোক খৰখেদাকৈয়ে ওলাই গ'ল।

আলোকৰ ওচৰত শ্ৰীকণ্ঠ কৃতজ্ঞ। এহা-ভধীয়া ভাবে আলোকে নিশাহঁতক সকলো প্ৰকাৰে সহায় আগবঢ়াই আহিছে—আজি কেইবাবছৰ ধৰি। আলোকৰ ককায়েক বমাৰ অসুখৰ খবৰ এটা কৰাটো ডাক্তৰৰ কৰ্ত্তব্যৰ ভিতৰৰা কথা।

আলোকৰো ডাক্তৰক ভাল লাগিল। নিশা ডাক্তৰৰ হৈ পৰাৰ কাৰণে ডাক্তৰৰ কোনো দোষ নাই। অদৃষ্টই নিশাৰ জীৱনক শ্ৰীকণ্ঠৰ জীৱনৰ লগত জড়িত কৰি দিলে। আজি নিশা ডাক্তৰৰ হৈও ডাক্তৰৰ নহয়। নিশা আজি আলোকৰ—হ'লেই বাবে লগত নেথাকক নিশা। শ্ৰীকণ্ঠৰ বন্ধুত্বক অস্বীকাৰ বা অবহেলা কৰিবৰ আলোকৰ কোনো হেতু নাই। নিশাৰ স্বামীৰূপে নহয়, ডাক্তৰ শ্ৰীকণ্ঠ হিচাপে ডাক্তৰ আৰু আলোকৰ মাজত সম্প্ৰীতি থকাত কোনো বাধা নাই। অৱশ্যে এই বন্ধুত্বৰ দাবীত তুয়ো তুয়োকো প্ৰয়োজন অনুসৰি সহজ সদুপদেশ দিয়াৰ বাহিৰে অন্য একো কৰিবলৈ নিবিচাৰে।

ইণ্টাৰভিউ দি ঘূৰি আহিলত আলোকে শ্ৰীকণ্ঠৰ লগত কথাবতৰা পাতিছিল। ডাক্তৰে কৈছিল যে কামটো পোৱাৰ সম্ভাৱনা আছে! প্ৰাৰ্থী সৰহ আছিল! কিন্তু তেওঁক ক'ত দিয়ে তাবেহে নিশ্চয়তা নাই। ইণ্ডোনেচীয়া, মালয় আৰু আন্দামান দ্বীপলৈ ডাক্তৰ লাগে—ৰাষ্ট্ৰদূতাবাসৰ লগত থাকিব লাগিব। তেওঁ অৱশ্যে ইন্দোনেচীয়াৰ ফালেই হ'লেই ভাল পাব।

ডাক্তৰক নিৰুৎসাহ কৰিবৰ অকণো চেষ্টা নকৰি আলোকে কৈছিল—"যলৈকে যাওক, এটা কথাৰ প্ৰতি আগতে চকু দিব। নিশাহঁতকো লগত লৈ যাব যেতিয়া হাৱা পানীয়ে ভুভা ঠাইলৈ যাবৰ কাৰণে পৰাপক্ষত চেষ্টা কৰিব। নিশাৰ গাটো বৰ ভাল নাই, আপুনি জানেই। বিশেষকৈ হাৰ্টৰ অসুখ, ক্লাইমেটৰ ওপৰত বহুখিনি নিৰ্ভৰ কৰিছে। বেছি গৰম ঠাইত নিশাৰ অসুখ বেছি হব পাৰে।"

ডাক্তৰে চিন্তিত ভাবে কৈছিল, "এৰা, ইয়াত তেওঁ আপোনালোক আছিল,

চিনাকি আপোন মানুহ আছিল। দূৰ দেশত অকলশৰে থাকিবলগীয়া হ'লে চিন্তা ভাৱনা কৰি থাকি নিশাৰ অসুখ বেছি হয় বুলিহে অলপ চিন্তা হৈছে। কিন্তু অলপ বিষ ন'ললে লাইফত কোনো নতুন কাম হ'ব জানো ?"

আলোকৰ ক'বৰ মন গৈছিল—ডাক্তৰ, তোমাৰ কাৰণে নিশাৰ জীৱনতকৈ এড্‌ভেন্‌চাৰ বেছি প্ৰিয়। তোমাৰ লগতে নিশাকো লৈ ঘূৰিবিলে নহয় জানো ? নিশাই কি বিচাৰে এবাৰো যদি তুমি চিন্তা কৰি চালাহেঁতেন।

কিন্তু আলোকে নিজৰ অভিমত ব্যক্ত নকৰি মাথোন কৈছিল—"হয়—"

ডাক্তৰ আৰু আলোক গৈ যেতিয়া ঘৰ পালেগৈ, ৰমাৰ অসুখ তেতিয়া টান। ডাক্তৰে চালে, চিকিৎসা কৰা স্থানীয় ডাক্তৰ জনৰ পৰা শ্ৰীকণ্ঠই ৰোগীৰ বিৱৰণ ললে। ৰমাৰ হয়তো এয়ে শেষ অৱস্থা আৰু ভাল হোৱাৰ আশা নাই।

ৰমাই শ্ৰীকণ্ঠ আৰু আলোকক কাষত দেখি ভাল পালে। ৰমা বৰ দুৰ্বল হৈ পৰিছে—খীনাই গাৰ হাড় ডালি ডালি হৈ ওলাই পৰিছে। মুখখন শুকান, চকু দুটা সোমাই গৈছে, শেঁতা মুখখনৰ ওপৰত আসন্ন মৃত্যুৰ স্পষ্ট ছায়া।

ৰমাৰ মুখৰ ফালে চাই আলোকৰ দুচকুৰে পানী বাগৰি আহিল। আলোকে আৰু ৰমাৰ ফালে চাব নোৱাৰিলে। নিশকতীয়া ৰোগী হলেও, ৰমা তাৰ মৰমৰ সহোদৰ ককায়েক আছিল। ৰমা আজি জীৱনৰ শেষ উপকণ্ঠত। ৰমা নোহোৱা হ'লে এই পৃথিৱীত আলোক হৈ পৰিব সম্পূৰ্ণ অকলশৰীয়া, আলোকৰ যেন ভয় লাগি গ'ল।

ডাক্তৰ আৰু আলোকৰ ফালে চাই ৰমাই খীণ মাতেৰে ক'লে,—"মোৰ আৰু ভাল হোৱাৰ আশা নাই। আপোনালোকে চেষ্টা কৰিব নেলাগে। জীয়াই থকাত বৰ কষ্ট। মোৰ আৰু বাচি থাকিবৰ ইচ্ছাও নাই।"

ৰমাৰ কথাখিনি সঁচা বুলি জানিও শ্ৰীকণ্ঠই ক'লে, "আপুনি সেইবোৰ কিয় ভাবিছে ?"

"মই জানো ডাক্তৰ। মোৰ দুখ নাই। এটা মাত্ৰ চিন্তা থাকিল।"

চকুৰ গুৰিত দুটোপাল পানী লৈ ৰমাই আলোক আৰু শ্ৰীকণ্ঠৰ মুখলৈ চালে।

এবাৰ আলোকলৈ চাই ডাক্তৰে ক'লে,

"সেই বিষয়ে আপুনি অকণো নেভাবিব। ভায়েৰৰ বিয়াৰ সকলো বন্দবস্ত হৈয়ে আছে। আপুনি ভাল হৈ উঠক। আমি বিয়াখন পাতি পেলাম।"

শ্ৰীকণ্ঠৰ কথাত ৰমাৰ শেঁতা ওঠ দুটাত এটা ক্ষীণ, কৰুণ হাঁহি গোহৰ জিলিকি উঠিল। ৰমাই আৰু একো নক'লে। চকুত আশীৰ্বাদৰ কৰুণা লৈ

আলোকৰ মুখৰ ফালে চাই ক'লে। আলোকে তলমূৰ কৰিলে। এটা শান্তনাবাণী শুনাবলৈ পাই যেন ডাক্তৰ আশ্বস্ত হ'ল।

গধূলি পৰলৈ শ্ৰীকণ্ঠ গুচি আহিল। আলোক থাকিল। আলোকে বুজিলে ৰমাই যি স্বপ্ন দেখি শেষ নিশ্বাস এৰিব, সেই স্বপ্ন বাস্তৱত পৰিণত হোৱাৰ কোনো সম্ভাৱনা নাই।

কিন্তু ৰাতি, ক্ৰমে দুৰ্বল হৈ অহা ৰমাৰ কাষত বহি থাকি আলোকে অনুভৱ কৰিলে যেন ৰমাৰ শেষ অনুৰোধ ৰক্ষা কৰা তাৰ পবিত্ৰ কৰ্ত্তব্য। যাৰৰ দিনা ৰমাই তাৰ পৰা একো বিচৰা নাই, বিচাৰিছে আলোকৰ সুখ! ৰমাৰ এই স্নেহ আৰু উদাৰতাৰ সন্মান ৰক্ষা কৰাটো আলোকৰ পবিত্ৰ কৰ্ত্তব্য। মুখ ফুটাই নকলেও অব্যক্ত ভাষাৰে ৰমাৰ ক্ৰমে শিথিল হৈ অহা দেহাটোৰ ফালে চাই আলোকে নিজে নিজে ক'লে, "তোমাৰ শেষ ইচ্ছা মই পূৰণ কৰিবৰ চেষ্টা কৰিম ককাইদেউ। সিমানকণ ত্যাগ মই কৰিম তোমাৰ কাৰণে।"

কিন্তু আলোকৰ জীৱনৰ শুভ উৎসৱত যোগ দিবলৈ ৰমা আৰু নাথাকিল। আলোকইঁত অহাৰ তিনিদিনৰ পিছত ৰমাৰ ৰোগজীৰ্ণ শৰীৰটোৰ পৰা শেষ নিশ্বাসকণ, বায়ুৰ লগত চিনিব নোৱাৰা হৈ মিলি গ'ল।

আলোকে হিয়া ঢাকুৰি শক ল'বাৰ দৰে কান্দিলে। ঘৰখন শূন্য হৈ গ'ল। পৃথিৱীত আলোক আজি অকলশৰীয়া। আলোকৰ আৰ্জনৰ এটা অংশ লওঁতা আজি কোনো নাই।

ৰমাক হেৰুৱাই আলোক অস্থিৰ হৈ পৰিল। কোনো সান্ত্বনাবাণীয়েই আলোকক শান্ত কৰিব নোৱাৰা হ'ল।

গাড়ীলৈ শ্ৰীকণ্ঠ আৰু নিশা আহিল। সমনীয়া মানুহ এজনক শ্ৰীকণ্ঠই বুজনি দিয়াৰ উপায় ভাবি নেপালে। ডাক্তৰে নিশাক ক'লে—"মামাৰ বৰ depressed হৈ পৰিছে, তুমি অলপ বুজাবৰ চেষ্টা কৰিবা"

নিশাই জানে পৃথিৱীত তাইৰ বাহিৰে কোনোৱে—আলোকক শান্তনা দিব নোৱাৰে। সেই সঞ্জীৱনী মন্ত্ৰ আছে একমাত্ৰ নিশাৰ হাতত।

নিশা আলোকক ওচৰলৈ গ'ল, আৰু নিঃসংকোচে আলোকৰ বাউলিত হাত থৈ ক'লে, "মামা, ইমান অধৈৰ্য্য হ'লে নচলিব। মই আহিছো, মোকো এবাৰ নেমাতিব নেকি?"

আলোকে নিশাৰ চকুলৈ চালে। দুয়োটা চকুত চকুলোৰ ধাৰ। নিশাৰ মুখলৈ চাই আকৌ আলোকে হুকহুকাই কান্দি উঠিল।

নিশাই আলোকৰ মূৰত হাত ফুৰাই ফুৰাই ক'লে, "আমাক জানো আপোনাৰ আপোন বুলি নেভাবে? আমিতো আছো।"

আলোকৰ কান্দোন যেন নেথামিব!

"মই—মই এতিয়া কি কৰিম নিশা?"

"মই আছো নহয়, কি কৰিব লাগে, মই কৈ দিম। এতিয়া আপুনি অলপ ধৈৰ্য্য ধৰক। ইমান বিহ্বল হ'লে কেনেকৈ চলিব?"

নিশাৰ আশ্বাসত আলোকে মনত বল পালে। মই সম্পূৰ্ণ অকলশৰীয়া নহয়—মোৰ জীৱনত নিশা আছে, নিশাৰ মৰম আছে, নিশাৰ নিৰ্ভয় ভাল পোৱা আছে!

ডাক্তৰৰ মুখলৈ চাই আলোকে ক'লে,

"বৰ অসহায় লাগিছে ডাক্তৰ, আৰু মোৰ কোনো নাই।"

ডাক্তৰো অভিভূতহৈ পৰিছিল। "আমি আছো নহয়, ফুকন।" আৰু বেছি ডাক্তৰে একো ক'ব নোৱাৰিলে। নিশাক আলোকৰ কাষত এৰি ডাক্তৰ অলপ আঁতৰি পৰিল।

নিশাই আলোকৰ চকু আৰু গালৰ ওপৰত লাগি থকা চকু পানীবোৰ লাহে লাহে মোহাৰি দিলে আৰু ক'লে—"এতিয়া আৰু মোৰ বাহিৰে আপোনাৰ কোনো নাই। মোৰ কথা এতিয়া মানি চলিব।"

আলোকে মাথোন নিশাৰ মুখলৈ চকু তুলি চালে। নিশাৰ চকুত আলোকে দেখিলে পৰম আশ্বাসৰ সান্ত্বনা, দিগন্ত জোৰা মৰম। নিশাৰ প্ৰসাৰিত বাহুৰ আবেষ্টনৰ মাজত আলোকে দেখিলে নিঃসহায় জীৱনৰ একান্ত আশ্ৰয়। আলোকৰ যেন নিজকে তেতিয়া অকলশৰীয়া যেন নেলাগিল।

## ॥ আঠত্ৰিশ ॥

ডাক্তৰ শ্ৰীকণ্ঠ মালয়লৈ যোৱাৰ সকলো আয়োজন সম্পূৰ্ণ হৈছে। অক্টোবৰৰ ১১ তাৰিখে তেওঁলোকে ঘৰ এৰিব। ডাক্তৰ, নিশা, কবিতা আৰু ডাইটি—চাৰিটি প্ৰাণীয়ে অসম এৰি সুদূৰ প্ৰাচ্যলৈ যাব। ডাক্তৰ আনন্দত উৎফুল্ল। তেওঁৰ বক্ষত এডভেঞ্চাৰৰ যি চঞ্চল বাসনা আছে—সি যেন পৰিতৃপ্তিৰ পথত আগবাঢ়িছে, নিশাই বাহিৰত আনন্দ-নিৰানন্দ একো প্ৰকাশ কৰা নাই। কিন্তু হাঁহি মুখেই আছে। কবিতাই বিশেষ বুজা নাই।

চিনাকি পুৰুষ-মহিলা প্ৰায় সকলোৰেই আহি নিশাইতৰ খবৰ বাতৰি কৰিলেহি। বেছি ভাগেই উৎসাহ-উদগণি দিলে—খোৱা ভাল, এনে সুযোগ কিমানে পায়? একো নহলেও চৰকাৰী খৰছত দেশ চোৱা হ'ব—সি জানো কম কথা। মাজতে নিশাইত গৈ কেইদিনমানৰ কাৰণে তেজপুৰৰ পৰা সকলোকে মাত লগাই আহিল গৈ। নিশাৰ ভনীয়েক মামনিৰ বিয়াৰ ব্যৱস্থা হৈছে, কিন্তু নিশাইতে বিয়া খাই যাব নোৱাৰিব। তেজপুৰতো সকলোৱে নিশাইতক শুভেচ্ছা আৰু অভিনন্দন জনালে, সকলোৱে ক'লে—নিশা ভাগ্যৱতী ছোৱালী।

ঘূৰি আহোঁতে গুৱাহাটী হৈ আহিল, নিশাই লগত লৈ আহিল মায়াক। এই কিইদিন মায়া লগতে থাকিব, দেশ এৰি যাবলৈ নিশাৰ বৰ বেয়া লাগিছে।

মায়াৰ সংকোচ হৈছিল, কিন্তু নিজক কেনেকৈ সংযত কৰি ৰাখিব লাগে মায়াই জানে। ভাস্কৰ আৰু আলোক দুয়োজনৰ চকুৰ আগত নিশাৰ ঘৰত দিন কটোৱাটো মায়াৰ কাৰণে অসুবিধাৰ কথা হ'ব—কিন্তু দুৰ্বল হৈ দিয়াৰ কাৰণ মায়াই নেদেখিলে।

তেজপুৰৰ পৰা ঘূৰি আহি নিশাই জানিব পাৰিলে আলোকৰ অসুখ—পৰি আছে। নিশা অস্থিৰ হৈ পৰিলেও বাহিৰত উদ্বিগ্নতা প্ৰকাশ নকৰিলে। মায়াৰ আগত আলোকৰ প্ৰতি অস্বাভাৱিক দুৰ্বলতা প্ৰকাশ নকৰাৰ সংকল্প কৰিলে নিশাই।

কিন্তু এই সংকল্প বেছি পৰ নিশাই ৰাখিব নোৱাৰিলে। মায়াক লগত লৈ নিশা আলোকক চাবলৈ আহিল। মায়ায়ো সকলো দ্বিধা-সংকোচ সন্তৰ্পণে লুকাই ৰাখি সহজ হ'বৰ চেষ্টা কৰিলে—আলোক আৰু নিশাৰ আগত।

আলোকে বিচনাতে পৰি আছিল গাৰে গায়ে কাপোৰ লৈ। লেম্পটোৰ পোহৰটো ফটফটীয়াকৈয়ে পৰিছিল। বিচনাৰ কাষৰ মেজখনৰ ওপৰত ঔষধৰ বটল, থুমথিৰা আৰু পিয়লা চামুচ আদি পৰি আছিল।

নিশাইত আহি কাষতে ব'ল।

"মামা—" নিশাই মাতিলে।

আলোকে চকু মেলি চালে।

"নিশা তুমি—তোমালোক কেতিয়া আহিলা?—মায়া, বহা—"

"বহিম বাৰু। কি হৈছে?"

"জ্বৰ—বৰ জ্বৰ আজি তিনিদিন।" নিশাই আলোকৰ কপালত হাত দি চালে—জ্বৰ এতিয়াও আছে।

"জ্বৰ এতিয়াও আছে, ঔষধ জানো খোৱা নাই?"

"থাইছো—নাই এবা, বহাচোন তোমালোক। মায়াও নিশাইতৰ লগতে আছিলা?"

"হয়—'

নিশা আৰু মায়া তেখন চকীত বহিল।

আলোকে বিচনাতে বহিবৰ চেষ্টা কৰিলে। কিন্তু নিশাইতে মানা কৰিলে। আলোক পৰি থাকিল, জ্বৰে দুৰ্বল কৰি পেলাইছে।

নিশাৰ ফালে চাই আলোকে ক'লে, "তোমালোকো নাই, নীৰাও অহা নাই এইকেইদিন। মোহনে ঔষধ-পাতি আনি দিছে। ডাক্তৰ হুচেইন আহিছিল। জ্বৰ পিছে এবা নাই। টাইফয়দ হবনেকি জানো।"

"একো নহয় সেইবোৰ; সাধাৰণ জ্বৰ।" নিশাই ক'লে।

অলপ পৰ তিনিও মনে মনে থাকিল।

তাৰ পিছত চকু নেমেলাকৈয়ে লাহে লাহে আলোকে ক'লে—"মায়া, মোৰ ভুল হৈ গৈছিল। তুমি মোক ক্ষমা কৰিছানে বাৰু?"

মায়াই তলমূৰ কৰিলে।

নিশাই ক'লে, "চিঞৰ-বাখৰ কৰিব নেলাগে—মায়াই কাহানিবাই ক্ষমা কৰিছে। নহ'লে মায়া ভিক্ৰুগড়লৈকে নাহিলহেতেন। নহয়নে মায়া?"

মায়াই তেতিয়াও নিবৱে তলমূৰ কৰি বহি থাকিল।

সহজভাৱে আলোকে ক'লে "মূৰটো খুব বিষাইছে নিশা। অলপ পিটিকি দিব পাৰিবা জানো?"

নিশাই চকীখন আলোকৰ মূৰ শিতানৰ ফালে চপাই নিলে আৰু কপালখন লাহে লাহে মোহাৰি দিব ধৰিলে।

আলোকে ক'লে, "দুৰাতি একেবাৰে টোপনি অহা নাছিল।"

হাঁহি আলোকৰ মুখলৈ চাই নিশাই ক'লে, "কিয়? কবিতা লিখিছিল নেকি?"

অলপ হাঁহি মায়ায়ো আলোকৰ মুখলৈ চালে।

"অকলশৰে থাকিবলৈ ৰাতি মোৰ ভয় লাগিছিল—"

আলোকৰ কথা শুনি নিশাইতে খুক্‌খুকাই হাঁহি দিলে।

নিশাই ক'লে, "মায়াৰ বিয়া খাবলৈ আমি থাকিব নোৱাৰিম। আপুনি কিন্তু কইনাঘৰীয়া হ'ব লাগিব, আপোনাক নিমন্ত্ৰণ কৰিবৰ কাৰণেহে আহিছে মায়া—"

মায়াই লাজ পালে।

মায়াই ক'লে "কি অদৰ্কাৰী কথাবোৰ উলিয়াইছ নিশা, মামাৰ জ্বৰ।"

"এতিয়া মামাৰ জ্বৰ এৰিব। তই আহি কমা কৰাৰ কথাটো নিজে জনালিছি নহয়।"

আলোকে কপালত দি থকা নিশাৰ হাতখন নিজৰ হাতত লৈ [illegible] মায়াৰ ফালে চাই ক'লে—"জানিছা মায়া, নিশা নেথাকিলে মোৰ আকৌ জ্বৰ হ'ব। এইবাৰ কিজানি মই জ্বৰ হৈ মৰি থাকিম।"

"নমৰে, নমৰে। ডাক্তৰ ইয়াতে থাকিব, মায়াও থাকিব। মায়াই আপোনাৰ খবৰ লৈ থাকিব। নহয়নে মায়া?"

আলোকে আকৌ চকু মুদি পৰি ৰ'ল।

নিশাই আলোকৰ কপালখন লাহে লাহে মোহাৰি দিলে—সহজভাৱে। মায়াই যদি সকলো জানেই সংকোচ কৰি কি লাভ? মায়া স্বাৰ্থপৰ নহয়।

এটা গভীৰ তৃপ্তিত আলোক পৰি ৰ'ল। আলোকৰ কিন্তু বৰ জ্বৰ—গা জুই যেন গৰম।

নিশাই অনুভৱ কৰিলে এই সময়ত আলোকক লৈ ধেমালি কৰা ভাল নহয়।

চকু নেমেলাকৈয়ে আলোকে ক'লে, "তোমালোক কোন তাৰিখে যাবা, নিশা?"

"এঘাৰ তাৰিখে।"

"আজি কিমান তাৰিখ?"

"আজি ২৭ চেপ্তেম্বৰ।"

"তেনেহলে বেছি দিন নায়েই। মই ভাবিছিলো দিন আছে। এবা, তোমাৰ যাবৰে হ'ল—"

মায়াই নিশাৰ মুখলৈ চালে। নিশাই তলমূৰ কৰিলে।

আলোকে কৈ গ'ল, "কিমান দিন থাকিবা তাত? পাঁচ বছৰ? তাৰ পৰা ইয়াতো অন্ত ক'ৰবালৈ যাবা? এৰ', তুমি আকৌ ঘূৰি আঁহা মানে কিজানি মই বুঢ়াই হৈ যাম। মোৰতো ৩১।৩২ বছৰ হ'লেই—

হাঁহিবৰ চেষ্টা কৰি নিশাই ক'লে—"আপুনি বুঢ়া হ'ব, আৰু মই হবলা গাভৰু হৈ থাকিম? ময়ো বুঢ়ী হৈ যাম,—ভয় নাই।"

হঠাৎ আলোকৰ মুখলৈ চাই নিশা নিথৰ হৈ গ'ল—আলোকৰ চকুৰ ভৰিত পানী জমি উঠিছে। আলোকৰ মুখখন ৰঙা হৈ উঠিছে। আলোকে লৰ ল'ৰাৰ দৰে ফেঁকুৰি কান্দিছে।

নিশা বিব্রত হৈ পৰিল। আলোকৰ কপালত হাতখন দি চাই নিশাই ক'লে —"মামাৰ খুব জ্বৰ উঠিছে।"

এইবাৰ সংকোচ এৰি মায়ায়ো আলোকৰ কপালত হাত দিলে। স'চা আলোকৰ বৰ জ্বৰ!

আলোকে লাহে লাহে ক'লে, "একো নহয় নিশা। জ্বৰ উঠিছে, এৰিব। তুমি—তুমি পাঁচ বছৰৰ মূৰত আহিবা নহয়? পাঁচ বছৰত মানুহ একো বুঢ়া নহয় জানিছা। নহয়নে মায়া।"

চকু দুটা মেলি আলোকে নিশা আৰু মায়াৰ মুখলৈ চালে।

"তোমালোক ঘোৰাগৈ নিশা, ৰাতি বহুত হ'ব পায়। ডাক্তৰক এবাৰ আহিবলৈ কবাচোন পাৰিলে! আৰু—অ', বাৰু নেলাগে।"

"কি? কওকচোন বাৰু?"

"নীৰালৈ মোৰ জ্বৰ বুলি খবৰটো দিয়া হ'লে আহিলহেতেন। কিজানি।"

নিশাই মায়ালৈ চাই ক'লে—

"বাৰু মই খবৰ দিয়াম। অলপ আপুনি পৰি থাকক। ভাত খাই মই আকৌ আহিম। আজি ৰাতি বাৰু ময়ে আপোনাৰ ওচৰত থাকিম।"

সহজ আৰু নিঃসংকোচভাবে নিশাই ক'লে।

"তুমি নেলাগে আহিব নিশা। ৰাতিপুৱা কিজানি মোৰ জ্বৰ এৰিব। তাতে তোমালোক ভাগৰে জুগৰে আহিছা।"

"মই নাহিলেনো আপোনাৰ ওচৰত কোন থাকিব? আপুনি এনেকৈ অকলেই পৰি থাকিবনে?"

আলোকে আৰু একো নেমাতি আকৌ চকু মুদি দিলে। হয়তো মায়াৰ সন্মুখতে নিশা কিয় ইমান স্পষ্ট হৈ দিছে বুজিবৰ চেষ্টা কৰিলে।

অলপ পৰৰ পিছত আলোকক মাত লগাই নিশা আৰু মায়া ওলাই গ'ল।

আলোক পৰি থাকিল।

নিশা ইমান নিৰ্ভীক হৈ পৰিছে! মায়াই কি ধাৰণা কৰিব? অৱশ্যে আজি মোৰ জ্বৰ।

প্ৰায় ডেড়ঘণ্টাৰ পিছত নিশা আকৌ আহিল—লগত শ্ৰীকণ্ঠ। আলোক তেতিয়াও চকু মুদি পৰি আছিল।

শ্ৰীকণ্ঠ কাষ চাপি গ'ল। আলোকৰ কপালত হাত দি চালে। আলোকে চকু মেলিলে।

"কেনেকুৱা পাইছে এতিয়া?" ডাক্তৰে সুধিলে। একো নকৈ শ্ৰীকণ্ঠ আৰু নিশাৰ মুখলৈ চালে।

থাৰ্মমিটাৰ ভাল চকুৰ আগলৈ আনি ডাক্তৰে ক'লে, "যথেষ্ট জ্বৰ আছে।"

"আপোনালোক বহক—"

নিশাই ডাক্তৰৰ মুখলৈ চালে।

ডাক্তৰে ক'লে, "কপালত জলপতি দিয়া দৰকাৰ। মোহন আছেনে নাই?"

"শুব পায়—" আলোকে ক'লে।

নিশাই ক'লে, "আজি ৰাতি ময়ে মামাৰ ওচৰত থাকো।"

ডাক্তৰে ক'লে, "এৰা; কোনোবা এজন থকা ভাল হ'ব। যদি পাৰা তুমিয়ে থাকা।"

"নেলাগে নিশা। তোমাৰ টোপনি খটি হ'ব। আৰু মোৰ জ্বৰ হৈছে, ভাল হৈ যাব। একো নহয়—"

নিশাই একো নকলে।

ডাক্তৰে ক'লে, "অৱশ্যে জ্বৰ এৰিব। কোনো চিন্তা নকৰিব। নিশা আছে, কি লাগে ক'ব—নিশাই চাব—মই যাওঁ তেনেহলে নিশা—"

ডাক্তৰ গুলাই গ'ল।

অলপ পৰ নিৰবে পৰি থকাৰ পিছত চকুমেলি চাই আলোকে দেখিলে তাৰ কাষতে নিশা বহি আছে—তাৰ মুখলৈক চাই।

"তুমি নগলা নিশা?"

নিশাই একো নক'লে।

"ডাক্তৰে বেয়া নেপাব জানো?"

"তেখেতে নিজেই থৈ গৈছে।"

আলোকৰ চকুত কৃতজ্ঞতা আৰু মৰমৰ কোমলতা বিৰিঙি উঠিল।

"আৰু কাষলৈ আহাচোন নিশা—"

একো নকৈ নিশা চকীখনৰ পৰা আলোকৰ বিচনালৈ আহিল, আৰু বুকুৰ কাষতে বহিল।

হাঁহিবৰ চেষ্টা কৰি আলোকে ক'লে "ইমান পাগলামী কিয় কৰিলা?"

নিশাই একো নেমাতিলে। শূন্য দৃষ্টিৰে বেৰখনৰ কালে থৰ লাগি চাই ৰ'ল।

নিশাই অনুভৱ কৰিলে যেন আলোকৰ বুকুৰ কাষতে থাকিও নিশা বহুত দূৰত আছে। দুয়োৰে মাজত যেন নিশাই আলোকৰ অন্তৰ্লোকত নিজৰ ঠাই

বিচাৰি নেপায়। কেৱল হেৰবাৰ, কেৱল হেৰোই যোৱাৰ অকথিত দুঃচিন্তাই নিশাক বিব্ৰত কৰি তুলিছে।

আলোকৰ জ্বৰ, আলোক চকুমুদি পৰি আছে। আলোকৰ বুকুৰ কাষত উজাগৰী আত্মাৰ বেদনাৰ কান্দোন লৈ বহি আছে নিশা। কোনো সংকোচ নাই, ৰাতিৰ পৃথিৱীলৈ অকণো ভয় নাই। আত্মাৰ অনন্ত যাত্ৰাৰ পথত কোনো বিবেচনাৰ ব্যৱধান নাই।

ডাক্তৰ শ্ৰীকণ্ঠ যেন নিশাৰ জীৱনৰ পৰা একেবাৰে নোহোৱা হৈ গৈছে।

আলোকৰ তপত হাতখন নিজৰ হাতৰ মাজত ধৰি থাকিও যেন নিশাই এইটো মুহূৰ্তত অনুভৱ কৰিলে দুটা অদেহী আত্মাৰ স্পন্দন, দুটা অশৰীৰি প্ৰেমসত্তাৰ অনন্ত তীৰ্থযাত্ৰাৰ পবিত্ৰ মিলনানন্দ।

আলোকৰ প্ৰাণৰ লগত নিশাৰ প্ৰাণৰ এই পবিত্ৰ অদেহী সম্পৰ্কক পৃথিৱীৰ অন্য কোনো ব্যৱধানে ধ্বংস কৰিব নোৱাৰে।

আজিৰ ৰাতি, জ্বৰ উঠা আলোকৰ কাষত নিঃসন্দেহে ডাক্তৰে নিশাক ৰাখি গ'ল। নিশাৰ ওপৰত ডাক্তৰৰ কি গভীৰ বিশ্বাস আৰু আলোকৰ ওপৰতো।

আনন্দ আৰু কৃতজ্ঞতাত নিশাৰ মনটো ভৰি উঠিল। ডাক্তৰৰ উদাৰতা নিশাৰ নমস্য। অন্য সময়ত নহলেও আজি নিশাই ডাক্তৰৰ এই বিশ্বাস আৰু উদাৰতাৰ সন্মান ৰক্ষা কৰিব।

নিশাই আলোকৰ মুখলৈকে চাই আছিল। আলোক যেন এটা ৰোগাক্ৰান্ত দুৰ্বল শিশু। নিশাৰ কোলাত সান্ত্বনা আৰু আশ্ৰয়ৰ আশাৰে শান্তভাৱে পৰি আছে। নিশাৰ বুকুত শুই থকা মাতৃজনী সজাগ হৈ উঠিল।

জলপটিখন কপালত দি নিশাই মাতিলে—"মামা"—

"কি নিশা ?"

"টোপনি অহা নাই ?"

"ওহোঁ, বৰ দুৰ্বল লাগিছে।"

"জ্বৰ এৰিলে ভাল লাগিব—"সান্ত্বনা দিয়াৰ সুৰত নিশাই ক'লে।

আলোক আকৌ শান্ত হৈ পৰি ৰ'ল। বহুত সময়।

ৰাতি আগ বাঢ়ে। বেদনাময় গভীৰ ৰাতি। মৃত্যু মুহূৰ্তৰ অন্তিম নিশ্বাসৰ দৰে অজস্ৰ ৰহস্যৰ মৌনতাৰে ভৰা ৰাতি।

বহি থকা নিশাৰ চকুলৈ তন্দ্ৰা নামি আহে। নিশাই টোপনি নেযাবৰ মৃদু চেষ্টা কৰে।

চোৰৰ দৰে মুহূৰ্তবোৰ পাৰহৈ যায়। হঠাৎ আলোক বহি দিলে।

নিশাই অলপ উচপ খাই উঠিল।

"কি হ'ল মামা?" চেপা মাতেৰে সন্ত্ৰস্ত ভাৱে নিশাই মাতিলে।

চকু দুটা ডাঙৰকৈ মেলি আলোকে নিশাৰ মুখলৈ চালে। নিৰ্বাক চাৱনি।

"কি চাইছে?"

"অ' তুমি আছা নিশা?"

"আছোতো। কিয়?"

লাহে লাহে আলোকে ক'লে, "মই ভয় খাই গৈছিলো। কিবা সপোন দেখিছিলো কিজানি।"

"সপোন দেখিছিল?"

"এৰা, সপোন হে দেখিছিলো। তুমি বহুত দূৰলৈ আঁতৰি গৈছা, মই ইমান পিছৰ পৰা মাতিছো। কিন্তু তুমি ৰোৱা নাই। মাজে মাজে মোৰ কালে ঘূৰি চাই আগলৈ গৈহে আছা—"

"এতিয়া শুই থাকক। অৱত্ত দুৰ্বল হৈ সেইবোৰ সপোন দেখিছে।"

আলোক শুই পৰিল।

নিশাৰ মৰম লাগিল আলোকলৈ। আলোকৰ মূৰটো কোলাত তুলি ল'লে। চুলিৰ মাজত আঙুলি বুলাই মৰম কৰিব ধৰিলে, এটা অসহায় শিশুৰ দৰে আলোক পৰি থাকিল।

মাতত কান্দোন সানি আলোকে ক'লে, "তুমি গুচি নেযাবা নিশা।"

মৰমত সেমেকা মাতেৰে নিশাই ক'লে,—"আপুনি ইমান অবুজ হ'লে আমাৰ চলিব জানো? মইতো নিজে ইচ্ছা কৰি যাবলৈ ওলোৱা নাই। নোযোৱাকৈ থাকিবৰ জানো কিবা উপায় আছে? কওকচোন।"

চকু দুটা ডাঙৰকৈ মেলি অলোকে নিশাৰ মুখলৈ চালে, বহুত পৰ একেথৰে চাই থকাৰ পিছত নিজকে কোৱাদি ক'লে,—"এৰা, নিশা—"

তাৰ পিছত ভালেমান পৰ মৃত্যু গভীৰ নিৰৱতা। দুয়ো কিবা ভাবিছিল, কিন্তু মুখ ফুটাই ক'বলৈ ভাষা বিচাৰি পোৱা নাছিল।

বিশ্বজগতে নেজানক, কিন্তু আমি দুজনে জানো, আমাৰ এই ভালপোৱা শাশ্বত। আমাৰ এই প্ৰাণৰ চিনাকি অবিনশ্বৰ। পাঁচ বা দহবছৰৰ ব্যৱধানে আমাৰ মৰমৰ জগতলৈ কোনো পৰিবৰ্ত্তন নানে। প্ৰাণৰ কাষত প্ৰাণ ৰাখি আমি একেদৰেই থাকিম। চিৰদিন—হয়তো 'দুয়ো' এনেবোৰ কথাকে ভাবিছিল। কিন্তু কোৱাৰ প্ৰয়োজন নাছিল। শেষ ৰাতিৰ উদাসীন নিৰৱতাই আলোক আৰ

নিশাৰ অন্তৰৰ গভীৰতম অনুভূতিৰ কথা বুজি নেপায় যদি, আক্ষেপ নাই। ৰাতিৰ কোমল বতাহজাকত যদি সিহঁতৰ বেদনাচঞ্চল ভাল পোৱাৰ অমৰ নিশ্বাস যুগমীয়া হৈ বৈ নেযায় তাতো কোনো দুখ নাই। দুটা সহজাত আত্মাৰ স্পন্দনে জীৱনক অমৃতময় কৰি তুলিছে—সেয়ে পৰম পোৱাৰ উপলব্ধি।

নিশাই আলোকৰ কপালত হাত দি চালে। জ্বৰ কিজানি এৰিছে। আলোক শ্ৰান্ত হৈ পৰিছে। নিশাই ভাবিলে কাপোৰ কানি ভালকৈ দি আলোকক এতিয়া এৰি যোৱা যায়। ৰাতি শেষ হৈ আহিছে কিজানি।

কিন্তু আলোকে নিশাৰ হাত এখন ধৰি আছে! আলোকৰ হাতৰ পৰা নিশাই হাতখন একবাৰেই অনাৰ শক্তি বিচাৰি নেপালে।

আলোকৰ মুখৰ ওচৰলৈ মুখখন নি নিশাই সৰুকৈ সুধিলে, "এতিয়া অলপ ভাল লাগিছেনে ?"

আলোকে একো নেমাতিলে। নিশাই আলোকৰ মূৰটো কোলাৰ পৰা নমাই গাৰুত শুৱাই দিলে। কাপোৰ কানিবোৰ আলোকৰ গাত ভালকৈ জাপি দি নিশা বিচনাখনৰ পৰা নামি আহিল।

বন্ধ দুৱাৰখন মেলি নিশাই নিজৰ ঘৰৰ ফালে চালে। গোটেই বাহিৰ জগত আন্ধাৰৰ বুকুত সোমাই পৰিছে। নিশাহঁতৰ ঘৰটোও আন্ধাৰৰ বুকুত প্ৰায় নেদেখা হৈ গৈছে। ডাক্তৰ, মায়া, কবিতাহঁত শুই পৰিছে। এতিয়া শেহৰাতি তেওঁলোকৰ গভীৰ টোপনি।

দুৱাৰ মুখৰ পৰাই নিশাই আলোকৰ ফালে ঘূৰি চালে, ডিঙিলৈকে ঢকা কাপোৰৰ মাজত আলোক নিৰবে পৰি আছে। নিশাই অনুভৱ কৰিলে যেন আলোক বহুত দূৰত ক'ৰবাত আছে। বৰ অসহায়ভাবে অকলশৰীয়া আলোকে যেন কাৰোবাৰ ওচৰত মৰমৰ সান্ত্বনা বিচাৰিছে। এতিয়া আলোকৰ মুখখনলৈ শান্তি নামি আহিছে।

অলপ পৰ নিশাই আলোকৰ মুখৰ ফালে চাই ৰ'ল। তাৰ পিছত দুৱাৰখন বন্ধ কৰি অৰ্গল লগাই দিলে।

তাৰ পিছত নিঃশব্দে আহি আলোকৰ বহল বিচনাখনত উঠি কুঁজা হৈ আলোকৰ কপালত চুমা এটা খালে, হয়তো আলোকে জানিলে, হয়তো নেজানিলে। অলপপৰ নিশা বহি ৰ'ল। তাৰ পিছত লাহে লাহে শুই পৰিল— আলোকৰ কাষতে। এটা পবিত্ৰ তৃপ্তিত নিশাৰ মন প্ৰাণ ভৰি উঠিল।

*　　*　　*　　*

জ্বৰৰ চেষ্টা কৰিলে আলোকে।

নীৰা নিশ্চয় এতিয়া মানে টোপনি গৈছে। নীৰাই নিশ্চয় নিশাক মাত লগাবলৈ অহা নাছিল, আহিছিল মোৰ ওচৰলৈ। কিন্তু আজি ৰাতি নাহিলেই জানো নিশাৰ কিবা হানি হ'লহেঁতেন? ছোৱালীবোৰ কিয় ইমান অবিবেচক হয়।

মটৰৰ কোমল শব্দ।

হয়তো ডাক্তৰ আৰু মায়া আহিছে ডাক্তৰৰ ঘৰৰ পৰা।

নিশাৰ বাৰু টোপনি আহিলনে? কি ভাবিছে এতিয়া নিশাই? মোৰ কথা, নে অন্য কোনোবা অচিন দেশৰ স্বপ্ন দেখিছে?

কি দুঃসাহসী ছোৱালী এই নিশাজনী, ড্ৰাইভাৰটোৰে একো ভয় নাইনে বাৰু? ল'ৰা-ছোৱালী হালৰ কথা ইমান কম চিন্তা কৰিলে জানো নিশাৰ চলিব, সিহঁত শান্ত ল'ৰা-ছোৱালী বুলিহে, নিশাক অতি কমেই বিচাৰে।

আলোকে বিচনাতে বহিল। পৃথিৱীৰ বুকুত জোনাকবোৰ আৰু বেছি মুকলি হৈ পৰিছে—শান্ত বগা জোনাক। খিৰিকিৰ আইনাইদি সৰকি আহি জোনাকবোৰ কোঠাটোৰ ভিতৰত সিচৰিত হৈ পৰিছে।

এটা নাম নোহোৱা উদ্বিগ্নতা অনুভৱ কৰিলে আলোকে। কিবা কথা এটা নিশাক কবলৈ থাকি গ'ল। বহুত কথা নিশাক কবলৈ থাকি গ'ল, কালিলৈ নিশা যাবগৈ দূৰ দূৰনিলৈ যাবগৈ! কিন্তু মোৰ যে একো কোৱাই নহল, আৰু কত দিন নিশাক একো কথা কবলৈ নেপাম!

একো কথা কোৱা নহ'ল মোৰ!

সময় নাই!

কালিলৈ নিশা গুচি যাব!

কোনে জানে কেতিয়া ঘূৰি আহিব? নিশা যদি ঘূৰি নাহে?

বিচনাৰ পৰা আলোক নামি আহিল, সিফালৰ কোঠাটোত শুইছে নীৰা। টোপনি নিশ্চয় অহা নাই! থাকক।

মোৰোতো টোপনি অহা নাই—এতিয়াও। ৰাতি ডেৰমান বাজিল কিজানি! আৰু কেই ঘণ্টা মানৰ মূৰত ৰাতিটো শেষ হৈ যাব।

পুৱা পাঁচ বজাত নীৰা গুচি যাব—ছয় বজাৰ পৰা ডিউটি আছে। কোনোৱে নেজানিলেই ভাল যে নীৰা আজি ৰাতি মোৰ ঘৰত শুইছিল। নিশাই কিন্তু একো নেভাবে!

লাইটটো জ্বলাই কেতিয়া আলোক মেজখনৰ কাষত বহিল নিজেই কব নোৱাৰে। মেজৰ ওপৰত নিশাৰ যত্নোৱা ফটোখন। আজিৰ পৰা এই নিৰ্বাক

ফটোখনকে চাই চাই দিন আৰু ৰাতিৰ অসংখ্য মুহূৰ্তবোৰ কটাব লাগিব। এই ফটোখনকে জনাব লাগিব মনৰ সকলো বেদনা।

আলোকে এবাৰ ফটোখন চকুৰ আগলৈ আনিলে আৰু কিছুপৰ একেথৰে চাই থাকিল। আলোকৰ চকু দুটা কোমল হৈ আহিল।

শান্তভাৱে হাঁহি আছে নিশাই। চকুৰ কোমলতাত অন্তৰৰ অব্যক্ত মূক ভাষা।

নিশাৰ ছবিখনে কিন্তু কোনো দিন কথা নকয়।

জোনাকবোৰ শান্ত। ৰাতিৰ নিবিড়তাত জীৱন মৃত্যুক একাকাৰ কৰা সুগভীৰ, গহন আত্মীয়তা!

আলোকে লিখি বাব ধৰিলে—

"প্ৰাণৰ নিশা মোৰ,

এই চিঠি কিয় লিখিছো মই নেজানো। তোমাক মোৰ কোনো কথাই কোৱা নহল, কত কথা আছিল কবলই! কিন্তু কথা কোৱাৰ সময় জানো আমি পালো?

মোৰ অকণো দুখ নাই! তুমি গুচি যাবা, তুমি নেথাকিলে মোৰ জীৱনে কি প'থ ল'ব, কেনে গতি ল'ব নেজানো। মাত্ৰ এটা কথা জানো যে জীৱনৰ শেষ মুহূৰ্ত পৰ্য্যন্ত মই তোমালৈকে বাট চাই থাকিম। তুমি আকৌ এদিন ঘূৰি আহিবা—এই প্ৰত্যয়তে।

ঘূৰি অহাৰ আশ্বাস দি তুমি গৈছিলা এই স্মৃতিকে বুকুত বান্ধি মই জীয়াই থাকিম কোনো পৰ্বতে, কোনো সমুদ্ৰই আমাক চিৰদিন আঁতৰাই ৰাখিব নোৱাৰে।

তোমাৰ মৰমে মোক জীৱনৰ পথ চিনাই দিলে। মোৰ জীৱনত তুমি নথকা হ'লে মোৰ জীৱন কক্ষচ্যুত হৈ পৰিলহেঁতেন। এতিয়া মোৰ কোনো ভয় নাই, মোৰ জীৱনে নিজৰ কক্ষপথ চিনি পাইছে। এতিয়া মই ক'ৰবাত পথ হেৰুৱালেও পথে মোক নেহেৰুৱায়। আজি মই বুজিব পাৰিছো প্ৰেমৰ পথেই সত্য আৰু জীৱনৰ পথ। তুমি মোক সেই পথৰ যাত্ৰী হোৱাত ধ্ৰুৱতাৰ পোহৰ দিলা।

জীৱনত এয়ে মোৰ চৰম পোৱাৰ উপলব্ধি।

আমাৰ মৰম মানুহৰ অন্তৰ-ৰাজ্যৰ দৰেই গোপন হৈ থাকক, ৰহস্যময় হৈ থাকক। প্ৰকাশৰ সূৰ্য্যালোক নেপালেও সি ম্লান হৈ নেযায়—মই জানো।

মই বাট চাম নিশা। তোমাৰ কাৰণেই মোৰ অন্তৰ-দেৱতাই আমৰণ

বাটলৈ চাই ৰ'ব। জানো মোৰ এই বাটচোৱা অথলে নেযাব। তোমাৰ সকলো পথৰ শেষত মোৰ প্ৰাণৰ পথতে ভৰি দিবা—আমাৰ প্ৰতীক্ষা পৰিসমাপ্ত হ'ব......।

আলোকে লিখি গ'ল। লিখি ইমান ভাল লাগিছে, যিতাকিন নিশাক কাষত পায়ো যি কথা মুখ ফুটাই কোৱা নহ'ল, আজি যেন সেই কথাটোৱেই আপুনি আহি ধৰা দিছে। আলোকৰ জীৱন-স্বপ্নই যেন আজি সাৰ্থকতাৰ জয়মাল্য পিন্ধিবৰ আয়োজন কৰিছে। জীৱনত এই প্ৰথমবাৰৰ কাৰণে যেন আলোকৰ প্ৰাণ বাঙ্ময় হৈ উঠিছে প্ৰতিটো নিশ্বাস মৰ্মৰ নিবিড়তাৰে প্ৰাণময় হৈ উঠিছে।

মোৰ জীৱনত নিশা এপাহী ফুল, এটা ৰাতি শেষৰ সুৰৰ কঁপনি।

খিৰিকীয়েদি চাই আলোকে পূবৰ আলোক ধূসৰ হিৰণা গৰ্ভত যেন নিশাৰ শান্ত হাঁহিটোৰ নমনীয় আভাস দেখা পালে।

সমগ্ৰ পৃথিৱীখনতে কাৰোবাৰ চুলিৰ চিনাকি গোন্ধ। আলোকৰ কেতিয়া টোপনি আহিল ক'ব নোৱাৰিলে।

হয়তো সেই ৰাতি উঠি নীৰা মনে মনে আলোকৰ কাষ চাপিছিল। যাওঁতে মেজৰ ওপৰত আলোকে লিখি থোৱা চিঠিখন পঢ়িছিল, হয়তো নীৰাই আলোক-নিশাৰ অন্তৰ জগতৰ ইতিহাস জানিব পাৰি বিস্মিত হৈছিল, বেদনাহত হৈছিল, হয়তো নীৰাৰ ওঁঠত এটা ঈৰ্ষাৰ কুটিল হাঁহি বিৰিঙি উঠিছিল, হয়তো অবিশ্বাসৰ এটা বিবাগী চাৱনিৰে শুই থকা আলোকৰ মুখলৈ এবাৰ চাই, লাইটটো নুমাই কোঠাটোৰ দুৱাৰখন বন্ধ কৰি হাতত সাৱে ভৰিত সাৱে ওলাই গৈছিল নীৰা।

আলোকে একো ক'ব নোৱাৰে।

হয়তো তেতিয়া আলোকৰ চকুত কোনো এক মধুৰ স্বপ্নৰ নিবিড়তা।

* * * *

ষ্টেচনলৈ প্ৰায় সকলো আহিল, ডাক্তৰ শ্ৰীকণ্ঠহঁতক বিদায় দিবৰ কাৰণে। ডাক্তৰ শ্ৰীকণ্ঠৰ বাহিৰে সকলোৰে মন বিষণ্ণ। ডাক্তৰ কিন্তু যথেষ্ট প্ৰফুল্ল—যেন জীৱনৰ বহু-প্ৰত্যাশিত এটা আশা পূৰ্ণ হোৱাৰ সম্ভাৱনাত তেওঁ বৰ সুখী।

নিশাৰ চকুপানীৰ অন্ত নাই। সকলোকে এৰি অকলশৰে অচিন দেশলৈ গুচি যাব—আত্মীয় স্বজন নাই, চিনা পৰিচয় নাই। তাত কি পাব নিশাই নেজানে। কিন্তু নগৈ উপায় নাই। ডাক্তৰৰ কোনো বিশেষ ঠাইৰ কাৰণে

আকৰ্ষণ নাই। তেওঁৰ কাণত দূৰ-দূৰণিৰ প্ৰিয় আহবান। যাবই লাগিব। ঘৰৰ সংকীৰ্ণ মায়াত শ্ৰীকণ্ঠ আবদ্ধ থাকিব নোৱাৰে।

কোনোৱে প্ৰবোধ দিলে, কোনোৱে সান্ত্বনা দিবৰ চেষ্টা কৰিলে—কোনোৱে নতুন আশা আৰু সম্ভাবনাৰ কথা ক'লে নিশাক। নিশাই কেৱল শুনি গ'ল, উত্তৰৰ আশা কোনোৱে কৰাও নাছিল।

ৰে'ল এৰিবৰ হ'ল, নিশাইত ৰেলত উঠিল। অন্যান্য বিলাক প্লেটফৰ্মতে ৰ'ল। ডাক্তৰে এজন এজনকৈ সকলোৰে পৰা বিদায় ললে।

আলোক ৰেলৰ ভিতৰত।

যথেষ্ট সংযতভাৱে আলোকে ভগা ভগা মাতেৰে ক'লে—"কোনো চিন্তা নকৰিবা নিশা। চিটি-পত্ৰ দি থাকিবা যদি পাৰা।"

তাৰ পিছত সকৈকে ক'লে, "মই থাকিম, মই এনেকৈ থাকিম।"

আলোকৰ মাত অলপ থোকাথুকি হ'ল। আলোকে জেপৰ পৰা উলিয়াই চিঠিখন নিশাৰ হাতত দিলে। অন্য এটা সাধাৰণ বস্তু দিয়াৰ দৰে।

অবুজভাৱে নিশাই কান্দি উঠিল।

"কান্দিবৰ একো নাই নিশা"

আলোকে সান্ত্বনা দিবৰ চেষ্টা কৰিলে।

চকুপানী উপচি থকা চকু দুটা তুলি নিশাই আলোকৰ চকুলৈ চালে, নিশাৰ চকুত অজস্ৰ বোবা বেদনাৰ মূক নিবেদন।

আলোকে সকলোৰে সাক্ষাতেতে নিশাৰ মূৰত হাত বুলাই ক'লে—"চিন্তা নকৰিবা নিশা—"

নিশাই আলোকৰ হাতখন মূৰৰ পৰা নমাই আনিলে আৰু নিজৰ চকুত হেচি ধৰিলে।

তপত এখিনি চকুলো আলোকৰ হাতত লাগিল।

তাৰ পিছ মুহূৰ্তত আলোকে অনুভৱ কৰিলে, আলোকৰ হাতৰ পিঠিত নিশাৰ দুটা ওঠৰ তপত অধীৰ স্পৰ্শ।

এটা মুহূৰ্ত। তাৰ পিছত নিশা আঁতৰি গ'ল।

আলোক থিয় হোৱা ঠাইতে বৈ গ'ল।

বিদায়ৰ শেষ হুইচেল বাজিল। ডাক্তৰ শ্ৰীকণ্ঠ ৰেললৈ উঠি আহিল, আলোক নামি গ'ল।

ডাক্তৰে আলোকক ক'লে, "খবৰ বাতৰি মাজে-সময়ে দি থাকিব। আৰু যদি ইয়াতেই থাকে ঘৰ বাৰীবোৰত অলপ চকু দিব। আমি আহিছো আৰু নেই।"

বহু চেষ্টা কৰিও আলোকে মুখ খুলি একো কথা ক'ব নোৱাৰিলে। কোনোমতে অস্পষ্ট মাতেৰে ক'লে, "আপোনালোকেও চিঠি-পত্ৰ দি থাকিব।"

ৰেলৰ চকা ঘূৰিল।

সকলোৰে একে থৰে ৰেলৰ ফালে থৰ লাগি চাই ৰ'ল।

নিশাই খিৰিকীৰে মুৰ উলিয়ালে। আলোক কাষ চাপি গ'ল চলন্ত গাড়ী-খনৰ লগে লগে।

ক্ৰমে গাড়ীৰ বেগ বেছি হ'ল।

"থাকক দেই মামা—"অলপ চিঞৰি নিশাই ক'লে।

"ৰোৱাগৈ দেই—" আলোকৰ ভিতিৰ পৰা অস্পষ্ট মাত ওলাল।

ৰেল আগবাঢ়িল।

কিছুপৰ আলোকে ক্ৰমে আঁতৰি যোৱা ৰেলখনৰ ফাল চাই ৰ'ল।

তাৰ পিছত ঘূৰি প্লেটফৰ্মলৈ চালে।

প্ৰায় সকলো প্লেটফৰ্মৰ বাহিৰ ওলাই গৈছে তেতিয়া।

লাহে লাহে আলোক ঘৰলৈ ঘূৰি আহিল।

আলোকে অনুভৱ কৰিলে—আজি এই পৃথিৱীত আলোক একেবাৰে অকলশৰীয়া।

আলোকৰ চাৰিওফালে কিছুমান উদাস শূন্য।

আলোকৰ খোজ কাঢ়িবৰ শক্তি নোহোৱা যেন লাগিল। এখন টেক্সী মাতি আলোক বহিল আৰু ড্ৰাইভাৰক ক'লে, "বলা।"

টেক্সীখন আগবাঢ়িল।

এটা অবোধ্য সপোনৰ এতিয়াও শেষ হোৱা নাই।

॥ উনচল্লিশ ॥

প্ৰাণ জগতৰ বাহিৰত এখন বহল, জটিল পৃথিৱী। তাঁয়াই থকাৰ অনুৰন্ত সংগ্ৰাম। এই পৃথিৱী নিষ্ঠুৰ, অশ্লীল, ব্যস্ত। জীৱন-সংগ্ৰামৰ জটিলতাত প্ৰাণৰ পৰিচয় হেৰাই যায়। জৈৱীক তাড়নাৰ ক্ষেত্ৰত মানুহৰ জঠৰত আদিম, জহাবাদী পশুৰ নিৰ্লজ্জ ক্ষুধা!

প্ৰাণ জগততকৈ এই ক্ষুধাৰ জগত বেছি সত্য।

এই ক্ষুধা আৰু অভাৱৰ জগতৰ লগত আলোকৰ আশৈশৱ পৰিচয় আছে। দাৰিদ্ৰ আৰু অভাৱৰ দিনবোৰৰ কথা আলোকে স্মৃতিৰ ফলিৰ পৰা মচি পেলাব নোৱাৰে, নিবিচাৰেও। আলোকৰ জীৱনত আজিও সংগ্ৰাম সামৰণি পৰা নাই। আজি হয়তো জীৱন সংগ্ৰামৰ কঠিনতা বহুখিনি কমিছে, কিন্তু শেষ হোৱা নাই। এই সংগ্ৰাম আৰু জীৱন ধাৰণ অভিন্ন হৈ পৰিছে। অৱশ্যে আলোকে বুজে মানুহৰ জীৱন সংগ্ৰামৰ সংঘৰ্ষৰ পৰিণামত যি পৰিস্থিতিয়ে বিবাদৰ জন্ম দিয়ে, তাৰেই মীমাংসাৰ পথত ন্যায়ৰ কাৰণে কোনো এক পক্ষৰ হৈ আলোকে ওকালতি কৰে।

সদায় ন্যায় জয়ী নহয়—আলোকে সেই কথা জানে, তথাপি নিজৰ কথা নিজে ক'ব নজনা মানুহৰ কাৰণে, বিচাৰৰ বলিশালত নিজক ৰক্ষা কৰিব নোৱাৰা বিলাকৰ কাৰণে থিয় দিয়াৰ দায়িত্ব আলোকে বহন কৰে।

ধনতান্ত্ৰিক সমাজ ব্যৱস্থাত, অজ্ঞতা, অশিক্ষাই চানি থকা সমাজত, অবোধ্য বিদেশী ভাষাত বিচাৰ হোৱা এখন দেশত, উকীলৰ প্ৰয়োজন অপৰিহাৰ্য্য! তেওঁ উকীলেই নহয়, ন্যায়ৰ দাবীত তেওঁ চৰকাৰ আৰু জনসাধাৰণৰ মাজৰ একমাত্ৰ সেতু। এজন ভাল উকীলে কেৱল মোকৰ্দমা কৰা লোকৰ প্ৰতিনিধিত্ব নকৰে, তেওঁ জনসাধাৰণৰ স্বাৰ্থ ৰক্ষাৰ দাবীত ন্যায়ৰ সপক্ষে যুক্তিৰ সংগ্ৰাম কৰে।

তথাপি কেতিয়াবা আলোকৰ আমনি লাগে। পৃথিৱীৰ মূলত জানো ন্যায় নাই? যেহেতু ন্যায় প্ৰতিষ্ঠাৰ কাৰণে আইনৰ অস্ত্ৰ লৈ ইমান ওকালতি কৰিব লাগে কিয়?

তথাপি মই জানো সদায় ন্যায়ৰ সপক্ষেই ওকালতি কৰো? নৰহত্যাকাৰীৰ পক্ষ সমৰ্থন কৰি, তাক নিৰ্দোষ প্ৰমাণ কৰিবৰ কাৰণে কৰা তৰ্কযুদ্ধ জানো ন্যায়ৰ দাবীত কৰো? তথাপি নৰহত্যাকাৰীকো উকীলে ৰক্ষা কৰিবৰ চেষ্টা কৰিব লাগে। হয়তো সি যাতে ন্যায়ৰ প্ৰাপ্য অংশৰ পৰা বঞ্চিত নহয়—তাৰ কাৰণেই? নৰহত্যা কৰিলেও মানুহটো হত্যাকাৰী নহব পাৰে?

কিন্তু আইনে মানুহৰ অনুভূতি জগতৰ লগত বিশেষ সম্পৰ্ক নেৰাখে। মানুহৰ কাম আৰু অভিপ্ৰায়হে বিচাৰ কৰে। মানুহৰ কামৰ মূলত থকা অভিপ্ৰায়ক জানো যুক্তিয়ে নিয়ন্ত্ৰণ কৰে? মানুহৰ সকলো কাম জানো মানুহে চিন্তা কৰি কৰে? বিচাৰে মানুহৰ কামহে বিচাৰ লয়, অনুভূতিৰ নহয়।

আলোকৰ অৱশ্যে ওকালতিৰ ওপৰত নিষ্ঠা আছে। টকাৰ কাৰণে কৰিলেও অজ্ঞ অৰক্ষণীয় বিলাকৰ সপক্ষে যুঁজ কৰাত এটা আনন্দ আছে—আলোকে উপলব্ধি কৰে।

আৰু প্ৰাণ জগতৰ পোহৰবোৰ যেতিয়া ক্ৰমে ক্ষীণ হৈ ব'হৈছে, তেতিয়া জীৱন-সংগ্ৰামৰ জটিলতাত সোমাই পৰাৰ বাহিৰে অন্য পথ আৰু নাই। ৰুদ্ধশ্বাস আত্মাক মুক্তি দিয়াৰ পথ হয়তো কৰ্ম নহয়, অনুভূতিৰ প্ৰকাশ আৰু বিনিময়! কিন্তু তাৰ যেতিয়া কোনো পথ নাই, আলোকে সংসাৰৰ জটিল কৰ্মক্ষেত্ৰত নিজক ব্যস্ত ৰখাৰ সংকল্প কৰিলে। বাহিৰ জগতে আলোকৰ উত্তৰৰ কাৰণ নিবিচাৰিলে।

চাৰে তিনি বছৰ হৈ গ'ল।

চাৰে তিনি বছৰৰ বেছি হ'ল নিশাইঁত যোৱাৰ।

সাগৰ পাৰ হোৱাৰ লগে লগে নিশা নিৰৱ হৈ গৈছে। গৈ পোৱাৰ পিছত নিশাই মাত্ৰ দুখন চমু চিঠি দিছিল। একেবাৰে নিৰস, চমু দুখন চিঠি। তাৰ পিছত আলোকৰ সকলো ব্যগ্ৰ প্ৰতীক্ষাক বিফল কৰি নিশাই মৌনতা অৱলম্বন কৰিলে, আলোকৰ কোনো চিঠিৰে উত্তৰ নহা হ'ল। আলোক বিস্মিত হ'ল। নিশাৰ এনে উদাসীন মৌনতাত আলোক স্তম্ভিত হ'ল। নিশা মই কি অপৰাধ লগালো? মোৰ অৱস্থা জানিও নিশা কেনেকৈ ইমান নিমাত হৈ গ'ল? নিশাই মোক ইমান সোনকালেই সম্পূৰ্ণ পাহৰি যাব পাৰিলে কেনেকৈ? আলোক বিমৰ্ষ হ'ল।

আলোক অধৈৰ্য হ'ল অধীৰ হ'ল।

নিশাৰ চিঠি মায়াই পায়, অন্যান্যয়ো পায়। তাতো আলোকৰ বিষয়ে কোনো উল্লেখ নেথাকে।

নিশাৰ চিঠি পাইছে নে নাই, নীৰা মায়াইতে কেতিয়াবা সোধে। আলোকে মিছা কথা কয়—"অলপতে এখন পাইছো, তোমালোকে পাইছানে?"

ক্ৰমে আলোকে আশা এৰি দিলে। নিশাই মোক পাহৰি গৈছে! আজি আৰু নিশাই মোলৈ চিঠি লিখাৰ কোনো প্ৰয়োজন অনুভৱ নকৰে! নতুন দেশত নিশাই ডাক্তৰৰ লগত মধুৰ দাম্পত্য-সুখৰ জীৱন-যাপন কৰিছে। আজি মোৰ কথা নেভাবিলেও নিশাৰ চলে, কোনো ক্ষতি নহয়।

নিশাৰ ওপৰত আলোকৰ অভিমান হয়। এখন চিঠি দিবলৈকো নিশাৰ ইমান কাৰ্পণ্য কিয়? ইমান সহজে নিশাই অতীতটোক সম্পূৰ্ণ পাহৰি গ'ল কেনেকৈ?

আলোকে নিশাৰ ফটোখন উলিয়াই চায়। এই শান্ত, সৰল নিশাজনীয়ে কেতিয়াও ফাঁকি দিব নোৱাৰে। মোক কেতিয়াও ফাঁকি নিদিয়ে, তেন্তে কি হ'ল? মোলৈ এখন চিঠি লিখাত নিশাৰ কি বাধা?

এদিন কোনোবা এটা বৃষ্টিমুখৰ নিশাত নিশা আৰু মোৰ মাজৰ ব্যৱধানৰ সকলো প্ৰাচীৰ ধূলিসাৎ হৈ খহি পৰিছিল। সমগ্ৰ পৃথিৱীলৈ পিঠি দি আমি জীৱনৰ পৰম পৰিচয়ক সাৱটি লৈছিলো—নিৰ্ভীকভাৱে। আমি অভিন্নদেহ, অভিন্ন আত্মা। এদিন জোনাক ৰাতি ব্ৰহ্মপুত্ৰৰ পাৰত বৈ আমি অমৰ কবি শ্বেলীৰ ভাষাত নিজৰ প্ৰাণৰ ভাবক ৰূপ দিছিলো—We shall become the same, we shall be one, one hope within two wills, one will beneath two overshadowing minds, one life, one death, one heaven, one hell, one immortality, and one annihilation.

কিন্তু আজি সমগ্ৰ জীৱন নহয়, জন্ম জন্মান্তৰ নহয়, মাত্ৰ চাৰে তিনি বছৰৰ চম্ ব্যৱধান! অথচ ইয়াৰ ভিতৰতে নিশাৰ মনোজগতৰ ইমান পৰিবৰ্তন হ'ল কিয়?

কিয় হ'ল?

কেতিয়াবা আলোক অতীষ্ঠ হৈ উঠে! এবাৰ নিজে গৈ নিশাক সুধি আহিবৰ ইচ্ছা হয়—তুমি কিয় এখন চিঠিও দিয়া নাই? এটা বোবা, অন্তৰ্দাহী অভিযোগে আলোকক উন্মনা কৰি তোলে।

আলোকে শ্ৰীকণ্ঠলৈও দুই এখন চিঠি লিখিলে। কিন্তু শ্ৰীকণ্ঠৰ নিৰস গতানুগতিক উত্তৰে আলোকক আৰু বেছি নিৰুৎসাহ কৰিলে।

ক্ৰমে আলোকে নিজক সংযত কৰি আনিলে। মোৰ পৰা আঁতৰি থাকি, মোক মনোকষ্ট দিয়ে নিশা সুখী হওক, নিশা সুখী হওক।

আলোকে বহুত চেষ্টা কৰিলে নিশাৰ ভালপোৱাক সন্দেহ কৰিবৰ কাৰণে, কিন্তু নিশাৰ ভালপোৱাৰ স্মৃতিক আলোকে সন্দেহ কৰিবৰ দুৰ্বলতা মনৰ মাজত বিচাৰি নেপালে।

ক'ৰবাত আমাৰ কিবা ভুল হৈ গ'ল। এতিয়াও ক'ৰবাত কিবা ভুল হৈছে—আলোকে নিজকে ক'লে।

আলোকৰ কাণত পৰিৰ ধৰিলে জগতৰ আহ্বান। নিশাৰ ভালপোৱাক সন্দেহ কৰাৰ পৰা ৰক্ষা পৰিবৰ কাৰণে প্ৰস্তুত হ'ল। নিশা নোহোৱা উকা জীৱনটোক অৱসাদে গ্ৰাস কৰি পেলোৱাৰ পৰা ৰক্ষা কৰিবৰ কাৰণে আলোকে জন জীৱনৰ সংগ্ৰামৰ সহযোগীৰূপে নিজক আগুৱাই দিলে, আৰু আত্মাৰ অৱৰুদ্ধ বেদনাক মুক্তি দিয়াৰ প্ৰয়াসত কবিতা লিখাত আত্মনিয়োগ কৰিলে। নিজক ব্যস্ত ৰাখিব লাগিব—শৰীৰ আৰু মনৰ মাজলৈ ৰিক্ততা নহাকৈ, নৈৰাশ্য নহাকৈ ৰখাৰ পথ, সক্ৰিয়ভাৱে গতিশীল জীৱনক অনুধাৱন কৰা। ৰাজনীতি-

সাহিত্য—আৰু জীৱিকা—ওকালতি—ইয়াৰ মাজত দিন অতিবাহিত কৰাৰ প্ৰেৰণাৰ সন্ধান কৰিলে আলোকে।

আকৌ এদিন ঘূৰি অহাৰ প্ৰতিজ্ঞা কৰিছিল নিশাই,—মই আকৌ ঘূৰি আহিম—তুমি এনেকৈয়ে থাকিবা—মই আছো। মই এনেকৈয়ে থাকিম, তুমি কি কৰা, তাৰ বিচাৰ আজি মই নকৰো। এদিন তুমি ঘূৰি আহিবা—হয়তো বহুত দিনৰ মূৰত,—তাৰ কাৰণেই মই প্ৰতীক্ষা কৰিম। স্মৃতি আৰু আশাৰ মাজত মোৰ জীৱনে জীয়াই থকাৰ অৰ্থ বিচাৰিব। এদিন তুমি ঘূৰি আহিবা—মোৰ বাটচোৱা সাৰ্থক হ'ব!

আলোক কিছু উদ্‌ভ্ৰান্ত হৈ পৰিল। আলোক আজি একপ্ৰকাৰ একেবাৰেই অকলশৰীয়া। গাঁৱৰ ঘৰত কোনোৱেই নাই। নগৰৰ ঘৰতো কোনো নাই। দিনে দিনে ডিব্ৰুগড় থন আলোকৰ অসহ্য লাগি আহিছে আৰু অসহ্য লাগি আহিছে নিশা নোহোৱা নিশাইতৰ ঘৰটোত থাকি দিন কটোৱা। এক ক্ৰূৰ নিয়তীয়ে যেন আলোকৰ ভাগ্যক লৈ পৰিহাস কৰিছে।

সাংসাৰিক প্ৰতিষ্ঠাৰ কাৰণে অক্লান্ত পৰিশ্ৰম কৰি আলোক আহি আজিৰ অৱস্থা পাইছেহি, তাৰ মাজত নিশাৰ লগত পৰিচয় আৰু ঘনিষ্ঠতাৰ কি প্ৰয়োজনেই বা আছিল? সি আছিল নিশাৰ জীৱন বৃত্তৰ বাহিৰত আৰু নিশাও আছিল তাৰ জীৱনৰ বাহিৰত। অথচ আজি নিশাৰ বাহিৰে তাৰ জীৱনৰ অস্তিত্বৰ যেন কোনো মূল্যই নাই। নিশা তাৰ জীৱনৰ নিশ্বাস। নিশাৰ বিদায় বেলাৰ প্ৰতিজ্ঞা আছিল মিঠা কথাৰ বিলাস!

আলোক কবিতা আৰু জীৱন-সংগ্ৰামৰ জগত খনৰ মাজলৈ সোমাই গ'ল—যাবৰ চেষ্টা কৰিলে—পৃথিৱীৰ অন্য সকলো বাদ দি। বঞ্চিত সংগ্ৰামী জন-জীৱনৰ সাফল্যৰ আশা আৰু সম্ভাৱনাৰ পথত নিজৰ সহযোগীতা আগবঢ়াই আলোকে নিজৰ দেহমনক আগুৰি অনা নৈৰাশ্য আৰু হতাশাৰ পৰা নিজক মুক্ত ৰখাৰ সংগ্ৰাম কৰিলে। আলোকৰ লগ হ'ল ব্যস্ততা, লগ হ'ল অন্য চিন্তা নকৰ কৈ থাকিব পৰাৰ উপায়।

কেলেণ্ডাৰৰ পাত ফালি ফালি আলোকে দিনৰ পিছত দিনৰ ব্যৰ্থ আশা জাপি গ'ল।

নিশাইত থকা জগতখন যেন ক'ৰবাত হেৰাই শেষ হৈ গৈছে!

নিশাৰ চিঠি নাহে।

নিশাৰ কোনো বাতৰি আলোকলৈ নাহে।

নিশাই আলোকক জীৱনৰ কহিৰ পৰা মচি পেলাইছে। সকলো আকেশ-

অভিযোগ গচকি আলোকে জীৱনত নতুন পোহৰ বিচাৰি লৈ নিশাৰ প্ৰেমত কেন্দ্ৰীভূত হোৱা প্ৰাণৰ প্ৰেৰণাক জনতাৰ প্ৰেমৰ মাজত বিলাই দিয়াৰ সংকল্প ললে।

বহুত বাতি আহি ওই থকাৰ বাহিৰে আলোকৰ ঘৰৰ লগত সম্পৰ্ক কমি আহিল। ওকালতি কৰা, সভা সমিতি কৰা, দূৰে দূৰে মিল কাৰখানা, চাহ বাগিছা আৰু কৃষকৰ মাজত ঘূৰি ফুৰি আলোকে নতুন আনন্দ লভাৰ চেষ্টা কৰিলে।

নিশা সুখী হওক, শ্ৰীকণ্ঠ সুখী হওক—আৰু সুখী হওক পৃথিৱীৰ শোষিত বঞ্চিত শ্ৰেণী।

নিশালৈ চিঠি লিখাৰ পৰিৱৰ্তে আলোকে কবিতাত অনুভূতিৰ স্মৃতি জীয়াই ৰখাৰ সাধনা কৰিলে। এইখন জগতত নতুন আনন্দ আৰু নতুন আশাৰ ইঙ্গিত দেখা পালে আলোকে।

কিন্তু অবিৰাম ব্যস্ততাৰ মাজতো বৰ দুখেৰে আলোকে উপলব্ধি কৰিলে যে, কৰ্মব্যস্ততাই ক্লান্তি আনিব পাৰে, কিন্তু প্ৰাণৰ শান্তি নানে। আৰু তীব্ৰ হৈ নিশাৰ স্মৃতিয়ে আলোকক উদভ্ৰান্ত কৰি তুলিলে। নিশাৰ অহৈতুকী নিৰৱতাই আলোকক বিমোৰ কৰিলে। মোৰ ভালপোৱাৰ কোন খিনিত এনে দৈন্য, এনে অপূৰ্ণতা বৈ গ'ল, যি নিশাক মোৰ প্ৰতি বিৰাগী কৰি তুলিলে? মায়াৰ প্ৰতি হোৱা মোৰ সাময়িক দুৰ্বলতাক জানো নিশাই ক্ষমা কৰিব নোৱাৰিলে?

কিন্তু নিশাৰ কাৰণেই সমগ্ৰ নাৰী জাতিক দোষাৰোপ কৰাৰ কাৰণ আলোকে বিচাৰি নাপালে। নিজকে বুজাব নোৱাৰা এটা মৰ্মান্তিক অস্বস্তিৰ মাজেদি আলোকৰ দিনবোৰ বৰ ধীৰে ধীৰে কাটিব ধৰিলে।

লেবাৰ ট্ৰিবিউনেলৰ দিনা মোকৰ্দমা লবৰ কাৰণে বন্দনাৰ দেউতাক ডিব্ৰুগড়লৈ আহিছিল। লগত আহিছিল বন্দনা। চাৰ্কিট হাউচত নেথাকি থাকিলহি ভাস্কৰৰ ঘৰত। এতিয়া ভাস্কৰ সম্পৰ্কীয় হৈছে বন্দনাহঁতৰ।

এখন চাহ বাগিছাৰ বনুৱা আৰু মালিকৰ মাজত হোৱা বিবাদৰ বিচাৰ আছিল। বনুৱাৰ পক্ষলৈ ওকালতি কৰিছিল আলোকে। আলোকৰ মোকৰ্দমা পৰিচালনা আৰু তৰ্ক শক্তি দেখি বন্দনাৰ দেউতাক জজ চৌধুৰী সন্তুষ্ট হ'ল।

ভাস্কৰ নিজে আহি এদিন আলোকক মাতি নিলেহি নিজৰ ঘৰলৈ। বন্দনাই আলোকক নিজৰ ঘৰৰ দৰেই আদৰ সাদৰ কৰি অভ্যৰ্থনা জনালে। আলোকেও বন্দনাহঁতৰ লগত নানা কথা বতৰা হল, দৰকাৰী অদৰকাৰী কথাৰ আলোচনা কৰিলে।

জজ চৌধুৰী কম কথাৰ মানুহ, তাতে আলোক তেওঁৰ তুলনাত বৰ কম বক্লীয়া ল'ৰা মানুহ।

বন্দনা আলোকৰ লগত আগতকৈ বেছি মুক্ত হৈছে। [illegible] মায়াৰ খবৰো সুধিলে। বন্দনাই হাঁহি মাত্ৰ ক'লে, "এতিয়াও জানো আপোনাৰ মায়াৰ কথা জানিবৰ মন যায়?"

হাঁহিয়ে আলোকে ক'লে, "মই মোৰ কাৰণে সোধা নাই, ভাস্কৰৰ কাৰণেহে জানিব খুজিছো, বিয়াৰ দেখোন কোনো উম ঘামেই নাই?"

"আপুনি একো ক'ব নোৱাৰে। এবা, আজিকালিতো কবিতাৰ সাধনাত ধৰিছে। বিয়াৰ তাৰিখো দেখোন ঠিক হৈ গৈছে।"

আলোকে ভাস্কৰৰ মুখলৈ চালে। ভাস্কৰে মাথোন শান্তভাৱে হাঁহিলে।

সামান্য অপৰাধৰ সুৰত আলোকে ক'লে, "সঁচা আজি, কিছুদিন নানা কামত বৰ বেছি ব্যস্ত থাকিবলগীয়া হৈছে। কাৰো খবৰ বাতৰি লবৰো আহৰি হোৱা নাই। বিয়াৰ তাৰিখ তেনে ঠিক হ'ল সঁচাকৈয়ে? কেতিয়ালৈ?"

"বিয়াৰ চিঠি ছাপা হ'ব নহয়। তাৰ পৰাই জানিব পাৰিব।" তাৰ পিছত ভাস্কৰৰ মুখলৈ চাই বন্দনাই ক'লে, "আপুনি কিন্তু ইমান স্বাৰ্থপৰ হ'ব নেলাগিছিল। এই শুভ বাতৰিটো আনক নজনালেও অন্ততঃ আলোক মামাক জনাব লাগিছিল।"

জজ চৌধুৰীয়ে ভাস্কৰৰ পৰা আলোক সম্পৰ্কে আৱশ্যকীয় খবৰ বাতৰি ললে। আলোকক তেওঁৰ ভালেই লাগিল। বন্দনাৰ কাৰণে বেয়া প্ৰাৰ্থী নহ'ব! হয়তো এইকণ স্বাৰ্থপৰ চিন্তাই জজ চৌধুৰীৰ মনত আলোকৰ প্ৰতি অলপ দুৰ্বলতাও আনি দিছিল। এটা মোকৰ্দ্দমাত আলোকৰ অভাৱনীয় ভাবে জয় হ'ল—শ্ৰমিক পক্ষ উল্লসিত হৈ উঠিল, সে'বাৰ কে'চত আলোক উকীল অপ্ৰতিদ্বন্দ্বী এনে এটা কথা মুহূৰ্ততে প্ৰচাৰ হৈ গ'ল, আলোক নিজেও গৰ্ব্ব অনুভৱ কৰিলে। অৱশ্যে নিজৰ শক্তি সামৰ্থ্যৰ বিষয়ে আলোকৰ সন্দেহ নাছিল। তথাপি এটা টান কে'চত জিকাটো ব্যৱসায়ী কোনৰ পৰা আলোকৰ কাৰণে অৰ্থপূৰ্ণ আছিল। আনকি ভাস্কৰেও আলোকক সবল অভিনন্দন জনালে।

কিন্তু বন্দনাহঁত গুৱাহাটীলৈ ঘূৰি যোৱাৰ পিছত যেতিয়া ভাস্কৰে লগ ধৰি আলোকক জনালে যে জজ চৌধুৰীয়ে বন্দনাক আলোকৰ হাতত সমৰ্পন কৰাৰ ইচ্ছা জনাই গৈছে, আলোক দুখ নহলেও, আতঙ্কিত হৈ উঠিল।

হয়তো চিৰদিনৰ কাৰণে নিশা মোৰ জীৱনৰ মাজৰ পৰা গুচি গৈছে। কিন্তু

সেইবাবেই জানো মই অন্য এজনী ছোৱালীক জীৱনৰ মাজত ঠাই দিব পাৰিম ? নাই, নাই, আজি আৰু মোৰ জীৱনত নিশাৰ বাহিৰে অন্যৰ ঠাই নাই। মোৰ সকলো চিন্তা, সকলো কল্পনা, সকলো স্মৃতিক পূৰ্ণ কৰি ৰাখিছে নিশাই। য'তেই নেথাকক নিশা, যিয়েই নকৰক।

করুণ ভাবে হাঁহি আলোকে ভাস্কৰক ক'লে, "আপোনালোকৰ বিয়াখন হৈ যাওকচোন বাৰু। আৰু দেখিছেই মই অকলশৰীয়া। নিশাইতো নাই, মোৰ বিয়াত নো কোনে আগপিছ কৰিব ? মায়াও আহক আপোনাৰ ঘৰলৈ, নিশাও আহক। তেতিয়া বাৰু কৰিম কিবা এটা।"

"বন্দনা কিন্তু ভাল ছোৱালী—" ভাস্কৰে ক'লে।

আলোকে একো নেমাতিলে। ভাল ছোৱালী হলেই বিয়া কৰাব লাগে নেকি ? ভাল ছোৱালী নহয়। ভাল পোৱা ছোৱালীৰ হে কাৰোবাৰ জীৱনৰ লগত মিলি পৰাৰ অধিকাৰ আছে।

বন্দনাক মই মাত্ৰ চিনি পাওঁ, এদিনৰ কাৰণেও মই বন্দনাৰ কথা ভবা নাই। সেই বন্দনাক—

আৰু বিয়া !

মোৰ লাজ লগা উচিত !

মোৰ সকলো হৃদয় মন দি মই এজনী ছোৱালীকেই ভাল পাই আহিছো— নিশাক। নিশাৰ বিয়া হৈ গৈছে অন্যৰ লগত, ডাক্তৰ শ্ৰীকণ্ঠৰ লগত।

আজি মোৰ বিয়াৰ কথা চিন্তা কৰা মানে আমাৰ ভালপোৱাক অপমান কৰা, মোৰ নিজক অপমান কৰা।

কিন্তু এই কথা আজি পৃথিৱীৰ কাকো বুজাই কৰব উপায় নাই। নিশাৰ বাহিৰে পৃথিৱীৰ কোনোৱে এই কথা বুজিব নোৱাৰে, কোনোদিন বুজিব নোৱাৰিব।

নহয়, নহয়, বন্দনা, তুমি দূৰতে থাকা। মোৰ নিশা এদিন ঘূৰি আহিব— আৰু যদি নাহেও—মই অভিযোগ নেৰাখো। মোৰ সমগ্ৰ জগত জুৰি, সমগ্ৰ হৃদয় জুৰি আছে মোৰ নিশা। নিশাৰ স্মৃতি মিলি আছে বুকুৰ নিশ্বাসৰ লগত। আমাৰ মৰম অফুৰন্ত—তাৰ সীমা নাই—শেষ নাই।

নিশাই মোলৈ কোনো চিঠি নিলিখে। নিশাই মোৰ কথা জানিবলৈ নিবিচাৰে। হয়তো এই কেইবছৰৰ ভিতৰতে নিশাই মোক সম্পূৰ্ণ পাহৰি গৈছে। কিন্তু মই নীচ হ'ম কিয় ? স্বাৰ্থপৰ হ'ম কিয় ? নিশাৰ সমগ্ৰ দানৰ সন্মান অকৃতজ্ঞ ভাবে অস্বীকাৰ কৰিম কিয় ?

বন্দনা, তোমাৰ ৰূপ আঁক ঐশ্বৰ্য্যৰে মোৰ দুৰ্বলতাক বিচাৰি উলিয়াবৰ চেষ্টা নকৰিবা। মানুহৰ সৰু হৃদয়খনত নিমূত কথাৰ অস্তিত্ব থাকে। থাকক। তাত বিস্ফোৰণৰ চেষ্টা নকৰিবা।

আলোকে নিজকে ক'লে: মই মোৰ ব্যক্তিত্বৰ সন্মান ৰক্ষা কৰিব লাগিব। যি পুৰুষৰ প্ৰেমৰ ক্ষেত্ৰত চিত্তৰ স্থিৰতা ৰক্ষা নপৰে তাত ব্যক্তিত্ব ক'ত? আমাৰ ভাল পোৱাই যদি আমাক সকলো দুৰ্বলতাৰ পৰা ৰক্ষা কৰিব নোৱাৰে, তেন্তে এই ভাল পোৱাৰ মৰ্যাদা ক'ত?

আৰু নিশাৰ বাহিৰে অন্য কথা জানো চিন্তা কৰিব নগীয়া নাই? এদিন মোৰ কাৰণে নিশাৰ চিন্তাতকৈ দেশৰ চিন্তা ডাঙৰ আছিল, সেইদিনা নিশাকো এৰি মই দেশৰ স্বাৰ্থত আত্মগোপন কৰিছিলো। দেশৰ কামত একো ৰৰঙণি মই দিব নোৱাৰিলো। তথাপি মোৰ কবিতাত দেশবাসীৰ বিপ্লৱী মুক্তিৰ জয়গান গাইছিলো। আলোকে নিজকে ক'লে, আজি মই বৰ সঙ্কীৰ্ণ হৈ পৰিছো। এই সমস্যা-বহুল জগৎখনত বৰ স্বাৰ্থপৰ ভাৱে মই কেৱল অন্তৰৰ এটা কোমল অনুভূতিৰ ওচৰত আত্ম-সমৰ্পণ কৰি স্বাৰ্থপৰ তৃপ্তিৰ সন্ধান কৰিছো! আৰু আজি নিশাৰ নিৰৱতাই মোৰ চকু মুকলি কৰি দিছে। মোৰ অন্তৰ ভৰি নিশা থাকক। কিন্তু বাহিৰৰ জগৎখন হেজাৰ কৰ্ত্তব্যৰ আহ্বানক মই স্বীকাৰ কৰি লম, আজি শোষিত শ্ৰেণীৰ অৰ্থ নৈতিক সংগ্ৰামৰ সহযোগীৰূপে নিজৰ চিন্তা আৰু কৰ্ম-শক্তিৰ সুপ্ৰয়োগ মই কৰিম, মোৰ জীৱনটো মূল্যহীন নহয়।

আলোকে ব্যস্ততা বিচাৰিলে।

অৱসৰতহে আলোকৰ ভয় লাগে। আজৰি অহাৰ লগে লগে আলোকৰ মনলৈ আহে নিশাৰ চিন্তা,—নিশাৰ নিষ্ঠুৰ নিৰৱতাৰ কাৰণ বিচাৰি আলোক চঞ্চল হৈ উঠে।

এদিন দুদিন নহয়।

এমাহ দুমাহ নহয়।

প্ৰায় চাৰি বছৰ। নিশাই যেন জীৱনৰ মাজৰ পৰা আলোকৰ সকলো স্মৃতি একেবাৰে ধুই মচি পেলাইছে। এটা পৰম ভাষাহীন অভিযোগেৰে আলোকে নিজৰ ভাল পোৱাক দুৰ্বলতা বুলি ভাবিবলৈ চেষ্টা কৰিলে।

নিশাৰ জীৱনৰ পৰা সাময়িক ভাৱে ডাঙৰ শ্ৰীকণ্ঠ আঁতৰি গৈছিল, নিশা সঙ্গীহীনা হৈ পৰিছিল। আৰু সেই সাময়িক শূন্যতা পূৰাবৰ কাৰণে নিশাই আলোকক ভাল পোৱাৰ অভিনয়েৰে ওচৰ চপাই লৈছিল। আজি নিশাৰ সকলো অভাৱ পূৰণ কৰিবৰ কাৰণে আছে ডাঙৰ শ্ৰীকণ্ঠ। আলোকৰ প্ৰয়োজন

একেবাৰে নোহোৱা হৈ গৈছে। আলোকৰ নিজৰ ওপৰতে খং উঠিল। নিশাই মোক লৈ খেলা খেলিছে?

কথাবোৰ চিন্তা কৰি আলোক শিঁয়ৰি উঠিল। ছিঃ কি ভাবিছো? যি নিশাই মোক জীৱনৰ সৰ্ব্বস্ব হাঁহি হাঁহি দান কৰিলে অকুণ্ঠ চিত্তে, সেই নিশাক অবিশ্বাস কৰা—তাতকৈ ডাঙৰ কৃতঘ্নতা হ'ব পাৰেনে? মই নীচ হৈ গৈছো। কেৱল পোৱাৰ আনন্দৰ কথাকেই চিন্তা কৰিছো—হেৰুৱাৰ তৃপ্তিৰ কথা ভবাই নাই। নিশাৰ নিৰৱতাই মোক চিনাই দিছে, ভাল পোৱাৰ অন্তঃসলীলা গভীৰতাৰ মৃত্যুগভীৰ বেদনাক। এই ব্যৱধানেই আমাৰ নিজক চিনাৰ পথ দেখুৱাই দিব।

চিন্তাৰ নানা বেমেজালিৰ মাজেদি আলোকৰ অস্বস্তিকৰ, নিৰস দিনবোৰ কাটিব ধৰিলে। দিনে দিনে আলোকে অনুভৱ কৰিব ধৰিলে—যে অনুভূতিৰ জগতখনেই আলোকৰ কাৰণে আচল জগত। সেইখন জগততে আছে জীৱনৰ উপলব্ধিৰ চেতনা, নিজক বুজি পোৱাৰ অমৃত, অনুভূতিৰ প্ৰেৰণা নহলেও কাম কৰি যাব পাৰি। মই যি কাম কৰো তাত সৃষ্টিৰ কোনো আনন্দ নাই। ওকালতিতকৈ মোৰ কবিতা বেছি সত্য। সেয়ে যদি সঁচা, কবিতাৰ মূলত যি জীৱন্ত প্ৰেৰণা আছে, সি অসত্য হ'ব পাৰে কেনেকৈ?

নিশাৰ ওপৰত অকাৰণতে অনা সকলো অভিযোগৰ কাৰণে আলোকৰ নিজৰ লাজ লাগে। নিশা আজি মোৰ জীৱনত নাই, আছে মানসত, আছে সকলো সৃষ্টিৰ প্ৰেৰণা হৈ। তথাপি আলোকে নিশাৰ দীঘলীয়া নীৰৱতাৰ কাৰণে নিশাক সহজে ক্ষমা কৰিবৰ কাৰণে মনৰ মাজত শক্তি বিচাৰি নেপালে, মোক ইমান অসহ্য কষ্ট দি, বেদনা দি নিশাই কি আনন্দ পাইছে? নিশাইতো বুজিব পাৰে মোৰ আজি কেনে অৱস্থা হৈছে।

আলোক অধৈৰ্য্য হৈ পৰে। সি বিশেষ আয়োজন নকৰাকৈ ওলাই গ'ল অলপ ঘূৰি আহিবৰ কাৰণে।

কলিকতাত সি নোসোমাল, বেনাৰছ, এলাহাবাদ, দিল্লী, জয়পুৰ হৈ বোম্বাই, মাদ্ৰাজ, উৰিষ্যাৰ নগৰে-চহৰে ভালেমান দিন উদ্দেশ্যহীন ভাবে ঘূৰি ফুৰিলে। অশান্ত মন, অস্থিৰ চিন্তা, যাযাবৰী জীৱনৰ গতি। যিটো মনে নিশাৰ কাষত সৰু এটা কোঠাতে আজীৱন শান্তিৰে কটাই দিব পাৰে, সেইটো মনক হেজাৰ মাইল জোৰা দেশ এখনেও পাঁচ মিনিটৰ শান্তি দিব নোৱাৰে।

আলোকৰ ক্লান্ত হৈ পৰা যেন লাগিল। আলোক আকৌ ঘূৰি আহিল।

অপেক্ষা কৰিম—বাট চাম—প্ৰয়োজন হ'লে আজীৱন বাট চাম। এদিন নিশা ঘূৰি আহিবই, নাহি নোৱাৰে।

* * *

ডিব্ৰুগড়ৰ ঘৰটো আলোকে এৰি নিদিলে। মনে মনে ঠিক কৰিলে যে ঘৰৰ ভাড়াৰ পইচা ডাক্তৰ শ্ৰীকণ্ঠৰ নামত প্ৰতি মাহে বেংকত নিয়মিত ভাবে জমা দি থাকিব। আৰু ৰক্ষণা বেক্ষণৰ কাৰণে এটা চকিদাৰ নিয়োগ কৰিলে।

হাইক'ৰ্টত প্ৰেক্‌টিছ কৰিবৰ কাৰণে আলোক ডিব্ৰুগড় এৰি গুৱাহাটীলৈ গুছি আহিল। এই কাম কিমান দূৰ সমীচিন হ'ল আলোকে বৰ ভাবি চোৱাৰ দৰকাৰ বোধ নকৰিলে। নিশাইতৰ ঘৰত থকাটো দিনে দিনে আলোকৰ কাৰণে অসহ্য হৈ আহিছিল। বাহিৰ জগতে একো নেজানিলেও, আলোকে উপলব্ধি কৰিছিল যেন ঘৰটোৱেও আজি আলোকক গোপনে উপহাস কৰিছে।

হাইক'ৰ্টত আলোকৰ বেয়া নেলাগিল। বহুত চিনাকী উকিল বেৰিষ্টাৰ লগ পালে। আৰু নতুন উদ্যমেৰে নিজক প্ৰতিষ্ঠা কৰাৰ সাধনাত লাগিল।

চেনিকুঠিত ঘৰ এটা ভাৰা লৈ আলোকে যেন একেবাৰে এটা নতুন আৰু বেলেগ জীৱন আৰম্ভ কৰিবৰ চেষ্টা কৰিলে।

পুৱা সোনকালে উঠাৰ দৰকাৰ নাই। দিনটো ক'ৰ্টত কাটি যায়। আবেলি অলপ ফুৰা আৰু ৰাতি বাৰ-এক বজালৈ আইনৰ কিতাপ পঢ়া, কে'চৰ ফাইলৰ ওপৰত চকু ফুৰোৱা, আৰু তাৰ মাজতে কেতিয়াবা কবিতা নাইবা অন্য কিবা-কিবি লিখা। সাহিত্য সৃষ্টিৰ উদ্দেশ্যে নহয়,—এনেয়ে। মনৰ বুজিব নোৱাৰা ভাৱবোৰ লিখি ৰাখিবৰ কাৰণে।

সংযমৰ মাজত, কঠিনৰ মাজত কষ্টখাস ব্যস্ততাৰে আলোকে দিনবোৰ কটাই দিয়াৰ ব্যৱস্থা কৰিলে। নিজৰ ভিতৰত আলোকে এটা শক্তিশালী বেলেগ মানুহৰ সন্ধান কৰিলে। কিন্তু সক্ৰিয় ৰাজনীতি কৰি নাইবা সাহিত্য আৰ্টৰ সভা-সমিতি কৰি আলোকে নিজৰ অস্তিত্ব আৰু পৰিচয় দাবি কৰাৰ পৰা নিজক আঁতৰাই ৰাখিলে। সক্ৰিয় ৰাজনীতি নকৰিলেও, দেশক ভাল পাই থাকিব পাৰি, দেশৰ কাম কৰিব পাৰি। ন্যায়ৰ লগত থিয় দি যই যদি এজন মানুহৰো মানৱীয় মৰ্য্যাদা ৰক্ষা কৰিব পাৰো। তাৰ দ্বাৰাও দেশৰ কামেই কৰা হয়। এজন ভাল উকিল কেৱল টকা ঘটিবৰ কাৰণেই ওকালতি কৰাত নেলাগে। তেওঁ ন্যায় ধৰ্মৰ ৰক্ষক—a custodian of justice. হাইক'ৰ্টলৈ আহি এই কথাবাৰ আলোকে বেছিকৈ উপলব্ধি কৰিবৰ চেষ্টা

কৰিলে। আবেগ অনুভূতিৰ জগতখনৰ পৰা নিজক আঁতৰাই আনি আলোকে জ্ঞান বুদ্ধি আৰু যুক্তি তৰ্কৰ জগতখনত সোমাই পৰি জীৱনক অন্যভাবে গোৱাৰ চেষ্টা কৰিলে।

নিৰ্জনতা, নিঃসঙ্গতাই আলোকৰ ভয় লাগে। অকলশৰীয়া হলেই বহুত স্মৃতিয়ে, বহুত দুৰ্ভাবনাই আলোকক বিব্ৰত কৰি তোলে। নিশাৰ নিষ্ঠুৰতাৰ কাৰণে, এটা বোবা অভিমানে আলোকক অতীষ্ঠ কৰি তোলে। ইমান সহজে নিশাই মোক কিয় পাহৰি গ'ল, কেনেকৈ পাহৰি গ'ল?

আত্ম-প্ৰত্যয়ৰ কাৰণে আলোকে নিজক দিনে ৰাতিয়ে নানা কামত ব্যস্ত ৰাখিবৰ চেষ্টা কৰিলে।

ইতিমধ্যে হোৱা দুটা ঘটনাই আলোকক কিছু সান্ত্বনা দিলে। ভাস্কৰৰ লগত আলোকৰ বন্ধুত্ব অটুত থকা সত্বেও মায়াৰ লগত হোৱা ভাস্কৰৰ বিয়াত আলোক নোযোৱাকৈ থাকিল। দুয়ো ঘৰৰ নিমন্ত্ৰণ পাইছিল, কিন্তু আলোকে দৃঢ়ভাবে নিজক ক'লে, মায়াই ভুল বুজিলেও দুখ নাই, মায়াৰ বিয়ালৈ মই নেযাও; অৱশ্যে নোযোৱাৰ কোনো কাৰণ আলোকে নিজেই বিচাৰি নেপালে। তথাপি মায়াৰ বিয়ালৈ নোযোৱাকৈ থাকি আলোকে নিজকে এজন বৰ শক্তিশালী বেলেগ মানুহ যেন অনুভব কৰিলে। নিজৰ লগত নিজে যুঁজি জয়ী হ'ব পৰাত আত্ম-প্ৰসাদ আছে।

মোৰ কোনো দুৰ্বলতা নাই মায়া। ভাস্কৰৰ লগত তোমাৰ বিয়া হোৱাত মই আনন্দহে পাইছো, তথাপি মই নেযাও। এনেয়ে নেযাও। টেলিগ্ৰাফেৰে শুভ ইচ্ছা জনাইছো—এই শুভ ইচ্ছা সঁচাই আন্তৰিক, বিশ্বাস কৰা।

দ্বিতীয়তে—

জজৰ জীয়েক বন্দনাৰ কাৰণে অহা প্ৰস্তাৱ আলোকে প্ৰত্যাখ্যান কৰিলে। বন্দনাক মই নিবিচাৰো। মনে নিবিচৰা ছোৱালী এজনী আজীৱনৰ নগৰী কৰি লোৱাৰ সমান নীচতা মোৰ নাই। বাপেক জজে নুবুজিলেও, বন্দনাই নিশ্চয় বুজি পাব মোৰ বন্দনাৰ ওপৰত কোনো অসন্তুষ্টি নাই। কাৰোবাৰ, অন্য কোনোবাৰ লগত বিয়া হৈ বন্দনা সুখী হওক। বন্দনাৰ বিয়াতো মই টেলিগ্ৰাম কৰি আন্তৰিক শুভ ইচ্ছা জনাম।

আলোকে নিজ ব্যক্তিত্বৰ এটা বিশেষত্ব অনুভব কৰিলে। পৃথিৱীৰ কাৰো ওচৰত মই দুৰ্বল নহও, দুৰ্বল হবলৈ মাস্তি নহও। মই কেৱল নিশাৰ ওচৰত দুৰ্বল। কিন্তু সেই দুৰ্বলতাৰ বাবে মই অনুশোচনা নকৰো। পৃথিৱীৰ কোনোৱে মোৰ সেই দুৰ্বলতাৰ কথা নেজানে।

মায়াই বুজিব, বন্দনাই বুজিব, ভাস্কৰে বুজিব—আলোকৰো এটা ব্যক্তিগত মত-অভিমত আছে—নিজৰ বিষয়ে সিদ্ধান্ত লোৱাৰ অধিকাৰ আছে।

আৰু নিশা—নিশা যদি কেতিয়াবা ঘূৰি আহে—নিশায়ো বুজি পাব, যে নিশাৰ নিষ্ঠুৰতাই মোকো কঠিন হবলৈ শিকাইছে। শেহবাৰৰ কাৰণে নিশাক লগ ধৰি স্পষ্টকৈ বুজাই দিম যে; যি মোৰ ভালপোৱাক এনেদৰে অবহেলা কৰিব পাৰে তাৰ প্ৰতিকাৰ আলোকেও একেই নিষ্ঠুৰতাৰে কৰিব জানিব। নিশাক শ্ৰীকণ্ঠৰ বুকুতেই চিৰদিনৰ কাৰণে এৰি মই আঁতৰি পৰিম।

কিন্তু তাকো যদি নিশাই দুৰ্বলতা বুলি ভাবে। যদি নিশাই তাতকৈ ডাঙৰ দৃঢ়তাৰে মোক নিজেই আঁতৰাই পঠায়?

ভাবিবলৈ আলোকৰ ভয় লাগে। নিশাৰ পৰা আঁতৰি গৈ মই ক'ত সান্ত্বনা পাম? শান্তি পাম?

সন্ধিয়া লাগি আহিছিল। বাহিৰত পাতল আন্ধাৰ, বাৰান্দাতে বহি আলোকে অলপ জিৰাবৰ চেষ্টা কৰিছিল, হয়তো নিজৰ ভাগ্যৰ চিন্তা কৰি আত্মসমালোচনা কৰিছিল।

মানুহ এজন জপনা মেলি সোমাই আহিল।

আলোক বিশেষ আচৰিত নহ'ল। কোনোবা মক্কেল হয়তো।

মানুহজনে হয়তো আন্ধাৰত বহি থকা আলোকক দেখা নাছিল, গলা খেকাৰি তেওঁ মাতিলে—"ঘৰত কোন আছে?"

আলোকে সৰুকৈ ক'লে, "আহক কাক বিচাৰিছে?"

মানুহজন ভিতৰ সোমাই আহিল।

হাতখন মেলি আলোকে লাইটটো জ্বলালে আৰু মানুহজনৰ মুখলৈ চালে।

"মইহে, জাহিদ—চিনিব পৰা নাই কিজানি চাৰ?"

আলোক বহাৰ পৰা উঠিল।

"জাহিদ, তুমি! নিচিনিম কিয়? বহা, বহা, তুমি ক'ৰ পৰা ওলালাহি? ভাল নহয়?

জাহিদ বহিল।

"আপুনি ভালে আছে?"

"আছো এক প্ৰকাৰ। তুমি ক'ৰ পৰা ওলালাহি?"

"মই আজি কালি গুৱাহাটীত আছো। দুবছৰ মানেই হ'ল।"

"অ' ক'ত আছা ? মইতো ক'বই নোৱাৰো।"

শান্তভাৱে জাহিদে নিজৰ কথা ক'লে। যুদ্ধ ভগাৰ পিছত আকৌ ছুবছৰ পঢ়ি জাহিদে বি. এ. পাছ কৰিলে। ইতিমধ্যে মাক মৰিল, ককায়েক যুদ্ধৰ পৰা ঘূৰি আহিল। আৰু ভাওৰ চাকৰি লৈ শিলঙত আছে।

"জোহৰা ক'ত আছে ? জোহ্ৰা নহয়নে জনীয়েৰাৰ নাম ?"

জাহিদ যেন অলপ অপ্ৰস্তুত হ'ল। অলপ বিষণ্ণ মাতেৰে জাহিদে ক'লে, "জোহ্ৰা এতিয়া মোৰ লগতে আছে।"

"সঁচা, মইহে খবৰেই নেপাওঁ। ভালে আছে নহয় ? ক'ত থাকিবলৈ লৈছা তোমালোক ?"

"শান্তিপুৰত ঘৰ এটা লৈ আছো।"

আলোক বহাৰ পৰা উঠিল।

"ভিতৰলৈকে আহা। তোমালোক ইয়াতে আছা, তেওঁ মই ক'ব নোৱাৰো। জোহ্ৰাজনী কিজানি বৰ এজনী হ'ব পায়—?"

একো নামাতি জাহিদ আলোকৰ পিছে পিছে ভিতৰৰ আন এটা কোঠালৈ আহিল। আলোকে বান্ধনিটোক মাতি ছুয়োকে চাহ দিবলৈ ক'লে।

আলোকৰ নিৰ্জন বিষণ্ণ সন্ধিয়াটো হঠাৎ উজ্জ্বল হৈ উঠিল। জাহিদক লগ পাই কিয় আলোকৰ ইমান আনন্দ লাগিল। আলোকে নিজেই বুজিব নোৱাৰিলে।

জাহিদ কিন্তু আগৰ নিচিনাই শান্ত, নিজে উপযাচি কথা কোৱা অভ্যাস এতিয়াও হোৱা নাই। আলোকে মুখলৈ চাই দেখিলে যে কিবা এটা কাৰণত জাহিদৰ মুখখন অপ্ৰসন্ন হৈ আছে।

চাহৰ পিয়লা আগবঢ়াই দি আলোকে ক'লে, "কোৱাচোন তোমালোকৰ অন্যান্য খবৰ-বাতৰি। ক'ত দিনৰ মূৰত তোমাক দেখা পালো। ইয়াত কি কৰিছা ?"

নিৰুদ্বেগ ভাবে জাহিদে ক'লে, "ৰিফিউজী ৰিহেবিলিটেচন অফিচত কাম কৰিছো।"

"জোহ্ৰা তোমাৰ লগতে আছে ?"

অন্যমনস্কভাৱে জাহিদে সৰুকৈ ক'লে। "হয়—"।

"লৈ নাহিলা কিয় ? জোহৰাজনী কেনেকুৱাজনী হ'ব পায় চাওঁ ? মই নিজেই যাম—শান্তিপুৰত আছা, নহয় ?"

জাহিদে মূৰ ছুপিয়ালে।

জাহিদে আগেও কম কথা কয়। নিৰৱে থকাত আলোকে কিৰূপ নেদেখিলে। সেইটো তাৰ স্বভাৱেই।

অলপ পৰ আলোকো মনে মনে থাকিল। তাৰ পিছত অকাৰণ নিৰৱতাখিনি ভাঙিবৰ কাৰণেই ক'লে, "বিকিউজী বিহেবিলিটেচন অক্ষিচত কাম কৰিছা নহয়? ভালকৈয়ে চলিছা জেনেহলে?"

কিন্তু আলোকৰ প্ৰশ্নৰ উত্তৰ নিদি জাহিদে ক'লে, "আপুনি ইয়াত আছে বুলি জোহৰাই ক'ব নোৱাৰে। আৰু ক'ব পাৰিলেও—"

জাহিদ বৈ গ'ল। আলোকে জাহিদৰ মুখলৈ চালে। জাহিদৰ হঠাৎ বৈ যোৱাৰ যেন কিবা কাৰণ আছিল।

মুখেৰে একো নকলেও আলোকৰ চকুত কৌতূহল প্ৰকাশ পালে।

আলোকৰ মুখলৈ চাই জাহিদে ক'লে, "আপুনি আমাৰ ঘৰলৈ এবাৰ যাব পাৰিব জানো? মই আহিম, আপোনাক লৈ যাম?"

"নিশ্চয়, নিশ্চয় যাম, তুমি নাহিলেও মই নিজেই এদিন যাম। শান্তিপুৰত তোমালোকৰ ঘৰটো বিচাৰি উলিয়াব নোৱাৰিম নে?"

জাহিদে একো নকৈ শান্তভাৱে বহি থাকিল।

জাহিদহঁতৰ ঘৰলৈ যোৱাৰ কথা চিন্তা কৰিয়ে যেন আলোকৰ আনন্দ লাগিছিল। চিগাৰেট এটা জলাই নিজকে কোৱাৰ দৰে আলোকে ক'লে, "সেই সিদিনাৰ কথা। পিছে কত দিন হৈ গ'ল যেন লাগিছে। জোহৰাক কিজানি মই চিনিকে নেপাম।"

সৰুকৈ জাহিদে ক'লে, "হয়।"

"বেচ ফুৰ্তিৰে আলোকে সুধিলে, মোক বাৰু জোহ্ৰাই চিনি পাবনে?"

"আপোনাক? কিয় নেপাব?"

জাহিদ বহাৰ পৰা উঠিল।

"মই এতিয়া আহো, বেছিয়াই পাবে আপুনি যাব কিন্তু। মই জোহ্ৰাক কমপৈ আপুনি যাব বুলি।"

জাহিদ ওলাই গ'ল।

মাটি-সম্পত্তি সম্পৰ্কীয় জটিল মোকৰ্দমা এটাৰ কাগজ পত্ৰবোৰ মনোযোগেৰে চাই আছিল আলোকে। পিয়নটোৱে আলোকৰ ডাকখিনি দি গ'ল। অন্যান্য চিঠিৰ মাজতে আলোকে পালে নীৰাৰ এখন চিঠি।

এনভেলপটো ফালি আলোকে চিঠিখন পঢ়িলে—চমু চিঠি। সাধাৰণ অভিযোগ আছে, *কিয় আলোকে এখনো চিঠি দিয়া নাই, নিজৰ সম্পৰ্কে দুই*

চাৰিটা সাধাৰণ বাতৰি আছে। কিন্তু তাৰ পিছত—আলোকৰ বুকুখন মৃদু ভাবে কঁপি উঠিল।

নীৰাই লিখিছে—আপুনিও নিশ্চয় নিশা বাইদেউৰ চিঠি পাইছে। আৰু দুমাহৰ মূৰত তেখেত সকল আহি ঘৰ পাবহি। অহা মাহৰ সাত তাৰিখে তাৰ পৰা আহিবই। অলপ ঘূৰি পকি ফুৰি আহিব বোলে।

নিশা বাইদেউ আহিব বুলি জানি মোৰ কিন্তু সঁচাই আনন্দ লাগিছে। মোক বৰ মৰম কৰে। আপোনাৰো নিশ্চয় এই খবৰ পাই আনন্দ লাগিব। অৱশ্যে বাইদেউৰ চিঠিৰ পৰা এই বাতৰি আপুনি আগতেই পাব পায়।"

তাৰ পিছত নীৰাই অন্যান্য দুই চাৰি কথা লিখিছে। শেষৰ ফালে লিখিছে —"কেইদিন মানৰ ছুটি লৈ মই অলপতে গুৱাহাটী হৈ কলিকতালৈ যাবৰ বাবে ওলাইছো। আপুনি জানো মোৰ লগতে দুদিন মানৰ কাৰণে কলিকতালৈ যাব? আপুনি মোক লগত লৈ গ'লে মই বৰ সুখী হ'ম। মই অহা মাহৰ চাৰি তাৰিখে গুৱাহাটী পামগৈ।"

নীৰাৰ চিঠিৰ মাজৰ এটা অংশ আলোকে ঘূৰাই ঘূৰাই পঢ়িলে। আৰু দুমাহৰ মূৰত নিশা আহি ঘৰ পাবহি। নিশা আহি ঘৰ পাবহি আৰু দুমাহৰ মূৰত, নিশা আহি ঘৰ পাবহি আৰু দুমাহৰ মূৰত। নিশা আহি—পাবহি—নিশা—

আলোক বহাৰ পৰা উঠিল।

নিশাই নীৰালৈ চিঠি দিছে, মোলৈ দিয়াৰ কোনো প্ৰয়োজন নিশাৰ নাই। নিশাৰ স্মৃতিৰ পৰাও মই নোহোৱা হৈ গৈছো। তথাপি কিছুমান উচ্ছল আনন্দেৰে আলোকৰ মনটো ভৰি উঠিল। নিশা ঘূৰি আহিব। সাগৰ পাৰৰ নিশা মোৰ মৰমৰ উপকূললৈ আকৌ ঘূৰি আহিব। হয়তো নিশা হৈ আহিব সম্পূৰ্ণ বেলেগ মানুহ। হয়তো নিশাই মোক চিনিকে নেপাব। তথাপি নিশা আহিব—নিশা আহক। মোৰ প্ৰতীক্ষাৰ সাৰ্থকতাৰ পৰম ক্ষণত যদি নিশাই মোক চিনিব নোৱাৰে, মই দুখ নকৰো।

খবৰটো দিয়াৰ কাৰণে নীৰাৰ প্ৰতি আলোকে কৃতজ্ঞতা অনুভৱ কৰিলে। কিন্তু নীৰা, তুমি ভুল নুবুজিবা, আলোকে তোমাক আগৰ দৰেই মৰম কৰি থাকিলেও তোমাৰ কামনাৰ কাষত ধৰা দিয়াৰ দুৰ্বলতা আলোকৰ নাই। নিশাই মোৰ মৰমক পাহৰি গলেও, মই আৰু এই জীৱনত নিশাৰ বাহিৰে আনক ঠাই দিব নোৱাৰো। হয়তো কলিকতাৰ কোনোবা এটা হোটেলৰ অকলশৰীয়া জনহীন এটা কোঠাত মই তোমাক লগ পালে দুৰ্বলতাক প্ৰশ্ৰয় দিয়াৰ হেপাহ

জাগিব। কিন্তু আজি মোক নিশাৰ ভাল পোৱাৰ জীৱন্ত স্মৃতিয়ে সেই দুৰ্বলতাৰ পৰা বহুত দূৰত নিলগাই ৰাখিব।

তুমি মোক ভুল নুবুজিবা নীৰা।

তেতিয়াই এটা অকাৰণ উচ্ছ্বাসত আলোকে নীৰালৈ এখন চমু চিঠি লিখিলে :—

"বৰ বেছি কাম পৰিছে। এই সময়ত কলিকতালৈ যোৱা মোৰ কাৰণে কোনো ৰকমেই সম্ভৱপৰ নহব। তুমি বেয়া নেপাবা। অন্য কিবা দৰকাৰ হ'লে জনাবা। যদি সুবিধা কৰিব পাৰা কলিকতালৈ যাওঁতে মোক লগ পাই যাবা।"

নিশাৰ কোনো কথা আলোকে চিঠিত উল্লেখ নকৰিলে। যেন নিশা ঘূৰি অহাৰ সংবাদটোত আলোকৰ কাৰণে কোনো বিশেষত্ব নাই।

চিঠিখন লেফাফাত বন্ধ কৰাৰ আগতে আলোকে অলপ কিবা ভাবিলে, তাৰ পিছত ড্ৰয়াৰৰ পৰা চেক বহিটো উলিয়াই নীৰাৰ নামত এশ টকাৰ এখন চেক লিখি, চিঠিখনৰ মাজত ভৰাই খামটো বন্ধ কৰিলে।

নীৰাৰ টকাৰ দৰকাৰ হ'ব পাৰে। কিন্তু চিঠিখন বন্ধ কৰাৰ পিছত বৰ আমোদেৰে আলোকে অনুভৱ কৰিলে যেন নিশা আহিব বুলি দিয়া সু-সংবাদটোৰ কাৰণেহে আলোকে নীৰালৈ চেকখন পঠিয়াইছে।

আলোকৰ মনটো বৰ পাতল লাগিল। হঠাৎ যেন চাৰিটা দীঘল, আমনি লগা বছৰৰ বিমৰ্ষতা কিবা এটা নতুন সম্ভাৱনাই মুহূৰ্ত্ততে নোহোৱা কৰি দিলে।

নিশা ঘূৰি আহিব—এই আনন্দৰ বাতৰিটো যেন আলোকে কাৰোবাৰ আগত চিঞৰি চিঞৰি ক'ব। আলোকৰ মনৰ মাজৰ বহুত হতাশা, বহুত অনুশোচনা কি এটা অদৃশ্য যাদুৰ পৰশত যেন চিৰদিনৰ কাৰণে শেষ হৈ গ'ল। নিশাৰ ওপৰত হোৱা সকলো অভিমান এক মুহূৰ্ত্ততে অন্তৰ্দ্ধান হৈ গ'ল। আলোকে যেন এক নতুন জন্মৰ শিহৰণ অনুভৱ কৰিলে, অন্তৰৰ বন্ধ্ৰে বন্ধ্ৰে। আলোকৰ প্ৰাণৰ চাৰিটা দীঘল বছৰৰ হেজাৰ অস্মৃতি স্বপ্ন যেন সাৰ্থকতাৰ সম্ভাৱনা লৈ জীৱন্ত ভাবে আলোকৰ জীৱনত ধৰা দিবৰ কাৰণে আগবাঢ়ি আহিল।

আশাবোৰক অভিনন্দন জনাবৰ মন গ'ল আলোকৰ। অকলশৰীয়া ঘৰটোৰ ভিতৰত আলোকৰ নিজকে অকলশৰীয়া যেন নেলাগিল। ঘৰৰ কাষতে যেন চিনাকি মানুহ এঘৰত কিবা এটা ডাঙৰ উৎসৱ হৈছে, আৰু সাজি কাচি আলোক তালৈ যাবলৈ ওলাইছে। আলোকৰ তেতিয়া গান গাবৰ মন গৈছিল।

॥ চল্লিশ ॥

ঘাই আলিৰ পৰা কাটি গৈ, লুংলুঙীয়া বাটটোৰেদি প্ৰায় পাঁচ ফার্লং যোৱাৰ পিছত আলোক গৈ জাহিদৰ পদূলি মুখত ৰ'লগৈ। ওচৰত এঘৰ মানুহ হে আছে, বাকী ঘৰবোৰ দূৰে দূৰে।

ঘৰটো সক—তিনি কুঠলীয়া। এটা কোঠালি পটিক আন দুটা শোৱা বহা কোঠা। ঘৰটোৰ প্ৰায় এশগজ দূৰতে দক্ষিণফালে পাহাৰটো। ঘৰটোৰ দক্ষিণ পশ্চিম চুকত এজোপা কিবা বুঢ়া ওখ গছ। আগফালৰ চোতালখন সৰু। কিন্তু সাৰি পুচি পৰিষ্কাৰ কৰি ৰাখিছে।

আবেলি চাৰে তিনি বাজিছিল।

দুৱাৰ মুখত ৰৈ আলোকে জাহিদক নাম ধৰি মাতিলে।

প্ৰথমতে কাৰো মাতবোল নাই, অলপ পৰ ৰৈ আলোকে আকৌ মাতিলে।

ভিতৰৰ পৰা কোনোবা ওলাই অহাৰ সহাৰি পোৱা গ'ল।

"জাহিদ আছানে ?" এনেয়ে আলোকে ক'লে।

এজনী শেঁতাপৰা মুখৰ খীণ ছোৱালী ভিতৰৰ পৰা ওলাই আহি দুৱাৰ মুখত ৰ'লহি। ছোৱালী জনীয়ে আলোকৰ মুখলৈ আৰু আলোকে ছোৱালীজনীৰ মুখলৈ অকণমান সময় চাই ৰ'ল।

হঠাৎ জোহ্‌ৰাই আলোকক চিনি পালে। তাইৰ চকু দুটা উজ্জ্বল হৈ উঠিল।

"আপুনি! ভিতৰলৈ আহক—" জোহৰা ব্যস্ত হৈ উঠিল।

ভিতৰলৈ সোমাই গৈ, চকীখনত লাহে লাহে বহি আলোকে অলপ আচহৰা ভাবেই সুধিলে—"তুমি, তুমি জোহ্‌ৰা ?"

কৰুণ চকুহাল তুলি জোহ্‌ৰাই তল মুৰ মাতেৰে ক'লে, "হয়। আপুনি চিনিব পাৰিছে, নহয় ?"

এই প্ৰশ্নটোৰ কোনো উত্তৰ আলোকে ভাবি নেপালে।

ইমান খীণাইছে জোহ্‌ৰাজনী। ইমান শেঁতা পৰিছে। হাত ভৰিবোৰ ইমান খীণ! কি হৈছিল জোহৰাৰ ? চিনি পাবৰে উপায় নাই। কেৱল তাইৰ

নাকটো আৰু চকু হাল আগৰ নিচিনা ধুনীয়া হৈয়ে আছে। জোহৰাক চিনি পাবলৈ সঁচাই আলোকৰ অলপ সময়েই লাগিছিল।

কিছুপৰ দুয়োৰো মুখত কথা নাছিল। দুয়ো যেন কথা বিচাৰি পোৱা নাছিল। তাৰ পিছত আলোকে ক'লে, "আহিদ ঘৰত নাই নেকি জোহ্‌ৰা ?"

"ককাইটি অফিচৰ পৰা এতিয়াও অহাই নাই। তেওঁ একেবাৰে বজাৰ-চজাৰ কৰি গধূলিহে ঘৰ ওলায়হি। আপুনি ভালে আছে নহয় ?'

"ও ভালেই আছো।" আলোকে পোনপটীয়া ভাবে জোহৰাৰ মুখলৈ চালে। কিবা এটা সংকোচত যেন জোহৰা কোচ-মোচ খাই গৈছে।

"তোমাৰ—তোমাৰ গা ভাল নহয় নেকি জোহ্‌ৰা ?"

"এতিয়া ভালেই আছো।"

"আগতে কিবা অসুখ হৈছিল নেকি ?"

আলোকৰ কথাৰ কোনো উত্তৰ নিদি জোহ্‌ৰাই ক'লে, "আপুনি আগতকৈ বে'চ শকত হ'ল। তাতে আপুনি চুট পিন্ধি আহিছে। প্ৰথমে মই আপোনাক চিনিবকে নোৱাৰিছিলো। ককাইটিয়ে কৈছিল যে, আপুনি আজিকালি ইয়াতে থাকে।"

ইমানখিনি কথা কবলৈ যেন জোহ্‌ৰাৰ যথেষ্ট কষ্ট হৈছিল। জোহ্‌ৰাৰ মাতটো দুৰ্বল। তাই হয়তো অলপ ফোপাইছিলো।

আলোকে কথাটো লক্ষ্য কৰিয়ে ক'লে, "বহাচোন জোহ্‌ৰা থিয় হৈ আছা কিয় ? তোমাক যে কিমান দিনৰ মুৰত দেখা পাইছো। জোহৰাই ক'লে, "অকণমান বহক দেই, এপিয়লা চাহ খাওক, আপুনি যে আহিল।"

আলোকৰ উত্তৰলৈ বাট নেচাই জোহ্‌ৰা ভিতৰলৈ সোমাই গ'ল। যাবৰ সময়ত নিজকে কোবাদি ক'লে—"আপুনি যে মোক পাহৰি যোৱা নাই।"

আলোক বহি থাকিল। ইমান দিনৰ মুৰত জোহ্‌ৰাক দেখি যি আনন্দ পাম বুলি আশা কৰিছিল, সি একেবাৰে ব্যৰ্থ হৈ গৈছে। সেই বাংচালি আজলী জোহৰাজনী এই কেই বছৰৰ ভিতৰতে খীণাই, শুকাই তেনেই অত এজনী ছোৱালীৰ নিচিনা হৈ পৰিছে। তাইৰ চকুত আগৰ উজ্জলতা নোহোৱা হৈছে, ওঠ কেইটা একেবাৰে শেঁতা বগা হৈ গৈছে। আৰু তাই ইমান নিশকতীয়া হৈ পৰিছে!

ওঠত হাহি নোহোৱা জোহ্‌ৰা এজনীক কল্পনা কৰিবলৈকো আলোকৰ টান লাগিল। আলোকে ভাবি নেপালে এনে পৰিবৰ্ত্তন জোহ্‌ৰাৰ কিয় হ'ল ? কি অঘটন ঘটিল জোহ্‌ৰাৰ জীৱনত।

চাহ লৈ জোহ্‌ৰা আকৌ কোঠালৈ আহিল আৰু সৰু টিপয়খনতে চাহ পিয়লা আৰু দুদোখৰ মাখন-সনা কটিৰে প্লেটখন থৈ ক'লে, "চা খাওক।"

আলোকে জোহ্‌ৰাৰ মুখলৈ চাই ৰ'ল।

"তোমাৰ কি অসুখ হৈছিল জোহ্‌ৰা? তুমি খুব খীণালা" চাহ এঢোক খাই আলোকে ক'লে!

"এনেয়ে খীণাইছো, চাহত মিঠা হৈছেনে!"

তাৰ পিছত যেন প্ৰফুল্ল হ'বৰ চেষ্টা কৰি জোহ্‌ৰাই ক'লে, "আপুনি এতিয়াও বিয়া কৰোৱাই নাই নেকি?"

কিন্তু জোহ্‌ৰাৰ শান্ত মাতটো বৰ কৰুণ শুনালে। ৰসিকতা অনুভৱ কৰাৰ পৰিবৰ্তে আলোকে এটা অকাৰণ বেদনা অনুভৱ কৰিলে।

"মাজে মাজে তোমালোকৰ কথা প্ৰায়েঅনত পৰে। চিঠি দিম বুলি ভাবো, পিছে দিয়া নহয়।"

"কবিতা লিখে নহয়, চিঠি লিখিবৰ নো ক'ত সময় পাব—" আলোকৰ কথাৰ মাজতে জোহ বাই ক'লে।

আলোকে জোহ্‌ৰাৰ মুখলৈ চালে। শেঁতা মুখখনত অকণমান তেজ যেন বিৰিঙি উঠিছে। চকু দুটা যেন অলপ উজ্জ্বল হৈছে।

জোহ্‌ৰাই ক'লে, "ককাইটিয়ে আলোচনী আনে, আপোনাৰ কবিতা মই পঢ়ো, খুব ভাল লাগে।"

এনেতে জাহিদ আহি ওলালহি। আলোকক দেখি সি আনন্দ পালে। হাতত অনা টোপোলাটো জোহ্‌ৰালৈ আগবঢ়াই দি জাহিদ বহিল। আৰু ক'লে, "আপুনি ঘৰ বিচাৰি পালে?" জোহ্‌ৰা মোকো চাহ দিবি। মই ভাবিছিলো আপুনি কিজানি আমাৰ ঘৰ বিচাৰি উলিয়াব নোৱাৰিব। মোৰ আকৌ অফিচৰ পৰা আহোতে সদায় পলম হয়।

জোহ্‌ৰাই চাহ আনি জাহিদৰ আগত থলে। তাৰ পিছত ক'লে, "চাবে আজি আমাৰ ঘৰত ভাত খাই যাব।

ককাইটিয়ে অলপ বজাৰ কৰি আনিব লাগিব।"

"আজি ভাত নেখাওঁ জোহৰা, অন্য এদিন খাম—।"

"তেন্তে আজিনো আহিল কিয়? অন্য এদিনো আহিব পাৰিলেহেতেন।" কৈ জোহ্‌ৰা ভিতৰ সোমাই গ'ল। আলোকে অনুভৱ কৰিলে এইজনী সেই অকাৰণ আব্দাৰ কৰা ওহানিৰ জোহ্‌ৰাজনী। তাইৰ কথা পেলাব নোৱাৰি।

আলোকে জাহিদৰ লগত অন্য কথা পতা আৰম্ভ কৰিলে। জোহৰা বাজনি

লালত ব্যস্ত হৈ পৰিল। জাহিদৰ পৰা জোহ্‌ৰা সম্পৰ্কে যি খবৰ আলোকে পালে, সি আলোকক মৰ্মাহত কৰিলে।

আজি দুবছৰৰ আগতে ক'ৰবাৰ পৰা এজন মুছলমান আহি জাহিদহঁতৰ ঘৰত আলহী হৈছিলহি। সি কৈছিল যে তাৰ কেও কিছু নাই, তাৰ ঘৰ উজনী অসমত আছিল। কিন্তু এতিয়া ঘৰবাৰীও একো নাই, সি হেনো উত্তৰ ভাৰতৰ বহুত ঠাইত নানা কিছু কৰি ক'তো থিতাপি হ'ব নোৱাৰি অসমলৈ ঘূৰি আহিছিল।

জাহিদহঁতে তাক মৰম কৰি আশ্ৰয় দিছিল। জোহ্‌ৰা তাৰ প্ৰতি আসক্ত হৈছিল। আজি ডেড় বছৰ আগতে।

তাৰ পিছত জোহ্‌ৰাৰ এটা কেচুৱাও হৈছিল। কিন্তু বিয়াৰ ছমাহ মানৰ পিছতে এবাৰ ঘৰৰ পৰা আহোঁগৈ বুলি গৈ সি নিৰুদ্দেশ। বহুত খবৰ বাতৰি কৰিও তাৰ কোনো সম্ভেদ বিচাৰি উলিয়াব পৰা নাই।

জোহ্‌ৰাৰ কেচুৱাটো ওপজাৰ পিছতে মৰিল। জোহ্‌ৰা বৰ কাতৰ হৈ পৰিছিল। স্বাস্থ্য ভাগি পৰিল। বহুত চিকিৎসাৰ ফলত এতিয়া গা টঙাইছে। তাইৰ কিন্তু দৃঢ় আশা যে ডেকাজন ঘূৰি আহিবই। যোৱাৰ পৰা আজিলৈকে সি চিঠি এখনো লিখা নাই। তাৰো বিশেষ ঠিকনা কোনোৱে নাজানে।

আলোকে সকলো কথা নিৰবে শুনি গ'ল। এটা অজ্ঞাত কুলশীল মানুহৰ ওচৰত জোহ্‌ৰাক এইদৰে সমৰ্পণ কৰি দি ইহঁতে ভুল কৰিলে। কিন্তু মানুহটো কোন? ক'ৰ পৰা আহি সি জোহ্‌ৰাৰ নিচিনা এজনী আজলী ছোৱালীক প্ৰবঞ্চনা কৰি গ'ল?

জাহিদলৈ মূৰ তুলি চাই আলোকে লাহে লাহে ক'লে, "তুমি কি ভাবিছা এতিয়া?"

"একো ঠিক কৰিব পৰা নাই। সি উলটি অহাৰ আশা নাই। জোহ্‌ৰাৰ অবস্থাৰ কথা সি জানে। ভাল মানুহ হোৱা হ'লে সি নাহি নেথাকে।"

হঠাৎ আলোকে সুধিলে, "তাৰ কোনো ফটো তোমালোকৰ হাতত নাইনে?"

"আছে! দুই তিনখন আছে। কিন্তু ফটোৱে কি হ'ব?"

আলোকে অলপ চিন্তিত ভাবে ক'লে, "তাৰ কেচটো পুলিচৰ হাতত দিয়াই ঠিক হ'ব! চি. আই. ডি. লাগিলে তাক বিচাৰি উলিয়াবলৈ বেছি দিন নেলাগিব—"

জোহ্‌ৰা ভিতৰৰ পৰা ওলাই আহিল। তাই হয়তো সকলো কথা শুনি আছিল।

আই তলমূৰ কৰি সক সকৈ ক'লে, "সেইবোৰ একো কৰিবৰ দৰকাৰ নাই। মোৰ মোৰ গাতহে, ক'ববাৰ কোনোবা আহি দুদিন থাকিলেই মৰম কৰিলে, এনেকুৱা হ'বই—"

তীব্ৰভাবে আলোকে জোহ্‌ৰাৰ মুখলৈ চালে।

জাহিদ উঠি গ'ল। আলোকে জোহ্‌ৰাৰ লগতে পৰামৰ্শ কৰক।

"ময়োতো এদিন তোমালোকৰ ঘৰত আছিলো, জোহ্‌ৰা?" আলোকে ক'লে।

লাহে লাহে জোহ্‌ৰাই ক'লে, "আপুনি আছিল, কিন্তু আপুনি মোক লৈতো কবিতা লিখা নাছিল। আপোনাৰ মনটো আছিল আন ক'ৰবাত। কিন্তু তেওঁ আহি দেহে মনে মোৰ কাষত আশ্ৰয় লৈছিল। ময়ো মৰম কৰিছিলো। তাৰ পিছত আপুনি এদিন মোৰ কাষৰপৰা গুচি যোৱাৰ দৰে তেওঁও গুচি গৈছে—"

ক্ষুণ্ণ মাতেৰে আলোকে ক'লে, "কিন্তু তোমাৰ মৰমৰ কথাতো মই কোনোদিন পাহৰি যোৱা নাই।"

"মনত ৰাখিয়েবা আপোনাৰ কি লাভ হৈছে, অ' ব'ব, মই ভাত চাই আহো—"

জোহ্‌ৰা বান্ধনি শাললৈ সোমাই গ'ল।

জোহ্‌ৰা আৰু সক ছোৱালীজনী হৈ থকা নাই। জীৱনৰ পৰা তাই বহুত কথা শিকি পেলাইছে ইতিমধ্যে। কিন্তু কাৰোবাক জীৱনে কেৱল দুখৰ কথাকে শিকায় কিয়? মোকোতো জীৱনে অন্ত একো নিশিকালে।

ভাত খাই উঠি আলোকে ক'লে "মই অকলেই আছো জোহ্‌ৰা। জাহিদে মোৰ ঘৰ চিনি পায়। তুমি যাবা। যেতিয়াই পাৰা যাবা।"

"আপোনাৰ ঘৰত থাকিবলৈ ঠাই হ'ব?" জোহ্‌ৰাই সুধিলে।

হাঁহি আলোকে ক'লে, "নিজে গৈ চাই আহিবা।"

জোহ্‌ৰাই আলোকক পদুলি মূৰলৈকে আগবঢ়াই দিলে।

আলোকে ক'লে, "তেওঁৰ ফটো এখন মোক দিবা। ধৰা পৰিলেই তেওঁক কোনেও ধৰি বান্ধি নিনিলায়, কিন্তু তোমাক লৈ কি কৰিব খুজিছে জানি থোৱা ভাল হ'ব।"

"মোৰ কাৰো ওপৰত কোনো দাবী নাই। কোনোবা যদি গুচি যায় মই ৰাখিবলৈ নিবিচাৰো।"

"কিন্তু বিয়া কৰোঁৱা মানুহ এজনীক লৈহে [illegible] তুচীয়তে এৰি যাবলৈতো দিব নোৱাৰি।"

"মনৰ বান্ধোন নেথাকিলে জানো [illegible] বান্ধোনে কাৰোবাক ধৰি ৰাখিব পাৰে ?"

হঠাৎ জোহ্‌ৰাৰ কাণে খুৰি আলোকে সুধিলে, "তেওঁ এইদৰে গুচি যোৱাৰ কাৰণে তুমি দুঃখীত হোৱা নাই জোহ্‌ৰা ?"

জোহ্‌ৰাই এটা কৰুণ অবোধ্য হাঁহি মাৰিলে। আলোকৰ মুখলৈ চকু তুলি চালে। তাই আলোকৰ স্বৰূপ কাষ চাপি [illegible] সকলৈ ক'লে, "দুখীত নহ'বলৈ আপুনিয়েইতো শিকাইছিল, যাতে মোৰ কথা ভাবিব নেলাগে। কোনোৱেই সদায় নাথাকে—জানিছে—"

তলমূৰ কৰি আলোক লাহে লাহে খোজ [illegible] আঁতৰাৰ মাজেদিয়ে।

ঘৰটোৰ ভিতৰত অকলশৰে বহি আছিল আলোক। বাকীবোৰ [illegible] এখাৰ বাহিৰ গৈছিল। অকলে থাকি থাকি আলোক অভ্যস্ত হৈ পৰিছে। [illegible] বেয়া নেলাগে। নিজ অনুভূতি, নিজৰ কল্পনাৰ ভাগ আনক নিদিয়াকৈ নিজক লৈ নিজে থকাতো এটা আত্মপ্ৰসাদ আছে, তৃপ্তি আছে।

কোনোবাই অপেক্ষা কৰে—কাৰোবাৰ কাৰণে প্ৰতীক্ষা কৰি বৈ থাকে। কোনো এক অভাৱনীয় সম্ভাৱনাৰ আশাত অন্ত ভৱিষ্যতৰ বুকুলৈ সতৃষ্ণ চাৱনিৰে চাই মূল্যবান মুহূৰ্তবোৰ এটা এটাকৈ কটাই দিয়ে। বাট চাই বৈ থকাতেই আনন্দ।

কোনোবা নহয়। কাৰো কাৰণে বাট চাই নেথাকে। কালৈকো ঘূৰি নেচায়! যোৱাৰ আনন্দতে উদ্দাম গতিৰে গৈ থাকে। যোৱাৰ, প্ৰতীক্ষা কৰাৰ কোনো প্ৰয়োজন অনুভৱ নকৰে।

কোন সত্য ? কোনে পালে ? কোনে হেৰুৱালে ?

এনেয়ে কথাবোৰ ভাবি গৈছিল আলোকে।

ক্ষুদ্ৰতাৰ কণ কণ টুকুৰাবোৰ লৈ মই জানো জীৱনৰ মহত্ব বিচাৰি পাম ? হয়তো জীৱনৰ মূল্যবান মণি মুকুতাবোৰৰ অপূৰণীয় অপচয় কৰিছো কিন্তু এই অপচয়েই তো মোৰ সকলো সৃষ্টিৰ ভেটি ৰচনা কৰিছে !

জোহ্‌ৰাৰ জীৱনটো হয়তো ব্যৰ্থ হৈ গৈছে। তথাপি তাই ভাগি পৰা নাই। এজনী সৰু ছোৱালীৰ এটা সৰু জীৱন—বহুত অপৰিচিত ন্যায় দিব নজনা আশা

দূৰৰ পৰ্ব্বতৰ সৌন্দৰ্য্যৰ দৰে ডুবতে যাব গ'ল। কিন্তু জোহ্‌বাই তাৰ বাবে সমগ্ৰ পৃথিবীক পৰম ক্ষমাৰে উদাৰভাৱে আঘাত কৰিবলৈ প্ৰস্তুত। এজনী সৰু ছোৱালীয়ে ক'ত পালে ইমান মনোবল?

আলোকে নিজকে ক'লে, মইতো সকলো কৰি গৈছো দৈনন্দিন কৰ্তব্যৰ একোকে অৱহেলা কৰা নাই, জীৱনৰ প্ৰয়োজনত জীৱিকা আৰ্জন কৰিছো, বঞ্চিত বিলাকৰ দাবী প্ৰতিষ্ঠাৰ কাৰণে যুঁজ কৰিছো, ট্ৰেড ইউনিয়ন কৰিছো, জনতাক নতুন দিনৰ স্বপ্ন দিবৰ প্ৰয়াস কৰিছো, নতুন প্ৰাণৰ সন্ধান দিয়াৰ সাধনা কৰিছো। চেতনা বিচাৰি পোৱা কৃষক-মজদুৰৰ শক্তিশালী মিছিলত বিচাৰি পাইছো—অসীম উদ্দীপনা, দুৰ্জ্জেয় প্ৰতিজ্ঞা। কবিতা সৃষ্টি কৰিছো, মানুহৰ প্ৰাণত জীৱনৰ অঙ্কুৰ সৃষ্টি কৰিছো, ভুলতো কৰা নাই। মই সামান্য, মই ক্ষুদ্ৰ—ইয়াতোকৈ বেছি আৰু কি কৰিব পাৰো?

নীৰায়ো জানো তাকে কৰা নাই? নিজৰ জীৱনক অস্বীকাৰ কৰি নীৰাই আনৰ, কগ্নজনৰ জীৱনৰ কাৰণে সকলো চেষ্টা, সকলো শ্ৰম প্ৰয়োগ কৰিছে। এজন ৰোগীক সুস্থ কৰি তোলাতে তাইৰ আনন্দ। নীৰাই নীড় বিচাৰিবলৈ পাহৰি গৈছে, পাহৰি গৈছে জানো? হয়তো নাই পাহৰা। কিন্তু নিজলৈ ঘূৰি চাবলৈ অৱসৰ নাই নীৰাৰ। নীৰা আনৰ বেমাৰ লৈয়ে ব্যস্ত। নিজৰ বেমাৰটোলৈ মন দিবৰ আজৰি নাই। সামান্য হৈয়ো নীৰা অসামান্য। জীৱনত সৰু সৰু ভুল কোনে নকৰে? কিন্তু ভুলবোৰে নীৰাক জীৱনৰ পথৰ পৰা আঁতৰাই নিয়া নাই। হয়তো নীৰা সুখীও। Much shall be forgiven thee, for thou hast loved much—যীশুৱে মেগ্‌দেলেনক কৈছিল। নীৰাৰ নিশ্বাসত জানো মেগ্‌দেলেনৰ বেদনা নাই? কিন্তু নীৰায়ো ক্ষমাৰ কাৰণে প্ৰতীক্ষা নকৰে। তাই সকলোকে ক্ষমা কৰি দিছে।

কিন্তু মই ইমান সঙ্কীৰ্ণ কিয়? ইমান স্বাৰ্থপৰ কিয়? নিশাৰ পৰা সকলো পায়ো, আজি নিশাৰ মোৰ প্ৰতি উদাসীনতাক ক্ষমা কৰিব পৰা নাই কিয়? জীৱনত কত কথা পাহৰি গৈছো। নিজৰ দাৰিদ্ৰৰ কথ, দুৰৱস্থাৰ কথা, দুৰ্যোগ, দুৰ্দশাৰ কথাও পাহৰি গৈছো। কিন্তু পাহৰিব পৰা নাই নিশাক। নিশাৰ এই ব্যাখ্যাহীন নিৰৱতাক মই অন্য বহুতৰ বহুত কথা পাহৰি যোৱাৰ দৰে, নিশাৰ জানো মোৰ-ভাল পোৱাক পাহৰি যোৱাৰ অধিকাৰ নাই?

কিন্তু কোনোবাই কাৰোবাক জানো কিবা অধিকাৰৰ ভিত্তিত ভাল পায়? কিবা অধিকাৰৰ কথাত পাহৰি যায়? নৈয়ে সাগৰক বিচাৰি যাওঁতে জানো অধিকাৰৰ বিবেচনাৰে নিজৰ গতিপথ ৰচনা কৰে?

আলোক বহাব পৰা উঠিল। ভালেমান দিন নোখোলাকৈ থকা বাকচ এটা খুলিলে আৰু এটা সৰু খুনীয়া বেগ উলিয়ালে।

এইবোৰ নিশাৰ চিঠি, প্ৰাণ উজাৰি লিখা কথাৰ মধু-সঞ্চয়। মিছা কথা। কৈছিল জানো নিশাই? মিছা কথা লিখিছিল জানো নিশাৰ দৰে এজনী ছোৱালীয়ে?

কিন্তু অখণ্ড জীৱন এটাক ছোৱালীবোৰে এনেদৰে খণ্ডিত কৰি লব পাৰে কেনেকৈ? ছোৱালীবোৰৰ কাৰণে বৰ্ত্তমানটোৱেই কেৱল সত্য নেকি? অতীতৰ কি কোনো দাম নাই? কোনো সাৰ্থকতা নাই? অতীতক নিশ্চিহ্ন কৰি দি, নতুনক সমগ্ৰ সত্বাদি গ্ৰহণ কৰি লব পৰা টোৱেই ছোৱালীবোৰৰ প্ৰবৃত্তি নেকি? সিহঁতৰ জীৱনৰ জানো কোনো স্থায়ী অনুভূতি, কোনো অখণ্ডতা নাই? সিহঁত জানো পানী—সকলো পাত্ৰতে আশ্ৰয় লৈ সহজে তৃপ্ত হ'ব পাৰে?

আলোকে নিশাৰ চিঠিবোৰ পঢ়িবলৈ মনত শক্তি বিচাৰি নেপালে। চিঠিবোৰ পঢ়িলে কিজানি নিশাৰ ওপৰত ধাৰণা আৰু বেয়া হৈ যায়?'

নহয়, নহয়! নিশা মোৰ নহ'ব পাৰে, নিশাৰ প্ৰাণৰ কাষত মোৰ অস্তিত্ব আশ্ৰয় নেথাকিব পাৰে, কিন্তু মোৰ নিশা, একেজনী নিশা মোৰ জীৱনৰ এটা আনৰ চকুত নপৰা উজ্জ্বল তৰা—সেই তৰাৰ পোহৰত মোৰ জীৱনৰ পথ ৰচনা হৈছে। তাৰ পোহৰতে শেষ পৰ্য্যন্ত যাব লাগিব। সেই তৰা হয়তো কেতিয়াবা কোনো ডাৱৰৰ আঁৰত মোৰ চকুৰ পৰা আঁতৰি পৰিব কিন্তু মোৰ চকুৱে সমগ্ৰ আকাশত তাৰেই পোহৰৰ অনন্ত সন্ধান কৰি যাব। মোৰ আকাশত অন্য তৰাৰ পোহৰৰ ঠাই নাই। মোৰ নিশা মোৰ কাৰণে অচঞ্চল, অনন্ত।

চিঠিবোৰ আলোকে আকৌ বাকচৰ ভিতৰত ভৰাই থৈ দিলে।

আলোকে চকী খনতে বহিব খুজিছিল। হঠাৎ দুৱাৰত শুনিলে কাৰোবাৰ মৃদু টোকৰ। অস্বাভাবিক যেন লাগিল অলপ। আলোকে গৈ দুৱাৰখন মেলি দিলে। দুৱাৰ মুখত দেখিলে নীৰা—।

শান্তভাৱে আলোকে ক'লে "নীৰা আহা—"

টেক্সীখনৰ পৰা ড্ৰাইভাৰটোৱে মাল বস্তুবোৰ আনি ভিতৰত থ'লে আৰু টকা লৈ গুচি গ'ল।

"আপুনি শুলে বুলি ভাবিছিলো", নীৰাই ক'লে।

"নাই অলপ দেৰিকৈ শোওঁ। তুমি যেনৰ পৰা আহিলা?"

"ও, ভাতপানী সকলো খাই আছিছো, কেবল শুমহে। মোৰ চিঠি পোৱা নাই? শেষৰ চিঠিখন?"

"ক'তা নাই পোৱা দেখোন, পোৱা হ'লে মই আগবাঢ়ি গ'লোহেঁতেন।"

"এৰা, কেতিয়াবা চিঠিবোৰ ক'ৰবাত দেৰী হৈ যায়। আপোনাক ঘৰতে নোপোৱাহি হ'লেহে অসুবিধা হ'লহেঁতেন।"

"তুমি একো নেখাবা জানো?"

"একো নাখাও—মাত্ৰ বিচনা কৰিম, আৰু শুম। আপোনাক অকণমান আমনি কৰিলো আৰু—" কৈ নীৰাই আলোকৰ মুখলৈ মৰম লগাকৈ চাই হাঁহিলে।

বাথৰুমৰ পৰা অহাৰ পিছত নীৰাই ক'লে, "অলপ পিয়াহ লাগিছে, বাৰু খাওক দিয়ক, মযে লৈ খাম।"

আলোকে এগিলাচ অভালটিন কৰি দিলে নীৰাক।

চকীখনত বহি অভালটিন গিলাচত শোহামাৰি নীৰাই ক'লে, "কলিকতালৈ যাবলৈ আছিলো, আপুনিতো যাব নোৱাৰিব?"

"এই সময়ত নোৱাৰিম নীৰা। মই নগলে তোমাৰ অসুবিধা হ'ব নেকি? একেবাৰে এবাৰ নোৱাৰা অৱস্থা।"

"মোৰ অসুবিধা নহয়, আগে কেইবা বাৰো যোৱা ঠাই, অৱশ্যে লগত আপুনি যোৱা হ'লে ভাল লাগিলহেঁতেন।"

দুয়ো অলপ পৰ মনে মনে থাকিল। নাৰ্চ কাৰণেই জানো নীৰা আলোকৰ কাষত ইমান নিৰ্ভয়, নিঃসংকোচ। অৱশ্যে আজিৰ এইটো মুহূৰ্তত আলোকৰ নীৰাক এজনী দূৰণীয়া সামান্য চিনাকি ছোৱালী যেন লাগিছিল। কোনো অতীতে এই সময়ত আলোকৰ মনত ভুমুকি মৰাহি নাছিল।

"নিশা বাইদেউৰ চিঠি পাইছে?" নীৰাৰ প্ৰশ্নত আলোক অলপ উচপ খাই উঠিল। প্ৰশ্নটোৰ আঘাত অতিক্ৰম কৰিবৰ মনেৰেই পাতলীয়াভাৱে আলোকে ক'লে, "অলপ দিন নাই পোৱা দেখোন।"

"তেওঁলোক এই সপ্তাহতে আহি পোৱাৰ কথা। হয়তো কালি পৰহিতে পাবহি—"

বৰ বেছি উৎকণ্ঠা প্ৰকাশ নকৰি আলোকে মাথোন ক'লে, "কালি পৰহিতে পাবহি নেকি?"

আলোকৰ মাতত প্ৰকাশ পোৱা উদাসীন নিৰুদ্বেগখিনি নীৰাই ধৰি পাৰিলে। নীৰাই ক'লে, "শুনিছো তাঁহঁতক গুৱাহাটীতে পাছিং কৰিব।

তেওঁ আহি আৰু ডিব্ৰুগড়লৈ নেযাব কিজানি। এইবাৰ কিন্তু বাইদেৱে আপোনাক নেৰিছে। আপোনাৰ বিয়া পাতিছে এখিৰ। বাইদেউৰ যে আপোনালৈ ইমান মৰম—নহয়?"

আলোকে হাঁহিবৰ চেষ্টা কৰিলে। "বাৰু হ'ব দিয়া। নিশাহঁতো আহি পাওক, তুমিও কলিকতাৰ পৰা ঘূৰি আহাগৈ। তাৰ পিছতে মোৰ বিয়াখন পাতি পেলাম। পিছে এতিয়া ৰাতি বহুত হ'ল নীৰা, তোমাৰ জানো টোপনি অহা নাই?"

"টোপনিনো ক'লৈ যাব? ভালেমান দিনৰ মূৰত আপোনাক অকণমান আমনি কৰিছো। বেয়া পাইছে নেকি?"

"তোমাৰ ভাগৰ লগা নাই জানো?"

"নার্চৰ টোপনিও নাহে, ভাগৰো নেলাগে। আপোনাৰ টোপনি আহিছে নহয় জানো?" কৈ নীৰা বহাৰ পৰা উঠিল।

"মই বিচনা ক'ত কৰিম?" নীৰাই সুধিলে, আলোকে নীৰাৰ বিচনা-পাতি ঠিক কৰি দিলে। বিচনাৰ ওপৰত ভৰি তুলি বহি নীৰাই আলোকৰ মুখলৈ চাই ক'লে, "আপুনি কি চিন্তা কৰি আছে? মোলৈ ভয় কৰিছে নেকি? আপুনিও শোৱকগৈ যাওক, মই আপোনাক অকণো আমনি নকৰো।"

"কালিলৈকে তুমি যাবাগৈ নেকি?"

"ও, থাকিবলৈ ক'ব খুজিছেনেকি? কলেও মই এতিয়া থাকিব নোৱাৰিম। এতিয়াই আপুনি যিমান ভয় খাইছে, দুদিনমান থাকো বুলিলে আপুনি লাগিলে ঘৰকে এৰি যাব।" কৈ নীৰাই হাঁহিলে।

অনাত্মীয় এই ছোৱালীজনীৰ সহজ মৰমখিনি আলোকৰ ভাল লাগিল। কিন্তু আলোকে অনুভৱ কৰিলে যেন নিস্বাৰ্থভাৱে নীৰাক মৰম কৰিবৰ কাৰণে মনৰ মাজত অকণো আগ্ৰহ কিবা কাৰণত নোহোৱা হৈ গৈছে। আজি যেন আলোকে নীৰাক বুকুত সুমাই ললেও মৰম কৰিব নোৱাৰে।

আলোকে ক'লে, "তুমি শোৱা দেই নীৰা। বেয়া নেপাবা। কালিলৈ আমি বহুত কথা পাতিম বাৰু।"

* * *

ওদালগুৰিৰ ফালে জনজাতীয় কৃষক সকলৰ এখন সভাত যোগদান কৰি চাৰিদিনৰ মূৰত আলোক আহি গুৱাহাটী পালেহি। আলোকৰ মন প্ৰফুল্ল। দৰিদ্ৰ কৃষক শ্ৰেণীয়েও মাত পাইছে। নিজৰ আৰু দেশৰ ভাগ্য পৰিবৰ্তনৰ সঙ্কল্প লৈছে। তেওঁলোকে বহুদিনৰ ৰুদ্ধ অভিযোগৰ ভাষা দিবলৈ বিচাৰিছে,

স্বাধীনতাৰ আস্বাদ তেওঁলোকেও পাবলৈ হাবিয়াস কৰিছে। তেওঁলোকে জীয়াই থকাৰ নতুন স্বপ্ন দেখিছে।

জন জীৱনৰ এই প্ৰাণ স্পন্দন আলোকৰ ভাল লাগিল। নিজৰ ভিতৰতো আলোকে এটা সবল উন্মেষণা উপলব্ধি কৰিলে। সৰ্বজনৰ লগত নিৰ্বিশেষ হৈ মিলি পৰা, সৰ্ব্বজনৰ স্বাৰ্থৰ লগত নিজৰ স্বাৰ্থ এক কৰি, সৰ্বজনৰ জীৱন সংগ্ৰামক নিজৰ সংগ্ৰাম কৰি লোৱা, মানুহৰ অকুণ্ঠ আস্থা আৰু বিশ্বাসৰ যোগেদি নিজৰ পৰিচয় বিচাৰি পোৱা—এই অভিজ্ঞতাৰ আনন্দই আলোকক প্ৰচুৰ অনুপ্ৰেৰণা দিলে।

ঘৰ পাওঁতে আলোকৰ যথেষ্ট ৰাতি হৈছিল। খোৱা শোৱা অনিয়মীয়া হৈ আলোক কিছু ক্লান্ত হৈ পৰিছিল। এমুঠি খাই-শোৱাৰ কথা চিন্তা কৰিছিল সি। হঠাৎ আলোকৰ বুকুৰ ভিতৰ খন ঢুকঢুক্ কৰি কঁপি উঠিল—বান্ধনি ল'ৰাটোৱে ক'লে, "আজি দুপৰীয়া—ডাক্তৰনী বাইদেউইত আহি পালেহি। ইয়াতে থাকিব হেনো।"

প্ৰথমতে আলোকে একো বুজিব নোৱাৰিলে, একো সুধিব নোৱাৰিলে, একো কৰও নোৱাৰিলে। কিছুপৰৰ মূৰত সুধিলে "কি হ'ল ?"

বান্ধনিটোৱে ক'লে, "ডিব্ৰুগড়ৰ ডাক্তৰনী বাইদেউইত যে, আজি আহিল। কাম হেনো গুৱাহাটীতে হ'ব।"

"কেতিয়া আহিল ?"

"দুপৰীয়া পালেহি এৰ'প্লেনেৰে।"

"তোক কোনে ক'লে ?"

"ডজৰ ঘৰৰ ল'ৰা এটাই আপোনাক বিচাৰি আহিছিল—"

আলোকে আৰু একো নুসুধিলে। নিশা ঘূৰি আহিল। জীৱনৰ এটা অধ্যায়ৰ যামবণি পৰিল। আলোকৰ সক শুকান জীৱনলৈ পুনৰ জীৱনৰ বসৰ নিজৰা বাগৰি আহিছে।

নিশা তুমি আহিলা ?

নিজে নিজেই আলোকে ক'লে। বহুত নাম দিব নোৱাৰা তৃপ্তিৰে আলোকৰ মন প্ৰাণ পূৰ্ণ হৈ উঠিল। কালিস্বেন নিশা ক'ৰবালৈ গৈছিল, আৰু আজি ওচি আহিছে। নিশা, সেই নিশা, মোৰ নিশা, মোৰ স্বপ্ন, মোৰ সাধনা, মোৰ আৰাধ্য নিশা, মোৰ কবিতা, মোৰ প্ৰেৰণা নিশা।

মোৰ নিশা—

মোৰ নিশা।

আলোক অলপ চঞ্চল হৈ উঠিল। এতিয়াই গৈ যেন নিশাক এবাৰ চাই আহিব, নিশাৰ লগত এবাৰ কথা পাতি আহিব। যেন নিশাৰ মুখলৈ চাই সকলো কথা পাহৰি যাব। পাহৰি যাব চাৰিটা বছৰৰ ব্যৱধান, পাহৰি যাব নিশাৰ অমাৰ্জ্জনীয় নিৰৱতাৰ বেদনা। নিশাৰ পৰা আলোকে কোনো কৈফিয়ৎ নিবিচাৰে, কোনো কথা জানিবলৈ নিবিচাৰে, নিশা ঘূৰি আহিছে সেয়ে আটাইতকৈ ডাঙৰ কথা।

কিছুপৰ আলোক বাৰান্দাতে বহি থাকিল। কিছুমান জটিল, সহজ চিন্তাই তাক অলপ বিব্ৰত কৰি তুলিলে। বহুত বুজিব নোৱাৰা কথা বুজা যেন লাগি গ'ল আলোকৰ। নিশা যেন কলৈকো যোৱা নাছিল, যোৱা চাৰিটা বছৰ কিয় গোটেই জীৱন যেন নিশা আলোকৰ বুকুৰ কাষতে আছিল, কাষতে আছে। আলোকে অনুভৱ কৰিলে যেন হঠাৎ চাৰিটা গধূৰ বছৰ তাৰ জীৱনৰ মাজৰ পৰা নোহোৱা হৈ গ'ল। কালি নিশা কেনিবা গৈছিল, আজি ঘূৰি আহিছে আৰু আহিছে তাৰ ঘৰলৈকে, তাৰ কাষলৈকে!

শ্ৰীকণ্ঠ ডাক্তৰৰ কাম গুৱাহাটীতে হ'ব। এইবাৰ নিশাৰ লগতে থাকিব ডাক্তৰ! থাকক, ডাক্তৰক সদায় নিশাই আঁতৰাই ৰাখিব নোৱাৰে। শান্তনা এয়ে যে মাজে মাজে, হয়তো সদায়েই আলোকে নিশাক দেখা পাব। আৰু লাগে কিমান? প্ৰাণৰ কাষত প্ৰাণ ৰাখি আলোকে নিশাকে বহুত দিনৰ আশাৰ কথা বহুত দিনৰ অভিযোগৰ কথা ক'ব—অব্যক্ত ভাষাৰে। তাৰ প্ৰতীক্ষাই সাৰ্থকতা লাভ কৰিব।

আলোক ভিতৰলৈ সোমাই আহিল। বিচনাত পৰি আলোকে ভাবিলে। কিন্তু নিশা কিজানি সলনি হৈ গৈছে। যোৱাৰ পিচৰ পৰা বিজনী নিশাই এখন চিঠিও তালৈ নিলিখিলে, সেই নিশা জানো আগৰ নিশাই হৈ আছে? হয়তো নিশা একেবাৰে সলনি হৈ গৈছে।

আলোকে টোপনি যাবৰ চেষ্টা কৰিলে। মোৰ নিশা চিৰন্তনী, মোৰ নিশাৰ কাহিনিও পৰিবৰ্তন হ'ব নোৱাৰে। অতি স্বাৰ্থপৰ নহ'লে নিশাৰ বিষয়ে কোনোৰে অন্য ধাৰণা কৰিব নোৱাৰে। মই বৰ সংকীৰ্ণ হৈ পৈছো।

আলোকৰ চকুৰ আগত ভাহি উঠিল হাজাৰ মধুৰ ৰাতিৰ জীৱন্ত স্বপ্নবোৰ। নিশাৰ হাঁহি কান্দোন, মান অভিমান মোৰ আলোকৰ মনত জীৱন্ত হৈ আছে, প্ৰাণময় হৈ আছে। নিশা তাৰ প্ৰতিটো কৰ্মৰ, প্ৰতিটো চিন্তাৰ প্ৰেৰণাৰ খনি।

নিশা ঘূৰি আহিল—এয়ে সৰ্বশেষ কথা। নিশা থাকিব নিজৰ জগতত, নিজৰ সংসাৰতলৈ। মই আঁতৰি থাকিম। কিন্তু—কাষতে থাকিম।

॥ একচল্লিশ ॥

বাতি পুৱা সোনকালেই শুই উঠিল আলোক। কিন্তু শুই উঠি আলোকে বৰ হতাশ ভাবে অনুভৱ কৰিলে যেন যোৱা ৰাতিৰ মনৰ মাজৰ উচ্ছ্বাস উদ্দীপনা খিনি হঠাৎ নোহোৱা হৈ গৈছে। ৰাতিৰ বুকুৰ স্বপ্ন দিনৰ পোহৰৰ মাজত নোহোৱা হৈ গৈছে। মনটোৰ মাজলৈ এটা উদ্বেগহীন অলসতা আহি পৰিছে। নিশা যেন আকৌ বহুত দূৰলৈ আঁতৰি গৈছে।

কৰ্ট আছে, যাব লাগিব। আজি আক আগবেলা নিশাক দেখা কৰিবলৈ যোৱাটো সম্ভৱপৰ নহব। কোনো কাৰণ নেথাকিলেও আলোকে নিজক সংযত কৰিবৰ চেষ্টা কৰিলে। নিশা আহি পাইছে। নিশ্চয় নিশা ব্যস্ত আছে অন্ত আলহী অতিথিৰ সোধপোছ কৰাত। এই সময়ত গ'লে হয়তো নিশাই দেখা হে দিব পাৰিব। মনটোক নানা ভাবে আশ্বস্ত কৰি আলোক অলপ সোনকালেই কৰ্টলৈ ওলাই গ'ল। মই যাম কিন্তু লাহে ধীৰে। নিশাই নিশ্চয় মোক ভুল বুবুজে।

কিন্তু চুই বজাৰ পিছত আলোকে মনটোক কোনো মতেই বান্ধি ৰাখিব নোৱাৰিলে। তাৰ বৰ অধৈৰ্য্য লাগিল। বহুত পলম হৈ গৈছে। নিশাই নিশ্চয় অভিমান কৰিব। আক পলম কৰাৰ কোনো কাৰণ নাই।

ৰিক্সা এখন লৈ আলোকে জজৰ ঘৰলৈ গোনাই দিলে। আলোকে সাৱধান হ'বলৈ চেষ্টা কৰিলে, সহজ হ'বৰ চেষ্টা কৰিলে। ভালেমান দিনৰ মূৰত এজনী চিনাকি ছোৱালী ঘৰলৈ ঘূৰি আহিছে, দেখা কৰাটো ভদ্ৰতা।

প্ৰথমে অভ্যৰ্থনা জনালে বন্দনাই। বন্দনা আহি ঘৰতে আছে হি। সহজ হ'বৰ চেষ্টা কৰি আলোকে সুধিলে, "নিশাইত কালি পালেহি বোলে?"

"কালি পালেহি। আপোনালৈ কালিয়ে খবৰ পঠিয়াইছিলো নহয়।"

"খবৰটো অৱশ্যে কালিয়ে পালো। তুমি কেনে আছা বন্দনা?"

পাতলকৈ হাঁহি বন্দনাই ক'লে, "ভালেই আছো, আপুনিতো ইয়াতে থাকে নহয় জানো?"

আলোকে কিবা এটা ক'ব খুজিছিল। বন্দনাই কৈ উঠিল, "অ' অকণমান বহক, মই নিশা বাইদেউক খবৰ দিওঁ।" কৈ বন্দনা ভিতৰ সোমাই গ'ল।

আলোকে ভিত্তিটো তকাই বোৱা যেন পালে। মই যব অধৈর্য্য ঐ পৰিছো নেকি? সি অলপ অপ্ৰস্তুত অনুভৱ কৰিলে। বুকৰ মাজত উশাহ-নিশাহৰ মৃদু স্পন্দন শুনিবলৈ পালে। যেন জীৱনত কোনো দিন দেখা নোপোৱা: এজনী বিশেষ ছোৱালীক দেখা কৰিবৰ বাবে বৈ আছে আলোক! চেষ্টা কৰি স্বাভাৱিক আৰু সহজ হৈ থাকিবৰ যত্ন কৰিলে আলোকে।

ভিতৰৰ ফালৰ পৰ্দা খন দাং খালে! আলোকে মূৰ তুলি চালে। নিশা নহয়, বন্দনা।

"আপুনি ভিতৰলৈকে আহক!" বন্দনাই ক'লে।

"ভিতৰলৈ—অ'—" আলোক বহাৰ পৰা উঠিল। আৰু বন্দনাৰ পিছে পিছে ভিতৰৰ কোঠাটোলৈ সোমাই গ'ল। কোঠাটোত কোনো নাই।

"অকণমান বহক বাইদেউ আহিব।" একেবাৰে আচহুৱা মানুহীৰ দৰে আলোক বন্দনাৰ কথা মতে নিমাতে চকীখনতে বহিল। এই মুহূৰ্তত যেন আলোকে নিজৰ চিন্তাশক্তি সকলো হেৰুৱাই পেলাইছে।

বন্দনা যোৱাৰ কেই মিনিট মানৰ পিছত পৰ্দাখন ঠেলি ভিতৰৰ পৰা ওলাই আহিল নিশা।

আলোকে মূৰ তুলি চালে। এজনী খীণ, শেঁতাপৰা বিবৰ্ণ ছোৱালী, কক্ষ চুলি, নিস্তেজ চকুমুখ, শ্ৰান্ত ক্লান্ত চাৱনি।

কেইটামান মুহূৰ্ত এক অসহ্য নিৰৱতাৰ মাজেদি পাৰ হৈ গ'ল, আলোকে চিনি নোপোৱাৰ দৰে নিশাৰ মুখলৈ চাই ৰ'ল। নিশাই অকণমান পৰ চায়ে তলমূৰ কৰিলে।

তাৰ পিছত যেন দুয়ো সজাগ হৈ উঠিল।

অস্পষ্ট খীণ মাতেৰে নীশাই ক'লে, "মামা—"

নিশাৰ মাতটো বৰ করুণ হৈ ওলাই আহিছিল। মাতটোৱে যেন আলোকক এটা আঘাত কৰি গ'ল।

নিজক পাৰ্য্যমানে সংযত কৰি আলোকে ক'লে, "কালি পালাহি নিশা—?"

নিশাই ক'লে, "বহক অকণমান, মই আহিছো।"

নিশা ভিতৰ সোমাই গ'ল।

আলোকৰ মনটো দমি গ'ল।

মুহূৰ্ততে তাৰ প্ৰাণৰ সকলো উচ্ছ্বাস নোহোৱা হৈ গ'ল। নিশা যেন আশাতীত ভাবে সলনি হৈ গৈছে। আৰু ইমান খীণাইছে নিশা। কিবা কঠিন অসুখ হৈছিল নেকি? কিবা অসুখ এতিয়াও আছে নেকি? নিশাক

দেখি, নিশাৰ ব্যৱহাৰ পাই আলোকৰ যেন যোৱা চাৰিবছৰৰ প্ৰতীক্ষা ব্যৰ্থ হৈ যোৱা যেন অনুভৱ হ'ল।

অলপ পৰৰ পিছত ট্ৰে এখনত চাহ আৰু বিস্কুট লৈ পুনৰ নিশা সোমাই আহিল। হাতত বটাতো লৈ বন্দনাও আহিল।

এইবাৰ নিশা আলোকৰ সন্মুখৰ চকী খনতে বহিল আৰু আলোকলৈ চাহ আগবঢ়াই দিলে।

আলোকে নিশাৰ মুখলৈ এবাৰ চালে। তাৰ পিছত অনুভৱ কৰিলে যে এনেকৈ কথা বতৰা নপতাকৈ বহি থাকিলে বন্দনাৰ ধাৰণা অন্য ৰকম হৈ যাব পাৰে।

আলোকেই সুধিলে, "ডাক্তৰ নাই নেকি ঘৰত?"

"কেনিবা ওলাই গৈছে।" সংক্ষেপে নিশাই ক'লে।

আলোকে দেখিলে এটা সৰু আঙঠিৰ বাহিৰে নিশাৰ গোটেই মানুহ জনীৰ গাত ক'তো কোনো অলঙ্কাৰ পাতি নাই। আৰু নিশাই পিন্ধি আছে এখন শুদ্ধ বগা শাৰী নিশা একেবাৰে নিৰাড়ম্বৰ।

আলোক অলপ বিস্মিত হ'ল। কিন্তু সেই প্ৰসঙ্গ তুলিয়াই আলোকে ক'লে, "তোমালোকৰ গুৱাহাটীতে থকাৰ ব্যৱস্থা হৈছে বোলে নিশা?"

শান্তভাৱে নিশাই ক'লে, "মই ভালকৈ নেযানো, কৈছে তেনেকৈয়ে।"

বন্দনাই ক'লে, "আহি পোৱাৰ আগতে অৰ্ডাৰটো হৈ আছে। বাইদেউহঁত ইয়াতে থাকিব। ভালেই হ'ব নহয়?"

কোনো মন্তব্য নকৰি নিশাই পিৰিচ পিয়লা কেটা ট্ৰে খনত তুলি লৈ ভিতৰলৈ গুছি গ'ল।

আলোকে বন্দনাক কিবা সুধিব খুজিছিল কিন্তু তাৰ আগতে বন্দনাই ক'লে, "নিশা বাইদেউ জনী বৰ খীণাল, নহয়নে?"

সাধাৰণ ভাবে আলোকে ক'লে, "দীঘলীয়া জানিত কিছু কষ্ট হ'ব পায়।"

নিশা আকৌ আহি বহিলহি। কাৰো যেন কোনো কথা ক'বলগীয়া নাই। সুধিব লগীয়া নাই। তিনিও নিবৰ।

এই অস্বস্তিকৰ নিবৰতা ভঙ্গ কৰি নিশাই ক'লে, "আপুনিও আজিকালি ইয়াতে থাকে?"

"আছো কিছুদিনৰ পৰা।"

"হাইকৰ্টত প্ৰেক্টিছ কৰিছে?"

আলোকে মূৰ দুপিয়ালে।

আকৌ কিছু সময় অৰ্থহীন নিৰৱতাৰে মাতেদি কাটি গ'ল। আলোক আৰু নিশা দুয়োৰে যেন কৰ লগা সকলো কথা শেষ হৈ গৈছে!

"তোমাৰ ল'ৰা-ছোৱালী কেইটি ভালে আছে নিশা?"

"সিঁহত ভালেই আছে।"

"তেজপুৰৰ কালে নেযাবা জানো?" "যাম বুলি ভাবিছো, মোৰ গা বৰ ভাল নহয়। অলপ ঘৰতে জিৰণি লওঁগে বুলি ভাবিছো।"

"কি অসুখনো হৈছে?" আলোকে যেন কথা পাতিবলৈ এটা বিষয় বস্তু বিচাৰি পাই অলপ স্বস্তি অনুভৱ কৰিলে।"

"আগৰ হাৰ্টৰ অসুখটোৱেই।" তাৰ পিছত করুণ ভাবে হাঁহি নিশাই ক'লে, "আপোনালোকক আকৌ দেখা নেপাম বুলিহে ভাবিছিলো। মই যে কেনেকৈ জীয়াই জীয়াই ঘূৰি আহিলো মই নিজেই বুজিব পৰা নাই!"

বন্দনা আৰু আলোক দুয়ো নিশাৰ মুখলৈ চালে। সঁচাকৈয়ে নিশাজনী, নিস্তেজ, শীৰ্ণ হৈ গৈছে। তাই বৰ দুৰ্বল।

"তাৰ ক্লাইমেটে তোমাক সুতজিলে।" আলোকৰ কথাষাৰ শুনি নিশাই চকু দুটা তুলি আলোকৰ মুখলৈ চালে। তাইৰ চাৱনিত অকথ্য গভীৰ বেদনাৰ করুণতা। আলোকে তলমূৰ কৰিলে। সি যেন নিশাৰ চাৱনিত ব্যক্ত হোৱা অভিযোগ আৰু বিদ্ৰূপখিনি বুজিব পাৰিলে।

বন্দনা থকা কাৰণে আলোকে নিশাক চিঠিপত্ৰ কিয় দিয়া নাছিল সুধিব মন যোৱা স্বত্বেও সুধিব নোৱাৰিলে। নিশা যেতিয়া ঘূৰি আহিল, এতিয়া সকলো কথাই লাহে লাহে জানিব পৰা যাব। খৰখেদা কৰাৰ দৰকাৰ নাই।

নিশাই অলপ পৰৰ মূৰত ক'লে, "ঘৰবাৰীবোৰ চাই আহিবৰ কাৰণে ডাক্তৰে ইম্প্লান্ত জইন কৰাৰ আগতে ডিব্ৰুগড়লৈ যাব কিজানি।"

এই কথাষাৰৰ তাৎপৰ্য্যটো আলোকে বুজি পালে। ক'ব লগা কথাবোৰ এনেকৈ কোৱা নেযায়। তাৰ কাৰণে সুযোগৰ দৰকাৰ। তাৰ কাৰণে দুদিনমান বাট চাব লাগিব।

আলোকে নিশাৰ চকুলৈ চালে। দেখিলে নিশাৰ চকুত হেজাৰ নোকোৱা কথাৰ অব্যক্ত প্ৰাৰ্থনা। ইমান দিনৰ কথা জানো এনেকৈয়ে কোৱা যায়!

হাতৰ ঘড়ীলৈ চাই আলোকে ক'লে, "মোৰ অলপ কাম আছে। আজিলৈ আৰু আহো দেই নিশা। সময় কৰিব পাৰিলে আকৌ আহিম।"

নিশাই বিশেষ একো নকলে।

আলোক কোঠাটোৰ পৰা ওলাই আহিল। লগে লগে নিশা আৰু কল্পনাও আহিল।

দুৱাৰ মুখ পাই নিশাই সুধিলে, "মায়াক কেতিয়াবা লগ পায়নে?"

আলোক ঘূৰিল আৰু নিশাৰ ফালে চাই ক'লে, "কাকোৱেই লগ পোৱা নাই বহুত দিন।"

"অকলশৰেই আছে ভেনেহলে?" নইহাকৈয়ে নিশাই ক'লে।

আলোকে কোনো উত্তৰ নিদিলে। নিশাৰ ভিতৰৰ বাংগালী ছোৱালীজনী সম্পূর্ণ নিঃশেষ হৈ যোৱা নাই। আলোকৰ মনটোত আনন্দ লাগিল।

ইহা চকুৰে নিশাৰ মুখলৈ চাই আলোকে ক'লে, "অকলশৰেই আছো নিশা। পিছে তোমালোকৰ সময় হ'ব জানো?"

"কিহৰ কাৰণে?"

"মোৰ ঘৰলৈ তোমালোক এবাৰ যাব লাগিব যেতিয়াই পাৰা।"

আলোকৰ কথাষাৰ শুনি হঠাৎ নিশাৰ মুখখন যেন, ঈষৎ ম্লান পৰি গ'ল। আত্ম সম্বৰণ কৰি কোনোমতে নিশাই ক'লে, "এতিয়াই যাব নোৱাৰিম কিজানি বেয়া নেপাব দেই। সময় সুবিধা হ'লে আমি নিজেই যাম।"

গধুৰ মনেৰে আলোকে বিদায় ললে।

কেইদিনমানৰ পাছত আলোকে ডাক্তৰ শ্ৰীকণ্ঠকো লগ পালে। তেওঁ আগতকৈ অলপ শকত হৈছে, আৰু অলপ গহীনো হৈছে যেন লাগিল আলোকৰ। অৱশ্যে আলোকৰ লগত তেওঁ মুকলি ভাবেই কথা-বতৰা পাতিলে।

আলোকে ডাক্তৰক সুধিলে, বৰ্ত্তমান তেওঁ কি কৰাৰ কথা ভাবিছে? অসমতে থাকিব নে আকৌ অইন কোনোবাফালে যাব। থাকিলে গুৱাহাটীতে নেথাকিব জানো?

ডাক্তৰে ক'লে, "মই কেনিবা গ'লেও, ল'ৰা ছোৱালী কেইটাক লগে লগে লৈ ফুৰালে সিহঁতৰ বহুত ক্ষতি হ'ব। মোৰ কথা অৱশ্যে মই কব পৰা নাই। চাকৰিয়েই যদি কৰো অসমৰ বাহিৰত হে কৰিম বুলি ভাবিছো। আৰু যদি চাকৰি নকৰি প্ৰাইভেট প্ৰেক্টিছ কৰো, তেন্তে শিলং নাইবা গুৱাহাটীতে কৰিম, অৱশ্যে বৰ্ত্তমান অইন কৰিম চাকৰিত।"

আলোকৰ বিষয়েও ডাক্তৰে দুই চাৰিটা কথা আগ্ৰহেৰেই সুধিলে। প্ৰেক্টিছ কেনেকুৱা হৈছে। ৰাজনীতিত নমাৰ কথা ভাবিছে নেকি? বামপন্থী ৰাজনীতি কৰি জানো বিশেষ কিবা লাভ হ'ব?

ডাক্তৰৰ কথাৰ পৰা আলোকৰ এটা ধাৰণা হ'ল যেন তেওঁ এই কথাবোৰ সুধিব লাগে বাবেহে সুধিছে। যেন তেওঁ কথা কৰৰ সময়তো অন্য-মনস্কভাৱে কিবা এটা ভাবি আছে। মানুহ জনৰ গাম্ভীৰ্য্য যেন উদাসীনভাৱে আৰু এটা প্ৰকাশ মাথোন। আলোক অলপ সাৱধান হ'ল। নিশা সম্পৰ্কে কোনো কথা নোসোধাই উচিত হ'ব যেন ভাবিলে। কিন্তু একেবাৰে একো নুসুধিলেও কিবা ভাবিব পাৰে বুলি আলোকে সুধিলে, "তাত নিশাৰ গা সিমান ভাল নাছিল নেকি? কিছু দুৰ্ব্বল যেন দেখিলো।"

শান্ত মাতেৰে ডাক্তৰে ক'লে, "গৈ পোৱাৰ পিছৰ পৰা নিশাৰ অসুখ আৰম্ভ হ'ল। মাজতে বৰ টানেই হৈছিল। সকলো চিকিৎসা বিফল হৈ গৈছিল। মই সঁচাকৈয়ে হতাশ হৈ পৰিছিলো। মই নিজেতো আছিলোৱেই, তাৰ উপৰি অন্য বহুত ডাঙৰ ডাক্তৰকো দেখুৱালো। অৱশেষত ডাক্তৰ সকলৰ পৰামৰ্শ মতেই নিশাক দেশলৈ লৈ আহিলো। নহলে আমাৰ ঘূৰি অহাৰ কথা নাছিল।"

আলোকে নিৰবে শুনি গ'ল। সি অনুভৱ কৰিলে যেন তাৰ কাৰণেই নিশাৰ অসুখ হৈছিল। যেন অসুখৰ কাৰণেই নিশাই কোনো চিঠিপত্ৰ দিয়া নাছিল। নিশাৰ প্ৰতি ওপজা সকলো অভিযোগ ভুল আৰু ভিত্তিহীন।

আলোকে সাধাৰণ ভাবে ক'লে "আপোনালোকে ঘূৰি আহি ভালেই কৰিলে কিজানি? ইয়াত নিশা ভাল হৈ উঠিব—নিজৰ ওপজা ঠাইতো।"

চিন্তিত ভাবে ডাক্তৰে ক'লে, "সঁচাকৈয়ে নিশাক লৈ মই কেৱল দুঃচিন্তাত পৰাই নহয়, বিমোৰতো পৰিছিলো। কোনো বিশেষ বেমাৰ ধৰা নপৰে, কোনো ঔষধ পাতিয়ে কাম নকৰে, শেষলৈ মোৰ সঁচাকৈয়ে ভয়েই হৈছিল নিশাৰ অৱস্থা আৰু বেয়া হৈ যায় বুলি। তাতে নিশাই একো নকয়, কেৱল মনে মনে পৰি থাকে।"

ডাক্তৰৰ কথা শুনি যেন বহুত অবোধ্য কথা বুজি উঠিল আলোকে, কি বেমাৰ হৈছিল নিশাৰ? বেমাৰ জানো হৈছিল?

আলোকে উত্তৰ দিয়াৰ প্ৰয়োজনতে ক'লে, "এতিয়া ভালকৈ যত্ন ললে আৰু নিয়ম মতে চলিলে নিশা নিশ্চয় ভাল হৈ উঠিব।"

"আমিও তাকেই আশা কৰিছো।" ডাক্তৰে ক'লে। "তাৰ ডাক্তৰ সকলেও সেই কথাকে কৈছিল, যে তাত থাকিলে ভাল হোৱাৰ আশা খুব ক্ষীণ, যিমান সোনকালে পৰা যায় দেশলৈ ঘূৰাই আনিব লাগে।"

আলোকে বুজিব পাৰিলে শ্ৰীকণ্ঠ আৰু শ্ৰীকণ্ঠ হৈ থকা নাই। তেওঁৰ সেই প্ৰাণময়তা আৰু উজ্জ্বলতাৰ ঠাইত এটা গাম্ভীৰ্য্য আহি পৰিছে। হয়তো

কিবা কাৰণত তেওঁৰ মনতো কিছু বিষাদ বেদনাই ঠাই পাইছে। অৱশ্যে ডাক্তৰৰ এই পৰিবৰ্তনত সি কোনো অস্বাভাৱিকতা নেদেখিলে। জীৱনেনো আমাক বেদনাৰ বাহিৰে দিয়ে কি ?

আৰু কিছুকথা শ্ৰীকণ্ঠ আৰু আলোকে পাতিলে। কিন্তু দুয়ো অনুভৱ কৰিলে যেন কিবা এটা বুজিব নোৱাৰা কাৰণত দুয়োৰো কথাৰ সোঁত চিগি চিগি গৈছিল। দুয়ো যেন অস্বস্তি অনুভৱ কৰিছিল।

অৱশেষত আলোকে বিদায় ললে। ক'লে, "এতিয়া আৰু বিশেষ চিন্তা নকৰিব। ঘৰলৈ ঘূৰি আহিল যেতিয়া নিশা আকৌ ভাল হৈ উঠিব।"

কিছু আন্তৰিকতাৰে কোৱাদি ডাক্তৰে ক'লে, "আপুনি মাজে মাজে আহিগৈ থাকিবচোন। চিনাকি মানুহৰ লগত কথা-বতৰা পাতি থাকিবলৈ পালে হয়তো মনটোও কিছু প্ৰফুল্ল থাকিব।"

আলোকে সম্মতি জনালে অৱশ্যে নানা কিছু কামত লাগি থকাৰ কাৰণে আলোকৰ আজিকালি আজৰি কম। তথাপি মাজে মাজে সি নিশ্চয় যাব।

শ্ৰীকণ্ঠই ক'লে, "মই এবাৰ ডিব্ৰুগড়ৰ পৰা আহাগৈ বুলি ভাবিছো। নিশাও কিছুদিনৰ কাৰণে তেজপুৰলৈ যাব খুজিছে। ইয়াতে থকাটো হ'লে ঘৰো এটা ল'ব লাগিব। ভাড়া অৱশ্যে চৰকাৰে দিব। পাৰিলে খবৰ ৰাখিবচোন ভাল ঘৰ এটা যদি পোৱা যায়।"

আলোকে আশ্বাস দিলে : সি নিশ্চয় ঘৰ এটা ঠিক কৰি দিব।

* * *

এদিন আবেলি কোনো খবৰ বাতৰি নিদিয়াকৈ নীৰা আহি ওলালহি কলিকতাৰ পৰা।

আলোক ঘৰতে আছিল। যথেষ্ট আজৰি থকা সত্বেও আৰু মনটোৱে টানি থকা সত্বেও আলোক আজি নিশাৰ ঘৰলৈ বা অন্য কোনো ফালে ওলাই যোৱা নাই। ইতিমধ্যে আলোকে উপলব্ধি কৰি উঠিছে যে, নিশাৰ সঁচাকৈয়ে এটা পৰিবৰ্তন হৈছে। আলোকৰ লগত এই কেইদিন নিশাই যি প্ৰাণহীন আৰু গতানুগতিক ব্যৱহাৰ কৰিছে তাৰ কোনো কাৰণ বিচাৰি নেপাই আলোক ক্ষুণ্ণ আৰু হতাশ হৈছে। নিশাৰ এনে ব্যৱহাৰৰ কোনো কাৰণো আলোকে ভাবি পোৱা নাই। মই কি কৰিলো, মইতো এটা মুহূৰ্তৰ কাৰণেও নিশাৰ মৰমক অপমান কৰা নাই, নিশাৰ ভাল পোৱাক বিশ্বাস ঘাতকতা কৰা নাই। মোৰ লগত নিশা ইমান প্ৰাণহীন হৈ পৰিছে কিয় ? অথচ সুধিলেও

নিশাই কেৱল করুণ ভাবে হাঁহে, একো নকয়। আলোকৰ আৰু বেছি অশান্তি লাগিল।

এইবোৰকে ভাবি বহি আছিল আলোক। আজি কিছুদিন একো লিখা নাই। কিন্তু মনটোৰ মাজৰ ছন্দবোৰ হেৰাই যোৱা যেন লাগিছিল। কবিতা লিখা যেন এইটো মুহূৰ্তত আত্ম প্ৰবঞ্চনা হে হ'ব। দূৰত থাকোতে নিশাৰ কাৰণে আলোকৰ প্ৰাণত যি মৰু তৃষ্ণা অহৰহ জাগ্ৰত হৈ থৈছিল, এবাৰ নিশাক দেখা পাবৰ কাৰণে, এতিয়া তাতোকৈ বেছি গভীৰ এটা আত্মনিগ্ৰহৰ বেদনাই আলোকক বিব্ৰত কৰি তুলিলে। ময়েই ক'ৰবাত ভুল কৰিছো। ময়েই ক'ৰবাত নিশাৰ প্ৰাণত আঘাত দিছো, কিন্তু কি কৰিলো মই ?

আলোকে ভাবি নেপালে।

কালৰ পকনীয়া সোঁতে নিশা আৰু আলোকক ঘূৰাই-পকাই একটা ঘাটলৈকে বাৰে বাৰে ফিৰাই আনিছে। নিশাক যদি আলোকে জীৱনৰ আন্ধাৰ পথৰ চাকি কৰি লৈছে, প্ৰাণৰ পৰশমণি কৰি লৈছে, নিশা হেৰাই যাব লাগিলে, আলোকে জীৱনৰ দিশ হেৰুৱাই পেলাব। নিশায়ো এই কথা জানে, তথাপি যেন ক'ৰবাত কিবা খুট লাগিছে। কিবা ভুল হৈছে। কিন্তু বুজিব নোৱাৰা এই ভুলৰ উৰাদিহ বিচাৰি নেপাই আলোকৰ মনটো ওপৰি উঠিছিল।

নীৰা আহি ওলালহি।

আলোকৰ নিমাও-মাও ঘৰটো হঠাৎ অলপ সজীৱ হৈ উঠিল। নীৰা সদায় উচ্ছল, সদায় জীৱন্ত।

অন্যান্য কথাৰ পিছত নীৰাই ক'লে, "গুৱাহাটীত নোলোৱাম বুলিহে ভাবিছিলো। কিন্তু নিশা বাইদেউহঁত আহিছে বুলি গ'ম পালো। ভাবিলো এবাৰ দেখা কৰি যাওঁ নহলে আপোনাক আমনি নকৰিলো হেতেন।"

হাঁহি আলোকে ক'লে, "মোৰ ঘৰলৈ অহাৰ কাৰণ তুমি নজনালেও হ'ব নীৰা, কলিকতাৰ পৰা ভালে ভালে ঘূৰি আহিলা নে নহয় ?"

"অহা যোৱাত হে কিছু কষ্ট, বাকী ভালেই। আপুনি ইমান মনে মনে অকলশৰে বহি আছিল যে ?"

"অকলশৰে থাকিলে মানুহে মনে মনেই থাকে, অকলশৰে কথা কৈ থাকিলে—"

"বাৰু হৈছে হৈছে। অকলশৰে কথা কৈ থাকিলে পাগল বোলে। আৰু অকলশৰে এনেয়ে ঘৰৰ ভিতৰত মনে মনে সোমাই থকাটোও বৰ ভাল কথা নহয়। মই কিন্তু আজি ৰাতি ইয়াতহে থাকিম।

আলোকে করুণ ভাবে হাঁহিলে।

"হাঁহিলে যে?" নীৰাই সুধিলে।

"তোমালোক ছোৱালীবোৰ প্ৰত্যেক বাৰ নতুন হৈ আহা নহয়?" নীৰাই আলোকৰ মুখলৈ চালে। সপ্ৰশ্ন দৃষ্টি।

"কিনো নতুন হৈ আহিলো?"

আলোকে ক'লে, "মোৰ ঘৰলৈ অহাৰ কাৰণ কৈছা, মোৰ ঘৰলৈ আহি মোৰ ঘৰত থকাৰ বন্দবস্ত কৰিছা, এইবোৰ নতুন কথা নহয়? বাক যোৱা তুমি গা পা ধুই লোৱাগৈ, তাৰ পিছত কথা বতৰা পাতিম।"

হাঁহি নীৰাই ক'লে, "গা ধুই উঠি আহিলে কিজানি মোক আকৌ নতুন যেন দেখে?"

নীৰা বাথৰুমলৈ গ'ল—গা পা ধুধুলে বেলৰ কয়লাৰ ময়লা বোৰ নেৰায়।

আলোক তেতিয়াও বহি থাকিল। বান্ধনিটোক মাতি ক'লে, নীৰাৰ কাৰণেও যেন ভালকৈ ভাত ৰান্ধে।

নীৰা কলিকতালৈ কিয় গৈছিল। সেই কথা আলোকৰ সুধিবৰ মন আছিল যদিও নুসুধিলে। সেইটো নীৰাৰ ব্যক্তিগত কথা। নিজে নকলে সুধি জানিবলৈ বিচৰাৰ দৰকাৰ নাই।

গা পা ধুই, কাপোৰ কানি পিন্ধি প্ৰায় এঘণ্টাৰ মূৰত নীৰা আহি আলোকৰ সন্মুখত বহিলহি। আলোকে নীৰালৈ চালে। গা ধুই উঠাৰ কাৰণে নীৰাৰ মুখখন শান্ত আৰু উজ্জল হৈ উঠিছে।

নম্ৰভাবে আলোকে ক'লে, "তুমি কেইদিনমান ইয়াতে থাকিবা নহয়, নীৰা?"

আলোকৰ চকুলৈ চাই নীৰাই ক'লে, "মই কেদিনমান থাকিলে আপুনি ভাল পাব নেকি?"

"নিশা বাইদেৱেৰা আহিল নহয়। তেওঁক দেখা মেলা কৰি দুই চাৰিদিন থাকি যোৱা।"

"আপুনি গৈছে?"

আলোকে কোনো উত্তৰ নিদিলে।

ইতিমধ্যে বান্ধনিটোৱে আহি ক'লে যে, ভাত বাঢ়িছে।

"বলা নীৰা, ভাত কুঁঠি খাই লওঁ।"

ভাত খাই থাকোতে নীৰাই পাতলীয়া ভাবে ক'লে, "আহি পোৱাৰ পৰা

ৰাক আপুনি মোক কিয় আগৰদৰে মাত বোলা কৰা নাই? মেজাজ মনেৰে আছে কিয়?"

আলোকে ক'লে, "ডিব্ৰুগড়ত তুমি আগৰ ঠাইতে আছা?"

মই বদলি হৈছো যেন পাইছে নেকি? আগৰ ঠাইতে আছো। আগৰ নিচিনাই আছো—নাই জানো?"

ভাত খাই উঠি আলোকে ক'লে, "দুদিনমান যদি থাকা, তোমাৰ লগত মই বহুত কথা পাতিম নীৰা। আজি তুমি জাগৰে জুগৰে আহিছা, শোৱাগৈ যোৱা।"

আলোকৰ ফালে অলপ হাঁহি পৰি নীৰাই লঘুভাৱে ক'লে, "মই ইয়াত থকাৰ কথা জানিলে নিশা বাইদেৱে আপোনাক একো নেভাবে নহয়?"

"যদি ভাবে কি উপায় আছে?" আলোকে গাভ নলগাভাৱে ক'লে।

বিচনাখনত পৰি নীৰাই ক'লে, "মই শোও তেনেহলে। ৰাতি জানো কিমান হ'ল?"

"আজি ৰাক একো নিবিচাৰো। কেইদিনমান যদি থকাটো হয় তেতিয়া ৰাক আপোনাক আমনি কৰিম, আপুনিও দুখৰ জানো এতিয়া?"

চকীখন নীৰাৰ বিচনাৰ কাষ চপাই আনি আলোকে গভীৰ মাতেৰে ক'লে, "তোমাৰ টোপনি আহিছে জানো নীৰা?"

আলোকৰ মাতটোৰ গভীৰতাত নীৰাই অলপ কৌতূহল অনুভৱ কৰিলে।

"লাইট জ্বলি থাকিলে মোৰ টোপনি নাহে," নীৰাই শান্তভাৱে ক'লে।

বহাৰ পৰা উঠি গৈ আলোকে লাইটটো নুমাই দিলে, আৰু আকৌ আহি নীৰাৰ বিচনাৰ কাষতে বহিলহি।

আলোকৰ হাতখন নিজৰ হাতলৈ নৈ নীৰাই ক'লে, "কওক, আপুনি মোক কিবা ক'ব?"

ভালেমান পৰ আলোকে নিৰৱে বহি থাকিল।

"মই অহাৰ পৰা লক্ষ্য কৰিছো আপুনি কিবা এটা চিন্তা কৰি আছে। মই আহি এইদৰে থকাৰ কাৰণে বেয়া পাইছে নহয় জানো?"

নিজকে কোৱাৰ দৰে আলোকে ক'লে, "মোৰ একো হোৱা নাই নীৰা খাইছো, বৈছো, ক'টলৈ গৈছো,—মাত্ৰ—"

"মাত্ৰ কি হৈছে?"

"মাত্ৰ সকলো কৰিও, একো কৰিছো যেন লগা নাই, একো ভাল লগা নাই মোৰ।"

"একো ভাল লগা নাই? কেলেই?"

"কেলেই মই তোমাক বুজাই ক'ব নোৱাৰিম নীৰা।" আলোকে ক'লে।

কিছুপৰ নীৰা মনে মনে থাকিল। তাৰ পিছত অন্ত একজনী মানুহে কোৱাৰ দৰে ক'লে, "মই মোৰ নিজৰ মনৰ কথাকে বুজিব নোৱাৰো, আপোনাৰ মনৰ কথানো কেনেকৈ বুজি পাম? তথাপি ধ'তে থাকো আপোনাৰ কথা মোৰ মনত পৰে। আপোনাৰ কথা মই চিন্তা কৰি চাওঁ। আপুনি বেয়া নেপাব। কেতিয়াবা মোৰ মনত লাগে যে, আপুনি কাৰোবাৰ বহুত মৰম বিচাৰে। আৰু আপোনাক মৰম কৰোঁতা তেনেকুৱা কোনো নাই, কোনোবা আছে জানো?"

আন্ধাৰতে আলোকে নীৰাৰ মুখৰ ফালে চালে। অতি ক্ষীণ মাতেৰে আলোকে ক'লে, "কব নোৱাৰো নীৰা, মোক মৰম কৰোঁতা কোনোবা আছে নে নাই। হয়তো তোমাৰ কথাই সঁচা, মোক মৰম কৰোঁতা আজি কোনো নাই।"

আৰু কিছুপৰৰ বেদনাৰ্ত্ত নিৰৱতা পাৰ হৈ গ'ল।

সেই নিৰৱতা ভাঙি নীৰাই ক'লে।

"আপুনিতো এতিয়া বিয়া কৰাব পাৰে। কিয় বিয়া নকৰায়?"

আলোকে নীৰাৰ প্ৰশ্নটোত অলপ অস্বস্তি অনুভৱ কৰিলে। বিয়া কৰোৱাৰ কথা যেন সম্পূৰ্ণ বাদ দি দিছে। আলোকে একো নকলে।

আলোকৰ নিৰৱতাত যেন নীৰা উল্লসিত হৈ উঠিল। নীৰা বিচনাতে বহিল। আৰু আলোকৰ কান্ধৰ ওপৰত এখন হাত থৈ ক'লে, "কওক, আপুনি কিয় বিয়া নকৰায়। বিয়া কৰাওক দেখিব আপুনি বিচৰা সকলো মৰম পাব।"

আলোকে তেতিয়াও একো নেমাতিলে।

অধিক উল্লাসেৰে নীৰাই ক'লে, "বিয়া কৰাব, নহয় জানো? ছোৱালীজনী বাৰু কেনে? মই চিনি নেপাওঁ কিজানি নহয়? এইবাৰ আৰু বাইদেৱে এলাহ কৰিব নোৱাৰে। কালিলৈকে মই নিশা বাইদেউক ক'ম। খুব সোনকালে আপোনাৰ বিয়া পাতিবই লাগিব। নহলে দিনে দিনে আপুনি হাঁহিব নজনাহে হৈ আহিছে।

ভয় খোৱাৰ দৰে অস্পষ্ট গভীৰ মাতেৰে আলোকে ক'লে।

"নীৰা"—

"কি ক'ব?"

লাহে লাহে আলোকে ক'লে, "নিশাক তুমি একো নকবা নীৰা। নিশা

ঘূৰি আহিছে। মইয়েই নিশাক সকলো কথা ক'ম। নিশায়ো এতিয়ালৈকে খুব মৰম কৰিছিল, কিন্তু—"

"আজি কালি মৰম নকৰা হ'ল নেকি ?"

আলোক মনে মনে থাকিল।

হাঁহিবৰ চেষ্টা কৰি নীৰাই ক'লে, "মতা মানুহবোৰ বৰ অবুজ। সকলোৱে সকলোকে মৰম কৰিব নোৱাৰে নহয়। এসময়ত নিশা বাইদেৱে আপোনাক খুউব ভাল পাইছিল, খুব মৰম কৰিছিল নহয় জানো ? কিন্তু এতিয়া আৰু আনৰ লগত বিয়া হোৱা মানুহ এজনীয়ে তেনেকৈয়ে আপোনাক মৰম কৰি থাকিব কেনেকৈ পাৰিব ?"

আলোক বহাৰ পৰা উঠিল।

"কি হ'ল উঠিল যে ! মোৰ কথাত বেয়া পাইছে ?"

"ৰাতি বহুত হ'ল, তুমি শোৱা নীৰা।" আলোকে ক'লে।

"মই নাৰ্চ। বেছিভাগ ৰাতি নোশোৱাকৈয়ে কটাওঁ। বাৰু ভালো। আপুনিও শুই থাককগৈ যাওক। বিয়াও নকৰায়; মৰমো বিচাৰে। আপোনালোক যে কি।" হাঁহি নীৰাই ক'লে।

নীৰাৰ উৎফুল্লতাই কিন্তু আলোকৰ মনলৈ কোনো আনন্দ নানিলে। শান্তভাৱে আলোকে ক'লে, "এইয়াতো হস্পিতাল নহয়। এইয়া মোৰ ঘৰ। ইয়াত তোমাৰ টোপনি খটি কৰিবৰ দৰকাৰ নাই। ইয়াহঁতো কাৰো নাৰ্চ কৰিব নালাগে।"

"ভয় নাই। আপোনাৰ মনৰ বেমাৰৰ নাৰ্চিং কৰিবলৈ মই নিবিচাৰো। সকলোৱেই বেমাৰী, কোনে কাৰ নাৰ্চিং কৰিব ?"

নীৰাৰ শেষৰ কথাখিনি যেন বৰ কৰুণ শুনালে।

অলপ আঁতৰি গৈ নীৰাৰ কাষে ঘূৰি আলোকে ক'লে। "কালিলৈ তুমি নিশাহঁতৰ ঘৰলৈ যাবা নহয় নীৰা—?

"ও যাম বুলি ভাবিছো।" "নিশাক মোৰ কথা একো নকবা দেই।"

"একো নকম ? কিয় ? আপোনাৰ কথা জানো বাইদেৱে জানিবলৈ নিবিচাৰিব ?"

"নিবিচাৰে। কিয় বিচাৰিব ? আৰু বিচাৰিলেও তুমিনো কি ক'বা। তুমিনো কি জানা ?"

"এৰা, মই আপোনালোকৰ কথা একো নেজানো। বাৰু মই একো নকওঁ আপুনি চিন্তা নকৰিব ,"

তাৰ পিছত হাঁহি নীৰাই ক'লে, "আৰু যদি বাইদেৱে আপোনাৰ কথা সোধে, মই ক'ম যে আপুনি কবলৈ মানা কৰিছে—হ'লতো ?"

আলোক অলপ পৰ আন্ধাৰতে থিয় দি থাকিল। তাৰ পাছত নীৰাৰ কাষলৈ আহিল আৰু নীৰাৰ কান্ধত হাত এখন থৈ ক'লে, "বিদেশৰ পৰা ঘূৰি অহাৰ পিছত নিশা বহুত সলনি হৈ আহিছে। তুমি নিজেই দেখিবা। কথা বতৰা সাৱধানে পাতিবা কিন্তু—"

"বাইদেৱে মোক সদায় মৰম কৰে। বাৰু কালিলৈ দেখিম নহয়—"

"এতিয়া শুই থাকা—" কৈ লাহে লাহে আলোক কোঠাটোৰ পৰা ওলাই গ'ল।

## ॥ বিয়াল্লিশ ॥

প্ৰথমে আলোকে ভাবিছিল ভালেমান দিন আঁতৰি থকাৰ কাৰণে নিশাৰ মনে পূৰ্বৰ অৱস্থালৈ ঘূৰি যাবলৈ সময় লৈছে। তদুপৰি নিশা আহি আছেহি বঙ্গনাইতৰ ঘৰত। নিজ ঘৰত থাকিবলৈ ললে নিশা পুনৰ সহজ হৈ পৰিব। আজিৰ নিশাৰ অবোধ্য উদাসীন ব্যৱহাৰ সদায় নেথাকে। যিদিনাই নিশাই মোৰ লগত নিষ্ঠুৰ ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰিব, সেইদিনাই মোৰ জীয়াই থকা অৰ্থহীন হৈ পৰিব।

আলোকে ভাবিছিল যে তেজপুৰৰ পৰা ঘূৰি অহাৰ পিছত নিশা নিশ্চয় সলনি হৈ আহিব। বৰ্তমানৰ প্ৰাণহীন জড়তা নোহোৱা হৈ যাব, মই অপেক্ষা কৰিম। কিন্তু যদি সঁচাই নিশাই ইয়াৰ পৰা যোৱাৰ লগে লগে সমগ্ৰ অতীতটোক ধুই মচি পেলাইছে, তেন্তে ময়ো নিজৰ পথ বিচাৰি ল'ম।

বঙ্গনাইতৰ ঘৰত যিমান কেইদিন আলোকে নিশাক লগ পালে, সিমান দিন আলোকে কথা বতৰা আৰু ব্যৱহাৰৰ পৰা অনুভৱ কৰিলে যেন নিশা অন্য এজনী ছোৱালী। ইয়াৰ কাৰণো আলোকে জানিবলৈ বিচাৰিলে। কিন্তু সেই সম্পৰ্কত নিশাৰ কোনো উত্তৰ নাই। নিশাই সেই কথা সুধিলে মাথোন কৰুণভাৱে হাঁহে। এই ৰহস্যময়, অবোধ্য মৌনতাই আলোকৰ দিনবোৰ বৰ অস্বস্তিকৰ কৰি তুলিলে।

তথাপি আলোকে প্ৰতিজ্ঞা কৰিবৰ কাৰণে নিজকে প্ৰস্তুত কৰিলে।

আলোকে ভাবি চালে নিশাৰ লগত কোনো অবাঞ্চনীয় ব্যৱহাৰ এতিয়ালৈকে সি নাই কৰা। সুদীৰ্ঘ দিন নিশাৰ কাৰণেই সি বাট চাই আছে। নিশাৰ কাৰণেই বন্দনাৰ পৰা অহা বিয়াৰ প্ৰস্তাৱ সি বিনা দ্বিধাই প্ৰত্যাখ্যান কৰিলে। নিশা যোৱাৰ পিছত সি নিয়ম মতেই নিশালৈ চিঠি লিখি আছিল, কিন্তু নিশাই কোনো চিঠিৰ উত্তৰ নিদিলে। অৱশেষত নিশাৰ চিঠিৰ কাৰণে বাট চাই চাই সি চিঠি লিখা এৰি দিলে। এইবাৰেই জানো নিশাই তাক ভুল বুজিব লাগে?

এদিন আলোকে নিশালৈ এখন চমু চিঠি লিখিলে।

"মৰমৰ

নিশা,

মই তোমাক কি কৰিলো যে, তুমি মোৰ লগত এনে নিষ্ঠুৰ ব্যৱহাৰ কৰিছা? সুদীৰ্ঘ দিন তোমাৰ স্বপ্নকে বুকুত বান্ধি, তোমাৰ চিন্তা, তোমাৰ সাধনাকে কৰি মই বাট চাই ৰ'লো, কিন্তু তুমি আছিলা সম্পূৰ্ণ সলনি হৈ। তোমাৰ এই উদাসীনতা আৰু মৌনতা মোৰ কাৰণে অসহ্য। তুমি স্পষ্টকৈ নোকোৱা কিয় মোৰ লগত এনে আচহুৱা ব্যৱহাৰ কিয় কৰিছা। যদি তুমি কোৱা যে আমাৰ সকলো স্মৃতি পাহৰি গৈ আমি সকলো সম্পৰ্ক ছিন্ন কৰি, নিজ নিজ পথত গুচি যাবৰ সময় হৈছে—মই তাকেই কৰিম। এই বহল জনপূৰ্ণ পৃথিৱীখনত আজি তোমাৰ বাহিৰে মোৰ আৰু কোনোৱেই নাই। মই একেবাৰেই অকলশৰীয়া। তুমিও যদি মোৰ জীৱনৰ পৰা আঁতৰি পৰিবৰ সিদ্ধান্ত কৰিছা, সেই কথা মোক স্পষ্টভাৱে জনাই দিলে মই বৰ্তমানৰ অসহ্য অৱস্থাৰ পৰা মুক্তি পাম, অলপ শান্তি পাম। অন্ততঃ তোমাক শান্তি দিবলৈ চেষ্টা কৰিব পাৰিম। কিন্তু এনে নিৰুত্তৰ মৌনতা মোৰ কাৰণে অসহ্য।

যদি তোমাৰ মৰমৰ জগতত মোৰ কাৰণে সকলো ঠাই শেষ হৈ গৈছে, তেন্তে মই অকলশৰেই নিজৰ পথত ভৰি দিম। কিন্তু তাৰ কাৰণে তোমাৰ মনৰ অৱস্থা মই জানিবলৈ বিচাৰো।

—তোমাৰ মামা।"

চিঠিখন আলোকে নিজেই বন্দনাহঁতৰ ঘৰলৈ গৈ নিশাক হাতে হাতে দি আহিল! সহজ নিৰুদ্বেগেৰে নিশাই চিঠিখন লৈ ব্লাউজৰ মাজত সুমাই থলে। আলোকে নিশাৰ মুখলৈ সপ্ৰশ্ন চাৱনিৰে চালে। নিশা একেই নিৰুত্তৰ। আগে নিশাই আলোকৰ এখন চিঠি পালে আনন্দত অধীৰ হৈ পৰে, নেপালে অভিমানত ভাগি পৰে। কিন্তু আজি আলোকে দেখি স্তম্ভিত হ'ল—নিশা

নিৰ্বিকাৰ। আলোক হতবাক হৈ গ'ল। হতাশ হৈ আলোকে ঘৰলৈ ঘূৰি আহিল।

ইয়াৰ তিনিদিনৰ পাছত আলোকে ডাকযোগে এখন চিঠি পালে। নিশাই লিখিছে চমু চিঠি :—

"মৰমৰ

মামা,

বহুত ক'থা আপোনাক ক'ব লগীয়া আছে, কিন্তু মুখৰেহে ক'ম, চিঠিৰে জনাব নোৱাৰো। মই জানো আপুনি মোৰ ব্যৱহাৰত বিৰক্ত হৈছে। হয়তো খঙো উঠিছে মোৰ ওপৰত। কিন্তু মই নিৰুপায়। মোৰ হিয়াখন এদিন আপোনাৰ হাতত্তে সঁপি দিছিলো-তাক আৰু ঘূৰাই আনিব নোৱাৰো। কিন্তু হয়তো আমাৰ পূৰ্বৰ সম্পৰ্ক সম্পূৰ্ণ সলনি কৰি পেলাব লাগিব। আপুনি মোক ভুল নুবুজিব। আজিও মোৰ সকলো ভাল পোৱাৰ অধিকাৰী আপুনিয়েই, কিন্তু আমাৰ অন্য সকলো সম্পৰ্ক শেষ হৈ গৈছে বুলি ধৰক।

এদিন সকলো কথা আপোনাক বুজাই ক'ম।

আপোনাৰেই

"নিশা"।

পুনঃ—আমি সাৱধান নহলে হয়তো ভয়াবহ অৱস্থাৰ সন্মুখীন হব লাগিব। তেখেতে আমাৰ বহুত কথাকে জানি পেলাইছে।

চিঠিখন পঢ়ি উঠি আলোকৰ মূৰটো ঘূৰোৱা যেন লাগিল। তাৰ ডিঙি শুকাই গ'ল, এটা অজানিত ভয়ত তাৰ বুকুৰ ভিতৰখন হমহমাই উঠিল। নিশাৰ ওপৰত ইমান দিনে কৰি অহা সন্দেহ এক মুহূৰ্ত্ততে নোহোৱা হৈ গ'ল। স্বামীৰ সন্দেহৰ জগতত অসহায় নিশাজনীৰ মৌনতা যে ইমান মৰ্মান্তিক তাক আজি আলোকে উপলব্ধি কৰিলে। ভিত্তিহীন অভিযোগেৰে নিশাৰ ভালপোৱাক সন্দেহ কৰিবলৈ আৰম্ভ কৰাৰ কাৰণে যি নিজকে ধিক্কাৰ দিলে।

হয়তো বহুত লাঞ্ছনা সহ্য কৰিব লগীয়া হৈছে নিশাই। ডাক্তৰ শ্ৰীকণ্ঠ সৈনিক ডাক্তৰ, মানুহৰ অনুভূতিবোৰৰ গভীৰতা বুজি পাবৰ শক্তি জানো তেওঁৰ আছে? আৰু এজন স্বামী হিচাবে নিশাৰ আচৰণক সহজে ক্ষমা কৰিবৰ মনোভাৱকে বা শ্ৰীকণ্ঠই বিচাৰি পাব ক'ৰ পৰা? সেই কাৰণেই কি নিশাৰ স্বাস্থ্য ভাগি পৰিছে? সেই কাৰণেই কি নিশাৰ হাৰ্টৰ অসুখ আকৌ বেছি হৈছে? সেই কাৰণেই কি অসহায় নিশা উদাসীন হৈ পৰিছে?

তুমি মোক ক্ষমা কৰিবা নিশা মই মোৰ কালৰ পৰাই তোমাক বিচাৰ কৰিছিলো তোমাৰ কালৰ পৰা মই একোকে ভাবি চোৱা নাছিলো।

আলোকে নিশাৰ চিঠিখন কেইবাবাৰো পঢ়িলে। সি অনুভৱ কৰিলে যেন এখন বেদনা-ভাৰাক্ৰান্ত অন্তৰেৰে নিশাই এই কথাখিনি লিখিছে। ইয়াতকৈ বেছি কথা লিখিবৰ শক্তি নিশাৰ এতিয়া নাই!

আলোকে এবাৰ শ্ৰীকণ্ঠৰ কথা মনত পেলালে, শ্ৰীকণ্ঠ মানুহজনো যথেষ্ট গম্ভীৰ হৈ পৰা নাইনে?

আলোকে নিজকে ক'লে, আমি নিকপায় নিশা তোমাৰ মৰম হেৰুৱাব লাগিলে, মোৰ জীয়াই থকা অসম্ভৱ হৈ পৰিব। মই জানো তুমি মোৰ কাৰণেই ঘূৰি আহিছা। সমগ্ৰ পৃথিৱীয়ে জানি গলেও, আমি দুয়োকে দুয়ো ভাল নেপাই নোৱাৰো। সেয়ে আমাৰ জীয়াই থকাৰ অৱলম্বন।

হঠাৎ গোটেই পৰিস্থিতিটোৰ কথা ভাবি আলোকৰ ভয় লাগি গ'ল। সকলো কথা জানি কিজানিবা ডাক্তৰে নিশাৰ ওপৰত অত্যাচাৰ চলাইছে! মৰ্মান্তিক লাজত কিজানিবা নিশাই সেই কথাটো কাকো ক'ব উপায় নাপাই এনেদৰে নীৰৱ হৈ গৈছে! কিন্তু কি জানিছে, শ্ৰীকণ্ঠই সকলো? কিন্তু সকলো জনাৰ পাছত জানো শ্ৰীকণ্ঠই নিশাক ক্ষমা কৰিব পাৰিছে?

শ্ৰীকণ্ঠই জানি গৈছে নিশাই মোক ভাল পায়! কেনেকৈ জানিলে সেই কথা, নিশাৰ পৰা, কিন্তু নিশাই জনাব কিয়? নিতান্ত পাগল হৈ নপৰিলে নিশাই আমাৰ ভালপোৱাৰ কথা পৃথিৱীৰ কাকো কেতিয়াও জনাব নোৱাৰে।

আলোকৰ মনটো অস্থিৰ হৈ উঠিল। দুটা পথৰ সীমান্ত, দুখন হিয়াৰ সীমান্ত কৰবাৰ পৰা আহি হঠাৎ থিয় দিলেহি এটা ভয়ানক দৈত্য, সেই দৈত্যটোৰ নাম শ্ৰীকণ্ঠ। সেই দৈত্যটোৱে মৰমবলীয়া দুখন কোমল হিয়াক চেপি-খুন্দি, ভাঙি চুৰ্ণ কৰি পেলাবৰ আয়োজন কৰিছে। মৰমৰ এখন টুকুৰা পৃথিৱী গছকি ভাঙি ধূলিস্যাৎ কৰি পেলাব খুজিছে!

আলোকৰ ভয় লাগি গ'ল।

কিন্তু শ্ৰীকণ্ঠৰ ভয়ত জানো নিশাই প্ৰাণৰ অনুভূতিক বন্ধ কৰি ৰাখিব পাৰিব? নিশা ছোৱালী মানুহ। হয়তো পাৰিবও পাৰে। কিন্তু মই কি কৰিম? আজি মোৰ সমগ্ৰ জীৱন আৰু জগত জুৰি আছে কেৱল নিশা। মোৰ কাৰণে নিশা অপৰিবৰ্তনীয়, নিশা চিৰন্তনী, নিশা কেৱল এটা দৈহিক অস্তিত্ব নহয়, নিশা এটা আত্মিক সত্তা। নিশা মিলি আছে মোৰ প্ৰতিটো নিশ্বাসৰ লগত। মোৰ সকলো কৰ্ম, সকলো চিন্তা, সকলো কল্পনা, সকলো প্ৰেৰণা

জীয়াই আছে নিশাক কেন্দ্র কৰি। য'তেই নেথাকক, যিহকে নকৰক, নিশা মোৰ জীৱনৰ অভ্রান্ত ধ্রুৱলক্ষ্য। যিমানে আলোকে নিশাৰ কথা ভাবিলে, সিমানে সৌন্দৰ্য্যই নতুন অৰ্থ, নতুন মাধুৰীৰে ঐশ্বৰ্য্যশালী হৈ দেখা দিলে আলোকৰ মানসত। নিশাৰ ভালপোৱা যেন অটল, অচল হিমাচল ; পৃথিৱীৰ কোনো ধুমুহা, ভুঁইকঁপে তাক লৰাব নোৱাৰে।

আলোকে নিজৰ প্ৰাণৰ মাজত এটা নতুন শক্তি বিচাৰি পালে। মনৰ মাজলৈ হেৰোৱা আনন্দবোৰ ঘূৰি অহা যেন পালে। নিশাৰ মৌনতা অৰ্থপূৰ্ণ হৈ উঠিল। ভালেমান দিনৰ মূৰত আলোকে আকৌ কবিতা লেখাৰ নতুন প্ৰেৰণা যেন বিচাৰি পালে।

কিন্তু আলোকে অনুভৱ কৰিলে যে সি সম্পূৰ্ণ মুক্ত আৰু নিঃশঙ্ক হব পৰা নাই। ক'ৰবাত যেন এটা দুৰ্লঙ্ঘ্য বাধা ৰৈ গৈছে। সি অনুভৱ কৰিলে যেন বসন্তৰ সকলো পয়োভৰে পূৰ্ণ এখন ফুলনীৰ একাষে ৰৈ সি সকলো ৰূপৰস বুকুত সাবটি লবলৈ ধৰোতে হঠাৎ ফুলনীৰ মাজত এটা মৰা'শ পৰি থকা দেখা পালে, সি শঙ্কিত হৈ উঠিল।

কিন্তু আলোকে নিজকে ক'লে, নিশাৰ মৰমৰ জগত-খনৰ মাজত থাকো মানে পৃথিৱীৰ কালৈকো মোৰ ভয় নাই। নিশাই মোৰ পৃথিৱী। আমাৰ প্ৰাণৰ অদেহী সংযোগে আমাক চিৰদিন এক কৰি ৰাখিব। আমি নিৰ্ভয়।

আলোকে মনৰ আনন্দতে এদিন নিশালৈ লিখিলে :

"প্ৰাণৰ নিশা,

আন্ধাৰ হৈছিল, ৰাতিৰ আন্ধাৰ নহয়, এটা মেঘালী শীতৰ দিনৰ আন্ধাৰ। তথাপি ভয় হৈছিল। কিজানি সেই আন্ধাৰৰ মাজতে জীৱনৰ পথ হেৰাই যায়। কিন্তু যি পোহৰৰ মাজত আমি নিজকে চিনি পালো, সেই পোহৰৰ শেষ নাই। আমি:পৈ পালো ৰূপৰ পোহৰৰ সন্ধান। জীৱনৰ চাকি জ্বলি জ্বলি আমাৰ পথত পোহৰ পেলাব। এইয়া যে প্ৰাণৰ অনিৰ্বান শিখা, আমাক আৰু একোলৈকে ভয় নাই নিশা। পথ আমাৰ নিজা, সেই পথৰ আলোকো আমাৰ নিজা। আমাৰ আৰু হেৰাই যোৱাৰ ভয় নাই।......"

নীৰালৈকো লিখিবৰ মন গ'ল আলোকৰ। নীৰাই জানি থাওক আলোকৰ নতুন বসন্তৰ জোৱাৰ আহিছে। এই জোৱাৰে সকলো বাধা, সকলো দীনতাক উটাই লৈ যাব মাথোন ৰৈ যাব আলোক আৰু নিশাৰ মৰমৰ থলকনিৰ গভীৰ ৰেখা।

নিশাক লগ পাই কিন্তু আলোকে দেখিলে নিশা শান্ত, অচঞ্চল, গম্ভীৰ ; যেন

কোনো নতুন আশাৰ বেখাপাত হোৱা নাই, কোনো সম্ভাৱনাৰো সঞ্জালি দেখা নাই। আলোকৰ সকলো উচ্ছ্বাস, উচ্ছ্বাহক শান্ত কৰি দি নিশাই মাথোন ককণ, উদাসীন মাতেৰে ক'লে, "আমি সাৱধান হ'ব লাগিব।"

"কিয় নিশা? কালৈ ভয় কৰিম আমি?—" আলোকে সুধিলে।

"গোটেই জগত খনলৈকে। মোৰ কিন্তু বৰ ভয় লাগে।" আলোকে হাঁহি দিলে।

"জগতখন নিজক লৈ ব্যস্ত নিশা। এটা আলোক অথবা এজনী নিশাৰ কথা লৈ মূৰ ঘমাবলৈ জগতৰ আজৰি নাই।"

নিশাই একো নামাতিলে। নিশাই আলোকক বুজি পায়। আৰু এই উচ্ছ্বাহক শান্ত কৰিবৰ প্ৰয়াস কৰিলেও আলোকক নিৰুত্তৰ কৰিবৰ চেষ্টা নিশাই নকৰিলে।

নিশাই জানে তাইৰ বাহিৰে আৰু আলোকৰ কোনো নাই।

নিশাই মাথোন ক'লে, আমি সমাজত আছো। সমাজৰ চকু আমাৰ ওপৰত আছে। তদুপৰি মোৰ ল'ৰা-ছোৱালী কেইটা আছে। আমি কিবা ভুল কৰিলে সমাজে আমাক ক্ষমা নকৰিব।

লঘুভাৱে আলোকে ক'লে, আমাৰ সমাজৰু মানুহবোৰেই সমাজ। প্ৰাণ-ধৰ্মী সমাজে সুবুজিব কিয় নিশা, প্ৰাণৰ দাবীতকৈ সমাজৰ দাবী ডাঙৰ নহয়।"

নিশাই ক'লে, "আপুনি মস্তা মানুহ। আমাৰ অৱস্থা বেলেগ।"

আলোকে নিশাৰ কথাটো উবাই দিব নোৱাৰিলে।

প্ৰেমে দায়িত্ব শিকায়, কৰ্তব্য শিকায়, জীৱনৰ স্থিৰতা আনে। এই দায়িত্ব আৰু কৰ্তব্যৰ পথৰ পৰা যদি নিশা আৰু আলোক আঁতৰি পৰে সিহঁতে জীৱনৰ পথ হেৰুৱাই পেলাব। প্ৰাণ ধৰ্মৰ যুক্তিয়েই আমাৰ সমাজত অকুণ্ঠ স্বীকৃতি লাভ কৰিব নোৱাৰিবও পাৰে। আলোকৰ জীৱন কেৱল নিজকে লৈ। কিন্তু নিশা মাতৃ, পত্নী, গৃহিণী। নিশাৰ প্ৰেমৰ কাৰণে প্ৰেমেই আটাইতকৈ ডাঙৰ কথা হলেও, শেষ কথা নহয়। উভয়ৰ স্বাৰ্থত নিশা সংযত হব লাগিব, সাৱধান হ'ব লাগিব।

কিন্তু আলোকে অনুভৱ কৰিলে যে, সমাজৰ বুকুৰ পৰা নিজক লুকুৱাই ৰখা কঠিন নহলেও, নিজৰ পৰা লুকাই ৰখা টান কথা। হয়তো আলোকৰ কঠিন, আত্মপৰীক্ষাৰ সম্মুখীন হোৱাৰ প্ৰয়োজন হ'ব। কিন্তু উভয়ৰে স্বাৰ্থত আলোকে নিশাক সমৰ্থন জনালে: "আমি সাৱধান হ'ব লাগিব।"

কিন্তু সাৱধান হোৱাৰ অন্ত অৰ্থ হল যে আলোক আৰু নিশাই ইজনে

গিজনৰ পৰা একবাই আনি নিজৰ নিজৰ পথত গতি কৰিব লাগিব। বিচ্ছেদৰ পথেই এতিয়া নিজৰ প্ৰেমক জীয়াই ৰখাৰ পথ।

* * * *

অন্তৰৰ ভালপোৱা থাকে, দেহাত যৌৱন নাথাকে তথাপি শক্তিশালী প্ৰেমে দেহাৰ ওপৰত কালৰ নিষ্ঠুৰ আক্ৰমণৰ প্ৰভাৱক নিলগাই ৰাখে।

কেইবাদিনো নিশাই বিশ্লেষণ কৰি কবৰ যত্ন কৰিছিল এইয়া ব্যভিচাৰ নেকি? এজন সুস্থ সবল স্বামীৰ বৰ্তমানত এজন অন্য পুৰুষৰ কাৰণে এনেদৰে দেহে মনে কামনা কৰি থকাৰ দৰে নিজক মুক্ত কৰিব নোৱাৰাটো এটা অনৈতিক মনোবৃত্তি নে? গি জীৱনৰ দৰে স'চা এক দুৰ্বিবাৰ পবিত্ৰ আকাংক্ষা, নিশাৰ ল'ৰা-ছোৱালী হাল ডাঙৰ হৈ আহিছে। হৃদৰোগে নিশাৰ দৈহিক আকৰ্ষনীয়তা ক্ৰমে হ্ৰাস কৰি আনিছে। এতিয়া মাথো সজীৱ আৰু অক্ষয় হৈ আছে, নিশাৰ অন্তৰৰ গভীৰ অনুভূতি। যিমানে নিশাৰ শাৰিৰীক সৌন্দৰ্য্য আৰু কামনাৰ উত্তাপ কমি আহিছে সিমানে অন্তৰৰ মৰম তৃষ্ণা যেন সহস্ৰগুণে বাঢ়ি গৈছে। আৰু এই কাৰণেই যেন নিশাই আলোকক সদায় কাষত বিচাৰে। কোনো জীৱন্ত কামনাৰ তাৰণাত নহয় প্ৰণয়ৰ আধাৰক অৱকাশ কৰি কালৰ লগত যুঁজিবৰ শক্তি আহৰণৰ কাৰণে।

এই কথা নিশাই ভালদৰে বুজাই ক'ব নোৱাৰে, আনকি আলোকেও বুজাই ক'ব নোৱাৰে। আলোকৰ সাক্ষাতত নিশাৰ মনৰ কথাবোৰ অসলংগ হৈ পৰে। কম বুলি ভৰা কথাটো কোৱা নহয়। অতি সাধাৰণ বাক্য বিনিময়ত সময় পাৰ হৈ যায়।

আলোক আৰু নিশাৰ সম্পৰ্কৰ বহু কথা শ্ৰীকণ্ঠই জানি গৈছে। জানক। আজি নিশাৰ প্ৰেমে ভীৰুতাত মুখ লুকুৱায়। দুঃসাধ্য হোৱাৰ প্ৰৱণতা আৰু প্ৰয়োজন নাই। আজি নিশাৰ অন্তৰৰ প্ৰেমৰ সমুদ্ৰ গভীৰ প্ৰশান্তিক তাৰ যিদৰে সঙ্কুচিত কৰিব নোৱাৰে, সেইদৰে উত্তাপ উত্তেজনায়ো চঞ্চল কৰি তুলিব নোৱাৰে। এই বাবেই নিশাই কেতিয়াবা নিজকে কয়, এতিয়া মোৰ মৰিবলৈকো কোনো ভয় নাই।

। তিয়াল্লিশ ।

ধুনীয়া এসাজ কাপোৰ পিন্ধি আলোকক লগত লৈ দুই বজাত নীৰা ওলাই গ'ল। আজি আলোকৰ কোনো মত অভিমত নাই, নীৰাই য'লৈকে নিয়ে যাব। সদায় মেখেলা চাদৰ পিন্ধি থকা নীৰাই আজি কিয় শাৰী পিন্ধিলে, সেই কথা আলোকে বৰ নেভাবিলে, কাপোৰ-কানিত আলোকৰ বিশেষ কোনো সংস্কাৰ নাই, শাৰী পিন্ধিলতো নীৰাক দেখিবলৈ অকণো বেয়া হোৱা নাছিল, ভালেই দেখাইছিল।

এটা ঠেক গলিৰ মূৰত বাছৰ পৰা নামি নীৰাই আলোকক ক'লে, "অকণমান এই গলিটোৰেদি যাব লাগিব, আহক, এখন চিনাকী হোটেল আছে, কিবা এটা খাই ল'ম।"

আলোকে একো নেমাতিলে মাত্র অনুভৱ কৰিলে যে কিবা কাৰণত নীৰা অলপ চঞ্চল হৈছে। নীৰাৰ কথা বতৰাত অপাৰ আনন্দৰ ইঙ্গিত।

নীৰাৰ লগে লগে আলোক আগবাঢ়িল।

গলিটো ঠেক, মানুহ কম, দুয়ো কাষৰ ঘৰ বাৰীবোৰ দেখিলে বুজা যায়—ইয়াৰ বাসিন্দাবোৰ ধনী মানুহ নহয়। তদুপৰি বাট-পথ, ঘৰ-বাৰীবোৰ যথেষ্ট অপৰিষ্কাৰ, আলোকৰ সিমান ভাল নেলাগিল।

মাজতে নীৰাই ক'লে, "বিদেশত কেতিয়াবা মিছা কথাও কবলগীয়া হয়, নহয় জানো? যদি তেনেকুৱা অৱস্থাত পৰো আপুনি অন্য ৰকমে নাভাবিব দেই।"

নীৰাৰ কথাৰ তাৎপৰ্য্য আলোকে নুবুজিলে। বৰ বেছি নেভাবিলেও। কলিকতাখন বিদেশ নহয়, দেশৰ ভিতৰৰে এখন মহানগৰ।

বাটৰ বাওঁফালে থকা এখন সৰু হোটেলৰ সন্মুখত বৈ নীৰাই ক'লে, "হয়, এইখনেই আহক।"

দুয়ো সোমাই গ'ল।

হোটেলত বহি আছিল কেইটামান সাধাৰণ মানুহ হয়তো দিনমজুৰ নাইবা মুটিয়া শ্ৰেণীৰ মানুহ।

আলোক আৰু নীৰাক দেখি সকলো যেন স্তব্ধ হৈ গ'ল। কেবেৰীৰ পৰা

আৰম্ভ কৰি সকলোৰে দৃষ্টি নিবদ্ধ হ'ল নীৰাৰ ওপৰত। ঠুটবিত্ত বিবিণ্ডি উঠা ঘাম ডুটোপালেৰে যেতিয়া অলপ পৰিশ্ৰান্ত নীৰাৰ মুখত বঙা তেজবোৰ থুপ খাই পৰিছিল, সকলোৰে চোৰা দেখি আলোকেও এবাৰ নীৰাৰ মুখলৈ চালে। আলোকে লাজ লগা যেন পালে। ইমান ধুনীয়া আৰু বাঙলীজনী হৈ পৰিছে নীৰা, নীৰাক ইমান ধুনীয়া আলোকে কোনোদিন দেখা নাছিল।

লগত আলোকক দেখিয়ে হয়তো অলপ পিছতে মানুহবোৰে নীৰাৰ মুখৰ পৰা মুখ ঘূৰাই আনিলে। স্বামীৰ সমূখতে অন্তৰ পৰিবাৰৰ মুখলৈ চাই থকা অভদ্ৰামী।

কাপোৰৰ বেৰেৰে বেৰা ডুজনীয়া কোঠাটোলৈ সোমাই ডুয়ো মুখা-মুখীকৈ বহিল। আলোকৰ অলপ অস্বস্তি লাগিল, কলিকতাৰ হেজাৰ বিজাৰ হোটেললৈ নগৈ গলিৰ কাষৰ এই সৰু হোটেললৈ অহাৰ নীৰাৰ কি কাৰণ থাকিব পাৰে? ঠাইডোখৰ যেন বৰ সুবিধাজনক নহয়।

এটা বয় আহি থিয় দিলে।

"তাৰ ফালে নোচোৱাকৈয়ে নীৰাই ক'লে, শুদ্ধ বঙালীত—"মেনেজাৰ বাবু ক'ত?"

"ঘৰলৈ গৈছে। অলপতে পাবহি।"

"এতিয়া মেনেজাৰ কোন আছে?"

আলোকে নীৰাৰ প্ৰশ্নটো অবাস্তৱ বুলি অনুভৱ কৰিলে।

বয়টোৱে ক'লে, "বুঢ়া মেনেজাৰ যোৱা বছৰ ঢুকাল, তেওঁৰ পুতেকহে আছে।"

নীৰাৰ মুখখন হঠাৎ ক'লা পৰি গ'ল। তথাপি সংযত থাকিবৰ চেষ্টা কৰি ক'লে, ডুগিলাচ ভীমতো, ডুটা সন্দেশ।"

ভাবপিছত মুৰ তুলি আলোকৰ চকুলৈ চাই হাঁহিবৰ চেষ্টা কৰি ক'লে, "হব নহয়?"

"এইখন হোটেল তুমি আগৰে পৰা চিনি পোৱা, নীৰা?"

নীৰাই ক'লে, "হয়তো একো লাভ নহব—মোৰ চিনাকি মেনেজাৰ জন ঢুকাল।"

মেনেজাৰৰ লগত নীৰাৰ কি সম্পৰ্ক থাকিব পাৰে আলোকে বুজিব নোৱাৰিলে।

অলপ পৰৰ পিছত মেনেজাৰ আহিল, বয়টোৱে কোৱা কাৰণেই হয়তো তেওঁ আহি কোঠাটোৰ মুখত ভুমুকি মাৰিলে।

নীৰাৰ মুখলৈ চাই কিবা ক'বলৈ ধৰোতেই নীৰাই ক'লে, "মোক চিনি পাইছে জানো?"

"নিশ্চয়। আপুনি কেতিয়া আহিলে কলিকতালৈ? এখেত হ'ব পায়"— মানুহজন বৈ গ'ল।

নীৰাই মূৰ তুপিয়াই হাঁহিলে। আলোকৰ কাণমূৰ লাজত ৰঙা পৰিল।

মেনেজাৰে ক'লে "বাবাৰ মৃত্যু হৈছে বোৰা বছৰেই। আপুনি আহিল, অথচ আহিব বুলি আমালৈ চিঠি এখনো নিদিলে।"

"হঠাৎ আহিব লগা হ'ল। সকলো ভাল নহয়?"

"আছে একপ্ৰকাৰ।"

তাৰ পিছত হঠাৎ মনত পৰাৰ দৰে মেনেজাৰে আলোকক প্ৰণাম জনালে আৰু ক'লে, "ক'ৰবাৰ হোটেলত উঠিছেহি হব পায়। সেইটো কিন্তু নহ'ব। আমাৰ ঘৰত থাকিব লাগিব। গৰীৱ বুলি ঘিণ কৰিলে কিন্তু নচলিব।"

কথাৰ উৰাদিহ একো ধৰিব নোৱাৰা সত্বেও আলোকে হাঁহি ক'লে, "মোৰ কোনো আপত্তি নাই।"

নীৰাই কিন্তু ক'লে, "আপোনালোকৰ ঘৰলৈ নিশ্চয় আহিম। কিন্তু আজি আৰু নহয়। আজি এটা ৰৰ জৰুৰী কাম আছে, কিন্তু আহিম সেই বিষয়ে আপুনি নিশ্চিন্ত থাকিব পাৰে। অঃ বাবাৰ যে মৃত্যু হৈছে মই ক'বই নোৱাৰো।"

নীৰাৰ সবিশেষ ঠিকনা আদি নজনাৰ কাৰণে যে খবৰটো পঠোৱা সম্ভৱ নহ'ল, সেই কথা জনাই তেওঁ ক্ষমা বিচাৰিলে।

"আপোনালোক আগৰ ঘৰতে আছে নহয়?" নীৰাই সুধিলে।

"আগৰ ঘৰত, আপোনাৰ মনত আছেতো? উঃ কিমান দিনৰ মূৰত দেখা পালো আপোনাক। আপোনাৰ স্বাস্থ্যৰ কিন্তু বহুত উন্নতি হৈছে"।

আলোকে পইচা দিব খোজা দেখি মেনেজাৰে প্ৰতিবাদ জনালে। অগত্যা পইচাৰ পৰিবৰ্ত্তে সৰল ধন্যবাদকে দি দুয়ো হোটেলৰ পৰা ওলাই আহিল।

আলোকৰ সকলো কথা অবোধ্য যেন লাগিল। মাত্ৰ এটা কথা আলোকক দেখি অচিনাকী মানুহবোৰে যি ধাৰণা কৰিছে, তাত বিশেষ লাজ পাবলগীয়া একো নাই, কাৰণ নীৰা সঁচাকৈয়ে ৰূপহী।

নীৰাই ঘোঁৰাগাড়ী এখন মাতিলে, দুয়ো উঠিল। নীৰাই এটা ঠিকনা ক'লে, গাড়ী চলিল।

আলোকে নীৰাক কোনো প্ৰশ্ন নকৰাকে ঠিক কৰিলে। নীৰা কেতিয়াবা

কলিকতাত আছিল। হয়তো বাপেকৰ লগত ফুৰিবলৈ আহিছিল। ইয়াত চিনাকি মানুহ থকাত আচৰিত হবলগীয়া একো নাই।

কিছু সময় নিৰৱে যোৱাৰ পিছত নীৰাই ক'লে, "আমনি পাইছেনে কি?"

আলোকে কেৱল হাঁহিলে।

প্ৰায় চল্লিশ মিনিটৰ পিছত ঘোঁৰাগাড়ী খন ৰ'ল। দুয়ো নামিল।

আলোকে মূৰ তুলি চাই দেখিলে এখন চাইন বৰ্ড—ত্ৰৈলোক্যেশ্বৰী অনাথ আশ্ৰম।

"ইয়াতনো কি চাবলগীয়া আছে?"

নীৰাই ক'লে, "আহক, ইয়াতে অলপ সোমাম।"

নীৰাৰ মুখলৈ চাই আলোকে দেখিলে, এটা চঞ্চল উদ্বিগ্নতাত নীৰা যেন কিবা কাৰণত অপ্ৰস্তুত হৈ পৰিছে।

"এইটো অৰ্ফেনেজহে নীৰা"।

"এৰা, আহকচোন বাৰু"।

দুয়ো ভিজিটৰ্চ ৰুমলৈ সোমাই গ'ল। এজনী প্ৰায় ৪৫।৫০ বছৰীয়া মানুহ বহি আছিল কিবা লিখি। মূৰ তুলি চালে; চকুৰ ঠাৰেৰে চকী দুখন দেখুৱাই দি ক'লে,

"বহক।"

অলপ পৰৰ মূৰত লিখা শেষ কৰি মানুহজনীয়ে গহীনভাৱে দুয়োৰে মুখলৈ চালে। নীৰাই ক'লে, "মেনেজাৰক লগ পাব পাৰিমনেকি"?

"কিয় কওকচোন?"

সামান্য ইতস্ততঃ কৰি নীৰাই ক'লে, "প্ৰাৰ্থনা নামে ছোৱালী জনীক এবাৰ চাই যাবৰ কাৰণে আহিছো—"

"প্ৰাৰ্থনা—?"

"হয়—"

"কিছু ল'ৰা-ছোৱালী বাহিৰত ফুৰিবলৈ গৈছে। অলপ বহক, মই খবৰ কৰো আছেনে নাই।"

মানুহজনী উঠি গ'ল।

"প্ৰাৰ্থনা কোন নীৰা?" বহুত অসুস্থৰ কৰি আলোকে সুধিলে।

"দেখিব নহয়—"।

আলোক মনে মনে থাকিল।

প্ৰায় পাঁচ মিনিটৰ মূৰত মানুহজনী ওলাই আহিল—লগতে ব্লক পিন্ধা এজনী ৭।৮ বছৰীয়া ছোৱালী।

আলোকে ছোৱালীজনীৰ ফালে চালে! ধক্ ধক্ কৰে বগা, ধুনীয়া এজনী ছোৱালী, চকু দুটা নীৰাৰ নিচিনাই অলপ গাঢ় ক'লা, হাত ভৰিবোৰ কোমল লোহোৰ, চুলিবোৰো নীৰাৰ নিচিনাই অলপ কচুৰা, সোণবৰণীয়া।

ছোৱালী জনীয়ে খেলি থকাৰ পৰা অহাৰ কাৰণে অলপ ফোপাইছিল আৰু মুখখন বৰ ৰঙা পৰিছিল তাইৰ।

নীৰাই বাউলিত ধৰি ছোৱালীজনীক কাষ চপাই আনিলে। ছোৱালী জনীয়ে অবোধ্য চাৱনিৰে এবাৰ নীৰা আৰু এবাৰ আলোকৰ ফালে চাব ধৰিলে চকুত বিস্ময় আৰু প্ৰশ্ন।

মানুহজনী ভিতৰলৈ উঠি গ'ল।

নীৰাই প্ৰাৰ্থনাক আৰু বেছি ওচৰ চপাই আনিলে—কোলাত সুমাই ল'লে, নীৰাৰ চকু মুখত এটা অদ্ভুত বেদনাময় তৃপ্তি স্পষ্ট হৈ উঠিল।

আলোকে একো বুজিব নোৱাৰিলে।

নীৰাৰ কোলাত, নীৰাৰ বাহুৰ মাজত প্ৰাৰ্থনাও যেন শান্ত হৈ পৰিছে।

ৰঙালীতে নীৰাই সুধিলে, "মোক চিনি পাইছা?"

মূৰ জোকাৰি ছোৱালীজনীয়ে নীৰাৰ মুখলৈ চালে—নাই পোৱা।

"ও তুমি মোক চিনি নোপোৱা, মই বহুত দূৰৰ পৰা আহিছো—অসমৰ পৰা আহিছো।"

ছোৱালীজনীৰ চকুত অবাক চাৱনি।

আলোকে এটা চিগাৰেট জ্বলালে। "লিখা পঢ়া শিকিছা?"

ছোৱালী জনীয়ে মূৰ দুপিয়ালে—শিকিছে।

"চিঠি লিখিব পাৰা?"

প্ৰশ্নটো ছোৱালীজনীয়ে নুবুজিলে। চিঠি বস্তুটো কি হয়তো তাক জানিবৰ কোনো সুবিধা তাই, আজিও পোৱা নাই।

অনাথৰ চিঠি পাবৰ আৰু দিবৰ কোনো ঠাই নাই।

"আৰু কি শিকিছা?"

"গান আৰু নাচ।

"ও, ভাল হৈছে।"

নীৰাই ছোৱালীজনীক আৰু ওচৰ চপাই আনি গালত গালখন হেঁচি

ধৰিলে। ছোৱালীজনীয়ে নিজক আঁতৰাই নিনিলে। হয়তো আজিলৈকে কোনেও তাইক এনে ধৰণে মৰম কৰা নাই।

মানুহজনী সোমাই আহিল।

লাহে লাহে নীৰাই প্ৰাৰ্থনাক এৰি দিলে। প্ৰাৰ্থনা কিন্তু বেছি দূৰ আঁতৰি নগৈ মানুহজনীৰ কাষতে থিয় দি ৰ'ল আৰু আলোকৰ মুখলৈ—একেথৰে চাই থাকিল।

মানুহজনীয়ে ক'লে, "তুমি এতিয়া খেলাগৈ যোৱা'।

প্ৰাৰ্থনা যোৱাৰ পিছত তেওঁ ক'লে, "বৰ ভাল ছোৱালী, নাচ-গান, পঢ়া শুনাতো ভাল। কেতিয়াবাহে অলপ আমনি কৰে।"

নীৰাই তেওঁৰ কথাষাৰ বুজিবৰ চেষ্টা কৰিলে। "অন্য একো নহয়, মাজে মাজে ইয়াৰ পৰা আঁতৰি যাব খোজে, কাকো নমনা হয়।"

কিবা ভাবি নীৰাই বেৰখনৰ ফালে একেথৰে চাই থাকিল আৰু কিছুপৰৰ মূৰত ক'লে "অন্য আমনি নাই নহয়?"

"অন্য একো নাই, সৰু ল'ৰা-ছোৱালীৰ সেইবোৰ থাকেই।"

আলোকৰ ফালে চাই নীৰাই ক'লে, "সন্ধিয়াই হ'ল, আমি যাও ব'লক।"

দুয়ো বহাৰ পৰা উঠিল।

বেগৰ পৰা এটা সৰু খাম উলিয়াই নীৰাই মানুহজনীৰ ফালে আগবঢ়ালে।

"এইয়া ধৰকচোন। আহোঁ বাৰু। বহুত ধন্যবাদ।"

মানুহজনীৰ মুখখন অলপ উজ্জ্বল হ'ল। ক'লে, "কোনো ভাবনাৰ দৰকাৰ নাই। ইয়াত সকলোৰে ভাল যত্ন লোৱা হয়।"

প্ৰণাম কৰি দুয়ো ওলাই আহিল। তেতিয়া ষ্ট্ৰীট লাইটবোৰ জ্বলি উঠিছে। এখন ৰহস্যময়, অবোধ্য জগতৰ পৰা ওলাই অহা যেন লাগিল আলোকৰ। নীৰা কিন্তু হঠাৎ আনন্দ-উচ্ছল হৈ পৰিছে।

টেক্সি এখনত দুয়ো উঠিল।

নীৰাই ক'লে, "ক'ৰবাত অলপ চাহ খাই লও, তাৰ পিছত চিনেমা চাম।" আলোকে কোনো আপত্তি নকৰিলে। আজিৰ ঘটনাবোৰে আলোকক যেন একেবাৰে নিষ্ক্ৰিয় কৰি পেলাইছে। নীৰাৰ মতত মত দিয়াৰ বাহিৰে অন্য পথ নাই।

হোটেল পাই দুয়ো নিজ নিজ কোঠালৈ গ'ল। আলোকে বিশেষ একো চিন্তা নকৰিলে। নীৰাৰ জীৱনৰ ব্যক্তিগত কথা কিছুমান জানিবলৈ আলোকৰ অকণো আগ্ৰহ নাই। হয়তো এইবোৰ সকলো নীৰাৰ খেয়াল। কলিকতালৈ

আহি অলপ মুকলিমূৰীয়া হৈছে। গতিকে যি মন যায় তাকে কৰিছে, আপত্তি কৰাৰ বা বাধা দিয়াৰ কোনো দৰকাৰ নাই।

শোৱাৰ আগতে আলোকৰ কোঠালৈ আহি নীৰাই ক'লে, "মৰ.., ভাগৰ লাগিছে আৰু। শোওঁগৈ দেই। আপুনিও শুই থাকক।"

॥ চৌচল্লিশ ॥

নটা বছৰ।

বৰ বেছি সময় নহয়।

বৰ কম সময়ো নহয়।

নটা বছৰ। তিনি হেজাৰ তিনিশতকৈও বেছি দিন। কিছুমান দিন অবিচিত্ৰ, গতানুগতিক। কিছুমান দিন বিচিত্ৰ, অপ্ৰত্যাশিত অৰ্থপূৰ্ণ, তাৎপৰ্য্যপূৰ্ণ।

স্থাণু যেন লাগিলেও গতিহীন যেন লাগিলেও, কোনোটো দিনেই নহয়, কোনোটো মুহূৰ্ত্তই বৈ নেথাকে। সিহঁত গৈ আছে। অকণো বৈ নোযোৱাকৈ সিহঁত গৈ আছে। নহলে ইমান সোনকালে নটা দীঘল বছৰ পাৰ হৈ গ'লহেঁতেন কেনেকৈ? দিনবোৰ এনেয়ে বৈ যোৱা নাই। দাগ কাটি কাটি, চিন ৰাখি ৰাখি সিহঁত গৈ আছে।

আলোকে মনতে গণনা কৰি চালে। দেশ স্বাধীন হোৱাৰ হ'ল ন বছৰ। আৰু আলোকৰ নিজৰ জীৱনৰ লগত চিনাকি হোৱাৰ হ'ল চৌধ্য পোন্ধৰ বছৰ। এইয়া ১৯৫৬ চন। বহুত সলনি হৈছে পৃথিৱী, বহুত সলনি হৈছে ভাৰতবৰ্ষ। অসমৰো বহুত চকুত পৰা পৰিৱৰ্ত্তন হৈছে। আজি কোনোবাই ফেৰী ব'টেৰে ব্ৰহ্মপুত্ৰ পাৰ হয়, কিন্তু কুঁৱলীৰ মাজে মাজে গুদ্ গুদ্ ছুগ্ ছুগ্ শব্দ কৰি অকাই পকাই গৈ থকা সৰু সৰু জাহাজেৰে মানুহ আৰু গুৱাহাটীৰপৰা তেজপুৰলৈ, তেজপুৰৰ পৰা চিকাৰীঘাটলৈ অহাযোৱা নকৰে। আজি আৰু আগৰ ৰেলপথেৰে অসমৰ মানুহ কলিকতাৰপৰা গুৱাহাটীলৈ বা গুৱাহাটীৰ পৰা কলিকতালৈ অহাযোৱা নকৰে। পূব পাকিস্তান হৈছে, এখন সুকীয়া নতুন ৰাষ্ট্ৰ হৈছে, শিলিগুৰিৰ পৰা হিমালয়ৰ নামনিয়েদি নতুন ভাৰতীয় ৰেলপথ হৈছে। গতি ধীৰ, ৰাটত পানী নাই, যাত্ৰীৰ কাৰণে সা-সুবিধা নোহোৱাৰ।

তথাপি স্বাধীন ভাৰতৰ নিজৰ মাটিৰ ওপৰত নিজৰ যেন হৈছে। যেনেই ভবাবোৰ পুৰণি, মামৰে খোৱা। তথাপি তাতো যেন এক নতুন প্ৰাণ শক্তিৰ উন্মাদনা আছে, এক নিজস্ব গতিশক্তি আছে।

সময় গৈ আছে।

বেলখনো গৈ আছে।

মাজে মাজে কোনো ষ্টেচনত অলপ সময়ৰ কাৰণে ৰয় আকৌ আগবাঢ়ে। শেষ লক্ষ্যস্থল আছে বহুত দূৰণিত। দীঘলীয়া উকিটোৱে যেন সেই দূৰ লক্ষ্যস্থলৰ কথাই সোঁৱৰাই দিয়ে।

আলোকৰ ভাল লাগিছে। আধা আন্ধাৰ, আধা পোহৰৰ মাজত সোমাই থকা ৰাতিৰ অচিনাকি পৃথিৱীখন যেন অৰ্থ বুজিব নোৱাৰা এক ধূসৰ ৰহস্যৰ মাজত আত্মগোপন কৰি টোপনিৰ লগত মিতিৰালি পাতি ক'ৰবালৈ গৈ আছে। যোৱা ৭/৮ দিনৰ ব্যস্ততাৰ পৰা অব্যাহতি পাই আলোকৰ গা-মন পাতল লাগিছে। কলিকতাত হোৱা বিৰাট ৰাজনৈতিক সন্মিলনখনৰ বিভিন্ন কাৰ্য্য-সূচীত অংশগ্ৰহণ কৰি ব্যস্ত থকাৰ মাজতে আলোকে অন্যান্য ব্যক্তিগত কাম কৰিবলৈ কেনেকৈ সময় উলিয়াব পাৰিলে ভাবি আলোকৰ আচৰিত লাগিল, কিন্তু ৰাজনৈতিক সভাত যোগদান কৰাতকৈ বাকী কামবোৰহে অধিক দৰকাৰী আছিল যেন লাগিল তাৰ।

স্বাস্থ্য হেৰুৱাই পেলোৱা, থীণাই-শুকাই চিনিব নোৱাৰা হোৱা, সেই যৱমিয়াল জোহৰাজনী তাইক নিজে কলিকতালৈ আনি বিশেষজ্ঞৰ হতুৱাই পৰীক্ষা কৰাই চিকিৎসাৰ ব্যৱস্থা কৰিব পৰাটো আলোকৰ কাৰণে যেন এটা জটিল মোকৰ্দ্দমাত জিকাতকৈও বেছি মহত্বপূৰ্ণ কথা। আগৰ দায়িত্ব বুজি নোপোৱা কৰ্ত্তব্যক আৰু জাহিদটোৱেও জোহৰাৰ প্ৰতি তাৰ দায়িত্ব যেন নতুনকৈ উপলব্ধি কৰিছে। গুৱাহাটীত জোহৰাৰ অসুখ আৰোগ্য নোহোৱাৰ কাৰণে কলিকতাত আনি দেখুৱাৰ কথা জাহিদেই প্ৰথমে চিন্তা কৰিছিল। আলোকৰ কলিকতালৈ অহাৰ দিনবাৰ ঠিক কৰাই আছিল, জাহিদ আৰু জোহৰাক লগত কলিকতালৈ অনাত আলোকৰ কোনো অসুবিধা নাছিল। আত্মগোপন কৰি [থকা সময়ছোৱাত জোহৰাই আলোকক নিজৰে এজনী মাক বা বায়েকৰ দৰে খুৱাই বুৱাই শুশ্ৰূষা কৰি আৱৰি ৰাখিছিল, তাৰ কাৰণে আলোকে জোহৰাৰ কাৰণে একোকে কৰিব পৰা নাছিল, আজিলৈকে। আজি তাইৰ কঠিন অসুখত চিকিৎসাৰ কাৰণে লাগি ভাগি দিবলৈ পাই তাৰ ভাল লাগিল।

জোহৰা ভাল হ'ব, জোহৰা আৰোগ্য হ'ব। জোহৰাই স্বাস্থ্য ঘূৰাই পাব।

হয়তো যি দুৰ্বলতাই তাইক প্ৰৱঞ্চনা কৰিলে তাকো বিবেকদংশন হ'ব। সিও জোহ্ৰাৰ ওচৰলৈ আকৌ ঘূৰি আহি ক্ষমাপ্ৰাৰ্থী হ'বহি। জোহ্ৰাৰ নিচিনা এজনী সবল ছোৱালীক যি ঠগিব পাৰে, সি অমানুহ। সি অপৰাধী—! সেই অপৰাধৰ কাৰণে সি নতজানু হৈ জোহ্ৰাৰ ওচৰত মাফী বিচাৰিব। তাইৰ ভাগি পৰা স্বাস্থ্য ভাল হৈ উঠিলে, তাইৰ ভাগি পৰা মনটোও সবল হৈ উঠিব। তাই মৰণৰ পকনীয়াৰ মাজৰ পৰা জীৱনৰ নিশ্চিত উপকণ্ঠলৈ ঘূৰি আহিব। তাই বাচিব—তাই জীয়াই থাকিব। জীয়াই থাকিলে তাইৰ জীৱনৰ ক্ষতি সকলৰ হিচাপ তাই পিছতো কৰিব পাৰিব।……

ৰেলখন আহি এটা ষ্টেচনত ৰৈছিলহি। কিছু চিঁয়ৰ-বাখৰ হৈছিল, কিছু যাত্ৰী নামিছিল, কিছু যাত্ৰী উঠিছিল। ৰেলখনৰ যাত্ৰা পুনৰ আৰম্ভ হৈছিল। আলোকৰ টোপনি অহা নাছিল। বাতি তেতিয়া দুই বাজি গৈছিল। ৰেলখন চলিবলৈ আৰম্ভ কৰাৰ লগে লগে আকৌ বাহিৰৰ আন্ধাৰ পোহৰৰ মাজৰ ৰহস্যময় পৃথিৱীখন এটা বুজিব নোৱাৰা কবিতাৰ নিচিনা হৈ পৰিছিল। কবিৰ মনৰ জগত আৰু কবিতাৰ পাঠকৰ মনৰ জগতৰ মাজত এটা দূৰত্ব যেন ৰৈ গৈছে, অথচ সেই দূৰত্বৰেই যেন কবিতাটোৰ প্ৰধান আকৰ্ষণ।

দুটা বাৰ্থৰ ৰেলৰ সৰু কোঠাটো। প্ৰথম শ্ৰেণীৰ কোঠা। বিজাৰ্ভ কৰা কোঠা। তৃতীয় যাত্ৰী তালৈ সোমাব নোৱাৰে, ভিতৰৰ পৰা দুৱাৰ বন্ধ আছে। খিৰিকিৰ কাষত বহি আছে আলোক, কাষতে শুই আছে এই অদ্ভুত ছোৱালীজনী—নীৰা। এদিন এখন বাতিৰ জাহাজৰ সহযাত্ৰী আছিল এই ছোৱালীজনী, আলোক একেলগে আহি বাটৰ ঘাট তেজপুৰত নামি গৈছিল, নীৰা অকলশৰে গৈ আছিল—চিকাৰী ঘাটলৈ। সেইদিনা সি নীৰাৰ বিষয়ে আৰু একো বেছি কথা জনা নাছিল। নীৰা আৰু আলোক কেনেবাকৈ আকস্মিকভাৱে জাহাজৰ দুৰ্ঘটনাত একেলগ হৈছিলহি। ওচৰা-উচৰিকৈ থাকলীয়া হোৱাৰ কাৰণে চিনাকি হৈছিল। কিছুদূৰ একেলগে গৈ আছিল, তাৰ পিছত এৰাএৰি হৈছিল।

আৰু তাৰ পিছত………

ঘটনাচক্ৰত—

ঘূৰি ঘূৰি এই চিনাকি মৰম লগা ছোৱালীজনী আলোকৰ জীৱনৰ, কাষে কাষে আহি আছে, তাৰ হৃদয়ৰ মাজলৈ নহলেও জীৱনৰ মাজলৈ সোমাই গৈছে। কোনো অধিকাৰ নাই, কোনো দাবী নাই, কিন্তু সেই কাৰণেই হয়তো কোনো শঙ্কা সংকোচ নোহোৱাকৈ নীৰা তাৰ কাষ চাপি আহি আছে।

নীৰাৰো জীৱনত ঠগ খাইছে। নীৰাৰো হৈছে দুলাল কবিৰ নোৱাৰা চৰম

ক্ষতি। সেই দুখৰ, সেই ক্ষতিৰ জীৱন্তসাক্ষী দিনে দিনে বাঢ়ি আহিছে কলিকতাৰ এক অখ্যাত অনাথ আশ্ৰমত—প্ৰাৰ্থনা নামে এজনী ছোৱালী হৈ। অবিবাহিতা হলেও নীৰা এজনী মাতৃ—এজনী ছোৱালীৰ মাক। হয়তো আলোকৰ বাহিৰে এই কথা পৃথিৱীৰ আন কোনেও নেজানে। আলোকক নীৰাই সকলো কৈছে—লুকঢাক নোহোৱাকৈ কৈছে।

নীৰাৰ নিজৰ পৰিচয়ো একেই। সেই কথাও তাই আলোকক নজনোৱাকৈ থকা নাই। তাই ইউৰোপীয় পিতৃ আৰু ভাৰতীয় মাতৃৰ গৰ্ভজাত এজনী ছোৱালী, তাই খৃষ্টান। কিন্তু ক'তা, পিতা যীশুৱেওতো নীৰাক ৰক্ষা কৰিব পৰা নাই। জীৱনৰ চাকনৈয়াত পৰি নীৰাই ককবকাই ফুৰিছে, তথাপি জীৱনক অস্বীকাৰ কৰা নাই কোনো দিন।

নীৰা এজনী সাধাৰণ নাৰ্চ।

তাই এজনী নিৰ্ব্বিশেষ সাধাৰণ গাভৰু ছোৱালী। জীৱিকাৰ প্ৰয়োজনতে তাই সংযম আয়ত্ত কৰিছে। তাই হাৰিছে, তথাপি তাই হাৰ মনা নাই।…

আলোকে টোপনি গৈ থকা নীৰাৰ মুখখনলৈ চালে। যেন এটা জনহীন স্থাণু ঘৰতকৈ এখন চলমান ৰেলগাড়ীত তাইৰ কাৰণে অধিক নিশ্চিত শান্তি আৰু আশ্ৰয় আছে।

ৰেলখন গৈ আছে।

ৰাতিৰ মাজে মাজে, ৰাতি শেষৰ দিগন্তৰ ফালে ৰেলখন গৈ আছে। যাত্ৰী-বোৰৰ টোপনি। আলোক বহি আছে। কাষত নিশ্চিন্ত হৈ শুই আছে এক নিস্পন্দ বেদনা। আলোকৰ মনত লাগিল যেন চাৰিওফালৰ পৰা এক সুগভীৰ ব্যাখ্যাহীন দুখে, এক নিবৃত্তিহীন বেদনাই জীৱনক বেৰি ধৰি আছে। এই শেহ ৰাতি নিশাও চাগৈ শুই আছে—ডাক্তৰ শ্ৰীকণ্ঠৰ কাষত—বহুত অব্যক্ত ভাষাহীন বেদনাৰ অদৃশ্য আৱৰণৰ মাজত।

হঠাৎ ৰেলখনে এটা জোকাৰ মাৰিলে। নীৰাই সাৰ পাই গ'ল। তাই চকু মেলি চালে, গাৰ কাপোৰ অলপ ঠিক কৰি ললে।

"আপুনি এতিয়াও শোৱাই নাই?"

"মোৰ টোপনি অহা নাই।"

নীৰা ৰহিল।

"বহুত ৰাতি হ'ল কিজানি। আহক, আপুনি শুই থাককহি।"

"তুমি শুই থাকা—"

"মই শুলো, আপুনি ইয়াতে শোৱক। মই অলপ বহিম।"

"নীৰা—"

নীৰাই আলোকৰ মুখলৈ চালে। কোঠাত কম পোহৰৰ নীলা লাইটটো জ্বলি আছে। সকলোবোৰ অস্পষ্ট আৰু ধূসৰ। মেলা চুলিবোৰেৰে সৈতে নীৰা-জনীক এক ছায়ামূৰ্ত্তি যেন লাগিছে।

সৰুকৈ আলোকে ক'লে, "তুমি এনেকৈ মোৰ লগে লগে কিমান ঘুৰি ফুৰিবা নীৰা। তোমাৰ কষ্ট হৈছে, কষ্ট হ'ব।"

"মই নেথাকিলে আপোনাক কোনে চাব। মই জানো—আপুনি নকলেও জানো—আপোনাক আশ্ৰয় লাগে—আপোনাক কাৰোবাৰ মৰমৰ আশ্ৰয় লাগে। আজি আপোনাৰ কাষত কোনো নাই, মোৰ বাহিৰে কোনো নাই। শোৱক, আপুনি শুই থাকক।"

"ৰাতি পুৱাবৰে হ'ল।"

"মই আপোনাক জগাই দিম। মোক আপুনি একো দিব নেলাগে। আজি মোৰ কোনো অভাৱ নাই।"

আলোকৰ ওঁঠৰ কোণত এটা কোমল হাঁহিয়ে ৰূপ ললে।

নীৰাৰ কোনো অভাৱ নাই! কিন্তু নীৰাৰ আছে কি? কি আছে নীৰাৰ? কি সম্পদৰ অধিকাৰী হৈ আজি নীৰাই মোক তাইৰ মৰমৰ আশ্ৰয় দিবলৈ সাহ কৰিছে?

"আপুনি নোশোৱে নহয়? তেন্তে ময়ে আকৌ শুই থাকো। মোৰো টোপনি নাহে। তথাপি চকু মুদি পৰি থাকিম। ৰেলখনে বৰ জোকাৰিছে। মোৰ যদি টোপনি আহে আৰু মই যদি এই বেঞ্চখনৰ পৰা তললৈ পৰি যাও, মোক আপুনি ওপৰলৈ তুলি দিব দেই।"

নীৰা আকৌ বেঞ্চৰ ওপৰৰ বিচনাখনত দীঘল দি পৰিল, আৰু চকুহুটা মুদি দি গায়ে মূৰে কাপোৰখন লৈ পৰি ৰ'ল।

পূৱৰ আকাশত কেঁহজালিৰ ক্ষীণ ৰঙা অস্পষ্ট আলোকৰ ৰেখা। এচপৰা মেঘে এটা উটৰ আকাৰ ধাৰণ কৰিছে। দূৰত এখন অস্পষ্ট সাগৰৰ জলৰাশিৰ দেখ-নেদেখ জিলমিলনি।

আলোকে সেই ভাৱৰথিনি আৰু সেই আকাশৰ বুকুৰ সাগৰখনৰ ফালে আধা মুদা চকুৰে চাই ৰ'ল। সেই উটটো সাগৰখনৰ পাৰে পাৰে অকলশৰে গৈ আছে নেকি? কাষতেই এলাগৰ পানী! উটটোৰ কণ্ঠত অন্তহীন তৃষ্ণা—সি গৈ আছে। সাগৰৰ পাৰে পাৰে সি গৈ আছে।

আকাশখন পোহৰ হৈ আহিছে। এজাক শান্ত, কোমল বতাহ বলিছে।

বেলখন গৈ আছে। আলোকৰ চকু দুটা মুদ খাই আহিছে। মূৰটো একাষে ঢলমি পৰিছে। বিচনাখনত নীৰাৰ কাষতে অলপ ঠাই আছে। কোঠালি টোৰ দুৱাৰখন বন্ধ আছে। খিৰিকি খোলা আছে।

নীৰা মূৰেগায়ে কাপোৰ লৈ দীঘল দি পৰি আছে। তাইৰ শান্ত নিশ্বাসত এটা পবিত্ৰ উত্তাপ আছে।

পূবৰ আকাশৰ নীলা সাগৰখন বগা হৈ গৈছে—বহল হৈ গৈছে। সাগৰৰ কোনোবা এটা উপকূলত উটটো লুকাই পৰিছে।

এবাৰ এটা জোকাৰণিত নীৰা বিচনাখনৰ পৰা পৰি যাও যাও হৈছিল। আলোকে নীৰাক ধৰি বিচনাখনৰ সিফাললৈ দিলে আৰু সৰুকৈ ক'লে, "নীৰা চাও সিফালে যোৱা, পৰিবা। মোৰ টোপনি ধৰিছে। মই এই খিনিতে অকণমান শোও—"

ওপৰৰ বাৰ্থটো এনেয়ে খালি পৰি আছে। কিন্তু তালৈ উঠিবলৈ আলোকৰ এলাহ লাগিছে।

লাহে লাহে নীৰাৰ কাষতে আলোক শুলে আৰু চকুদুটা মুদি দিলে।

নীৰাৰ টোপনি অহা নাছিল। নিজৰ গাত মেলি লোৱা চাদৰখন নীৰাই আলোকৰ গাৰ ওপৰতো মেলি দিলে আৰু হাতখনেৰে আলোকক সাবটি ধৰি ক'লে, "অলপ কাষলৈ আহক—পৰিব—"

আলোকক শেষৰাতিৰ গভীৰ টোপনিয়ে হেচি ধৰিছে, সি তালকৈ একো ক'ব নোৱাৰে। মাত্ৰ অনুভৱ কৰিলে, এখন কোমল মৰমী হাতে তাক পৰি নোযোৱাকৈ আৱৰি ধৰিছে। তাৰ পৰি যোৱাৰ ভয় নাই।

বেলখন গৈ আছে। বতাহ তাক বলি আছে। আকাশখন ক্ৰমে বগা পোহৰেৰে ভৰি পৰিছে। এখন অচিনাকি পৃথিৱীৰ বুকুৰ ওপৰেদি সময় আগ-বাঢ়িছে।

সিইডৰ নামিৰ লগা ষ্টেচনটো এতিয়াও বহুত দূৰত আছে।······বহুত, দূৰত আছে।

হাঁহো হাঁহো কৰি থকা নীৰাৰ ওঁঠ দুটাত খিৰিকিয়েদি সোমাই অহা পুৱাৰ কণ কিৰিকলিৰ বেখা বিয়লি পৰিছে।

ক'ৰবাত দূৰণিত এটা চৰাই চিঞঁৰিছে, চিঞঁৰি চিঞঁৰি সি দূৰলৈ আঁতৰি গৈছে।

বেলখন গৈ আছে, গৈ আছে—গৈ আছে·········

## 'ৰাতিৰ কবিতা'ৰ লিখক চৈয়দ আব্দুল মালিকৰ অন্যান্য কিতাপবোৰ ঃ—

### উপন্যাস

১। ওমলা ঘৰৰ ধূলি।
২। বনজুই।
৩। ছবিঘৰ।
৪। মাটিৰ চাকি।
৫। ৰথৰ চকৰি ঘূৰে।
৬। জীয়া জুৰিৰ ঘাট।
৭। বিহুমেটেকাৰ ফুল।
৮। শৰীলত একুৰা জুই।
৯। মোৰ বাবে হুকৰা মালতী ফুল।
১০। প্ৰাচীৰ আৰু প্ৰান্তৰ।
১১। মৌ-ভিমকৰ কোঁহ।
১২। ৰজনীগন্ধাৰ চকুলো।
১৩। পহুমৰা হাবিৰ বাট।
১৪। জেতুকা পাতৰ দৰে।
১৫। ত্ৰিশূল।
১৬। এটা সূৰ্য্য, দুখন নদী আৰু এখন মৰুভূমি।
১৭। ৰূপতীৰ্থৰ যাত্ৰী (১)
১৮। ৰূপতীৰ্থৰ যাত্ৰী (২)
১৯। সূৰুযমুখীৰ স্বপ্ন।
২০। ( সূৰুযমুখীৰ ) স্বপ্নভঙ্গ।
২১। কবিতাৰ নাম লাভা।
২২। অঘৰী আত্মাৰ কাহিনী।
২৩। সোণালী সূতাৰে বন্ধা।
২৪। আধাৰশিলা।
২৫। অন্যা মণিকা ইত্যাদি।
২৬। ৰূপাৰবীৰ পলস।
২৭। একাৰ্বেকা বৃত্ত।
২৮। লিপাৰে প্ৰাণ সমুদ্ৰ।
২৯। কণ্ঠহাৰ।
৩০। অমৰ মায়া।
৩১। অগ্নিগৰ্ভা।
৩২। কেৱল প্ৰেমেৰেই যদি।
৩৩। মন বিবিনা বাগৰি।
৩৪। ফাগুনৰ শেষ হাঁহি।
৩৫। অন্ত আকাশ অন্ত তৰা।
৩৬। ধোৱা নিদান।
৩৭। এখন সোণালী দুৱাৰ।
৩৮। তীৰ্থযাত্ৰী ( অনুবাদ )
৩৯। অকুৰ কাহিনী ( অনুবাদ )
৪০। ৰাতিৰ কবিতা।
৪১। অন্ত নাম মৃত্যু।

—ইত্যাদি।

### চুটি গল্প সংকলন

১। পৰশমণি।
২। এজনী নতুন ছোৱালী।
৩। ৰঙাঘৰ।
৪। মৰহা পাপৰি।
৫। শিল আৰু শিখা।
৬। শিখৰে শিখৰে।
৭। মৰম মৰম লাগে।
৮। বহুত বেলা এটোপা চকুলো।
৯। বীভৎস বেদনা।
১০। আৱৰ্ত।
১১। অকতৃণ।
১২। [illegible] আৰু অজনা।
১৩। অলপ তাপ অলপ পোহৰ।
১৪। প্ৰাণাধিকা।
১৫। তিনিচকীয়া গাড়ী।
১৬। পোৰা গাওঁত পহিলা বহাগ।
১৭। ছয় নম্বৰ প্ৰশ্নৰ উত্তৰ।

## মঞ্চ নাটক আৰু অনাতাঁৰ নাটক

১। ৰাজদ্ৰোহী।
২। মৰুবাজাৰ।
৩। শকুন্তলা।
৪। অমৰ মায়া।
৫। আধা-আঁকা ছবি।
৬। দূৰৈৰ দেৱতা।
৭। অঙ্কুৰ।
৮। জোৱাৰৰ ঢৌ।
৯। ঘড়িটো ঘড়িটো।
১০। তেজপিয়া গোঁসানীৰ আদি।
১১। কাঠফুলা ( গল্পৰ নাট্যৰূপ—মহেন্দ্ৰৰঠাকুৰৰ )

## সঙ্গীতালেখ্য

১। আজান ফকিৰ।
২। অ'মোৰ আপোনাৰ দেশ।
৩। মিৰি জীয়ৰী। ( ৰজনীকান্ত বৰদলৈৰ উপন্যাসৰ নাট্যৰূপ )
৪। চিৰকুমাৰ সভা। ( ৰবীন্দ্ৰনাথৰ অনুবাদ )
৫। বগা চুলীয়া ছোৱালীজনী। ( চোলা নাটকৰ অনুবাদ )
—ইত্যাদি।

## অন্যান্য গ্ৰন্থ

গবেষণা গ্ৰন্থ।

১। অসমীয়া জিকিৰ আৰু জাৰী। ( প্ৰকাশক—গুৱাহাটী বিশ্ববিদ্যালয় )
২। জীৱৰ সাৰথি নাম।
৩। চুফী আৰু চুফীবাদ। ( প্ৰকাশক—অসম সাহিত্য সভা )
৪। অসমীয়া ভাষাত আৰবী-ফাৰ্চী-উৰ্দু আদি শব্দ।
৫। বাইজৰ মুখৰ মাত।
৬। ইকবাল আৰু জাতীয় সংহতি। ( অনুবাদ )